# ৰাভা জনজাতি

[ গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া স্নাতকোত্তৰ পাঠ্যক্ৰমৰ (নতুন আৰু পুৰণি) 'সাংস্কৃতিক বুৰঞ্জী' কাকতৰ 'সন্দৰ্ভ গ্ৰন্থ' হিচাপে অনুমোদিত ]

ৰাজেন ৰাভা

[ ৰাজেন ৰাভা স্মাৰক ন্যাস
দুধনৈ ]





বীণা লাইব্ৰেৰী
গুৱাহাটী ঃ অসম

# পৰিবৰ্ধিত সংস্কৰণৰ বিষয়ে কিছু কথা

অসম সাহিত্য সভাৰ প্ৰাক্তন উপ-সভাপতি ৰাজেন ৰাভাৰ বিয়োগৰ পিছত তেখেতৰ স্মৃতি আৰু কৃতি সংৰক্ষণ আৰু প্ৰচাৰৰ উদ্দেশ্যে গঠিত হোৱা 'ৰাজেন ৰাভা স্মাৰক ন্যাস'ৰ দ্বাৰা বিভিন্ন কাযসূচী হাতত লোৱা হৈছে। তাৰ ভিতৰত অসম সাহিত্য সভাৰ দ্বাৰা প্ৰকাশিত তেখেতৰ বহুল সমাদৃত 'ৰাভা জনজাতি'ৰ (তেখেতৰ দ্বাৰা সংশোধন কৰা পৰিবৰ্ধিত ৰূপৰ পাণ্ডুলিপিখনি, যিখনি ১৯৯৭ চনতে অসম সাহিত্য সভাৰ হাতত দাখিল কৰা হৈছিল) এই সংস্কৰণটি পুনৰ প্ৰকাশ কৰিবলৈ পাই আমি অতিশয় গৌৰব অনুভৱ কৰিছোঁ আৰু এই ছেগতে বীণা লাইব্ৰেৰী'ৰ স্বত্বাধিকাৰ শ্ৰীযুক্ত শান্তিৰঞ্জন দে'লৈ আমাৰ আন্তৰিক কৃতজ্ঞতা নিবেদন কৰিছোঁ। এই সংস্কৰণটিত আমাৰ বাবে কৰিব লগীয়া একো নাছিলেই। প্ৰয়াত লেখত গৰাকীৰে তদাৰকত প্ৰস্তুত আৰু ৰাভা ভাষা পৰিষদৰ দ্বাৰা অনুমোদিত সংশোধিত অসমীয়া লিপিৰে ইয়াৰ বৰ্ণাশুদ্ধি আমাৰ দ্বাৰা নকৈ কৰা হৈছে মাথো। আমাৰ ক'বলগীয়া হিচাপে গ্ৰন্থখনিৰ বিষয়ে লেখকগৰাকীয়ে লিখি থৈ যোৱা পাতনিটো ইয়াত তুলি দিয়া হৈছে।

*"বিগত ১৯৭৪ চনৰ ৮ ফেব্ৰুৱাৰীত মোৰ লিখিত 'ৰাভা জনজাতি' নামক পুথিখনি অসম সাহিত্য সভাই প্ৰথম সংস্কৰণ ৰূপে প্ৰকাশ কৰিছিল। এই পুথিখনি 'গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ পাঠ্য-পুথি বছা কমিটী'য়ে স্নাতকোত্তৰ পৰীক্ষাৰ প্ৰাৰম্ভিক বৰ্ষৰ অসমীয়া বিষয়ৰ ৩য় প্ৰশ্ন-কাকতৰ ২য় খণ্ডৰ 'সম্পৰ্ক গ্ৰন্থ' হিচাপে অনুমোদন কৰিছে। সেইবাবে বিশ্ববিদ্যালয়ৰ 'পাঠ্য-পুথি বছা কমিটী'ৰ মাননীয় সমূহ সদস্যলৈ মোৰ আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ।*

*পুথিখনিৰ এই প্ৰকাশত পূৰ্ব-প্ৰকাশৰ কিছু স্পষ্টীকৰণৰ লগতে যোগ-বিয়োগ কৰা হৈছে।*

*এই পুথিখনি 'গুৱাহাটী বিশ্ববিদ্যালয়'ৰ উক্ত বিষয়ৰ ছাত্ৰ-ছাত্ৰী আৰু উদীয়মান গবেষক মণ্ডলীৰ কিছু উপকাৰত আহিলে মোৰ লেখনীৰ সাৰ্থক ভাবিম। ইতি —*

*কাতি বিহু, ১৪০৪* — *শ্ৰীৰাজেন ৰাভা*

*১৭ অক্টোবৰ ১৯৯৭* — *দুধনৈ (অমৰাৱতী)*

লেখক গৰাকীৰ নিচিনাকৈ আমিও আশা ৰাখিছোঁ এই গ্ৰন্থখনিয়ে পূৰ্বৰ দৰে পাঠক-পাঠিকাক আকৰ্ষণ কৰিব পাৰিব আৰু তেতিয়াই আমাৰ উদ্দেশ্য পূৰণ হোৱা বুলি ভাবিম।

শ্ৰদ্ধাৰে—

ড° উপেন ৰাভা হাকাচাম
সম্পাদক, ৰাজেন ৰাভা স্মাৰক ন্যাস
১৭ অক্টোবৰ, ২০০১

# প্ৰথম প্ৰকাশৰ আগ কথা

সুদূৰ অতীতৰপৰাই অসম নানা জাতি-উপজাতিৰে পৰিপূৰ্ণ। স্বাভাৱিকতে এই উপজাতি সমূহৰ আঁতিগুৰি জানিবলৈ সকলোৰে কৌতূহল জন্মে। অসম সাহিত্য সভাৰ ৪০ শতম (ৰঙিয়া) অধিবেশনৰ সভাপতিৰ অভিভাষণত সাহিত্য সভাৰ প্ৰকাশনৰ যি বাৰ-দফীয়া আঁচনি দাঙি ধৰা হৈছিল, তাৰ ভিতৰৰে অন্যতম হ'ল অসমৰ জনগোষ্ঠীসমূহৰ পৰিচয়-সূচক কেইখনমান পুথি প্ৰকাশ।

সদ্যহ, 'ৰাভা জনজাতি' শীৰ্ষক পুথিখনকে এই বিষয়ৰ অন্যতম পুথিৰূপে প্ৰকাশ কৰিবলৈ লোৱা হ'ল। অসম সাহিত্য সভাৰ অনুৰোধ ক্ৰমে ৰাভা জাতিৰ উদীয়মান সাহিত্যিক আৰু গৱেষক শ্ৰীৰাজেন ৰাভাই অতি কম সময়ৰ ভিতৰতে এই কিতাপখনি লিখি প্ৰকাশৰ উপযোগী কৰি দিয়া বাবে আমি তেওঁক শলাগ জনাইছোঁ, প্ৰথমতে, অসম সাহিত্য সভাৰ তৰফৰপৰা, দ্বিতীয়তে, আমি ব্যক্তিগত ভাবেও।

বৰ্তমান কাগজ কেনে মহাৰ্ঘ হৈছে আৰু ছপাশালবোৰৰ ছপা সমস্যা কেনে জটিল আৰু কষ্টকৰ হৈছে জনাই জানে, এনে সময়তো গুৱাহাটীৰ প্ৰেষক ছপাশালে মাত্ৰ এসপ্তাহৰ ভিতৰতে এই কিতাপখনি ছপা কৰি উলিয়াই দিয়া বাবে আমি এই ছপাশালৰ কৰ্তৃপক্ষক ধন্যবাদ জনালোঁ। ইতি

ইং ৮।২।৭৪ — শ্ৰীগিৰিধৰ শৰ্মা

গুৱাহাটী — সভাপতি, অসম সাহিত্য সভা

# লেখকৰ একাষাৰ

এটি হেন্দোলনি ................ এই হেন্দোলনিয়ে মোৰ অন্তৰতো খলকনি লগায়—বছৰ চেৰেক আগৰ পৰাই। জানিবলৈ আগ্ৰহ জন্মে—ৰাভা জাতিৰ প্ৰাচীন আঁতি-গুৰি, আচাৰ-নীতি, সমাজ-ব্যৱস্থা, ধৰ্ম আৰু ভাষাৰ অস্তিত্ব কি।

ৰাভা জাতি কেৱল অসমতেই নহয়, মেঘালয়, পশ্চিমবঙ্গ (উত্তৰবঙ্গ), ত্ৰিপুৰা, মণিপুৰ, এনেকি সুদূৰ নেপালতো আছে। তেওঁলোক আছে বিভিন্ন পৰিবেশত, বিভিন্ন উপাধিযুক্ত নামত। অধুনা এই জাতিৰ নৃতত্ত্ব, সমাজ-তত্ত্ব, ধৰ্ম-তত্ত্ব, ভাষাতত্ত্ব, কৃষ্টিতত্ত্ব—সকলো বিস্মৃতিৰ গৰ্ভত ম্ৰিয়মান। এই জাতিক কেইজনে দেখিছে? দেখিলেও চিনা নাই—চিনিলেও বুজা নাই। দেখিবলৈ—চিনিবলৈ—বুজিবলৈ—হলে ৰাভা জাতিৰ সমাজ-জীৱনৰ লগত অঙ্গাঙ্গী ডোলেৰে বান্ধ খাব লাগিব। নহলে ব্যৰ্থ হব সকলো আলোচনা—বিলোচনা—সমালোচনা—গৱেষণা।

বাস্তবতে ৰাভা জাতিৰ নৃত্য-গীত-বাদ্য অপূৰ্ব। কাহিনীসমূহ অলেখ কল্পনাৰ নিদৰ্শন। 'খোক্‌চি' বা বায়খো পূজাৰ গীত, 'হকো-তৰাঙৰ' গীত, 'তৰাং কাজিৰ' গীত, 'ফাৰকান্তিৰ' গীত, 'নলুৱা-চলুৱাৰ' গীত, 'দায়-দায়চুঁৰ গীতসমূহ নৃত্য-বাদ্যসহিত সমন্বয়পূৰ্ণ। 'কাৰা' নলৰ সুৰত—'ঢাক-ঢোলৰ' ছেৱত—'দায়দি-কাঁহৰ' তালত—'মানচেলেংকাৰ' ঠুকত—'শিঙ্গা-ব্ৰাংছিংৰ' ফুকত, 'খোপাং' পাগ মূৰত মৰা কঁকালত, 'ছেংকানেন্' বন্ধা ডেকা-জাকৰ লগত—'বুফান-কাম্বুং' পিন্ধি, কাণত 'নামব্ৰি' দুলাই, হাতত 'ছান্' পিন্ধি, বাহুত 'বাজু' বান্ধি, ডিঙিত 'হানচা' পিন্ধি, কঁকালত 'ৰুবক' মেৰাই গাভৰু-জাকে নৃত্য-গীত পৰিবেশন কৰা দেখিলে অভূতপূৰ্ব যেন লাগে।

বোৱা-কটাত ৰাভা তিৰোতা বৰ কাজী। তেওঁলোক সৌন্দৰ্যৰ পূজাৰিণী—সপোনত ফুলনি ৰচে, বাস্তৱত তাক ৰূপায়ণ কৰে। এনেহেন ঐতিহ্যপূৰ্ণ কৃষ্টি-সংস্কৃতিৰ গৱেষণা আৰু সংৰক্ষণ নিতান্তই প্ৰয়োজন।

অৱশেষত,অসম সাহিত্য সভাই জাতীয় ঐতিহ্য ৰক্ষাৰ্থে মোক 'ৰাভা জনজাতি' নামৰ এখনি 'পৰিচয় পুস্তিকা' লিখিবলৈ মনোনীত কৰা বাবে পৃষ্ঠপোষকসকললৈ আন্তৰিক ধন্যবাদ জ্ঞাপন কৰিলোঁ।

অৱশ্যে, এইখিনিয়ে যথেষ্ট সমল নহয়। ভুল-ত্ৰুটি স্বাভাৱিক। সেয়ে, পাঠক-পাঠিকাৰ ওচৰতো ক্ষমাপ্ৰাৰ্থী। ধন্যবাদ।

ঃ দুধনৈ ঃ

শ্ৰীৰাজেন ৰাভা

# ৰাজেন ৰাভাৰ সন্দৰ্ভত



**জন্ম ঃ** ১৮।৯।১৯২০, দুধনৈ (ভদেয়াপাৰা)।

**মৃত্যু ঃ** ৬।৬।১৯৯৯, দুধনৈ (অমৰাৱতী)।

**পিতৃ ঃ** লেফনায়ক আলুৰাম ৰাভা।

**মাতৃ ঃ** ফেলো (ফুলেশ্বৰী) ৰাভা।

**শিক্ষা/প্ৰশিক্ষণ ঃ** অসমীয়া সাহিত্য শাখাৰ স্নাতকোত্তৰ, গুৱাহাটী বিশ্ববিদ্যালয় (১৯৭১) ; গুৰু ট্ৰেইনিং (১৯৪৮) ; নৰ্মাল (১৯৫২) ; বি টি চি (১৯৫৬); হিন্দী বিশাৰদ (১৯৫৭) ; পি.এইচ.ডি (ফাইনেল— ১৯৭৭)।

**কৰ্ম ঃ** চিলুক প্ৰাইমেৰী স্কুলৰ প্ৰধান শিক্ষক (১৯৪৩-৪৪), জয়ৰামকুচি মজলীয়া বিদ্যালয়ৰ প্ৰধান শিক্ষক (১৯৫২), খাৰা বালিকা সংযুক্ত মজলীয়া বিদ্যালয় আৰু শালপাৰা—কালপানী ছিনিয়ৰ বেচিক স্কুললৈ বদলি আৰু অৱসৰ (১-১১-১৯৮৬)।

**সমাজ সেৱা ঃ** ৰাভা সাহিত্য-সভা (প্ৰতিষ্ঠাপক সদস্য), ৰাভা ভাষা পৰিষদ (সঞ্চালক), অসম সাহিত্য সভা (দুধনৈ শাখাৰ প্ৰতিষ্ঠাপক সভাপতি, সোণালী জয়ন্তী অধিবেশনৰ উপসভাপতি, দুধনৈ অধিবেশনৰ আদৰণী সমিতিৰ সভাপতি), অসম নাট্য সম্মিলন (কাৰ্যনিৰ্বাহক সদস্য), ৰৰ্ধা ৰাষ্ট্ৰভাষা প্ৰচাৰ সমিতি (পৰীক্ষা ব্যৱস্থাপক), সাহিত্য-চৰ্চা ঃ ৰাভা জনজাতি (১৯৭৪), ৰাভা শব্দ সম্ভাৰ (১৯৮২), ৰাভা সাধু (১৯৭৭/৯০), ৰাভাৰ সাধুকথা (১৯৯২), ৰাজেন ৰাভাৰ প্ৰবন্ধ কুঞ্জ (১৯৮৬), ঘটোৎকচ বধ (১৯৯১), ৰাভা লোক-গীত (২০০১), The Rabhas (যন্ত্ৰস্থ)। শতাধিক প্ৰবন্ধ আৰু গৱেষণা পত্ৰিকাৰ লগতে পাণ্ডুলিপি অৱস্থাত থকা আন ভালেমান গ্ৰন্থ।

**বঁটা-বাহন ঃ** কৃতী শিক্ষকৰ ৰাষ্ট্ৰীয় পুৰস্কাৰ (১৯৮৬), সাহিত্যিক পেঞ্চন (১৯৮৬), কমল নাৰায়ণ চৌধুৰী বঁটা (১৯৮৮), ডালিম কুমাৰ মেধি বঁটা (১৯৯৯)।

**অভিমত ঃ** "অসম সাহিত্য সভাৰ দ্বাৰা প্ৰকাশিত 'ৰাভা জনজাতি' এখনি উচ্চস্তৰৰ সাংস্কৃতিক গৱেষণা গ্ৰন্থ।" (অসম সাহিত্য সভাৰ প্ৰশংসা-পত্ৰ, ২১/২/৭৫)

"কিছু মানুহ থাকে যি বাণীকান্ত কাকতিৰ ভাষাত 'নীৰৱ সাধনা' কৰে।... আজীৱন শিক্ষক আৰু শিক্ষা ব্ৰতী ৰাজেন ৰাভা তেনে এজন নীৰৱ কৰ্মী।" (কমল নাৰায়ণ চৌধুৰী সোঁৱৰণী বঁটাৰ প্ৰশস্তি-পত্ৰ, ৩/৮/৮৮)

"নিজলৈ নেচাই তেওঁ লাভ কৰা বিশ্ববিদ্যালয়ৰ উচ্চতম শিক্ষালব্ধ জ্ঞানেৰে অঞ্চলটিৰ জনশক্তিক কৰ্মমুখী বুনিয়াদী শিক্ষা দি কৰ্মশক্তিত ৰূপান্তৰ কৰিবলৈ আত্মোৎসৰ্গ কৰিছিল।. জীৱনৰ বিবিধ সংঘাত আৰু প্ৰতিকুল অৱস্থা অতিক্ৰম কৰি নিজৰ কঠোৰ শ্ৰমেৰে নিজক প্ৰতিষ্ঠিত কৰা শ্ৰীৰাভা আজিৰ যুগত বিভ্ৰান্ত যুৱক-যুৱতীসকলৰ বাবে এক আলোক বৰ্তিকা, এক নিদৰ্শন, এক আদৰ্শ।" (ডালিম কুমাৰ মেধি বঁটাৰ প্ৰশস্তি, ১৮/২/৯৯)

"ৰাজেন ৰাভা আমাৰ ভাষা-সাহিত্যৰ এগৰাকী মহৎ পৰ্যায়ৰ একনিষ্ঠ সেৱক আছিল।" (শ্ৰী চন্দ্ৰপ্ৰসাদ শইকীয়া, ৭/৬/৯৯)

"দুধনৈক কেন্দ্ৰ কৰি ৰাভা ভাষা-সাহিত্য-সংস্কৃতিৰ চৰ্চা-অধ্যয়ন তথা ৰাভা সমাজক উচ্চ বিদ্যায়তনিক স্থান দিবলৈকে তেওঁৰ অহৰহ প্ৰচেষ্টা সাধন সদৌ অসমীয়া ভাষা-সাহিত্য সংস্কৃতিৰ পৰিপূৰক ৰূপে যুগে যুগে সমাদৃত হ'ব বুলিয়ে আমাৰ ধাৰণা।" (ড প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য্য, ১১/৬/৯৯)

"ৰাজেন ৰাভা আছিল একেৰাহে কৃতী শিক্ষক, জ্ঞান পিপাসু অধ্যয়নশীল গৱেষক, সুসাহিত্যিক, ৰাভা জনজাতিৰ উন্নতিকামী প্ৰকৃত সমাজ-সেৱক আৰু মানৱপ্ৰেমী এগৰাকী অসাধাৰণ ব্যক্তি।" (ড' ভুবনমোহন দাস, ১৩/৬/৯৯)

"যিজন পুৰুষে অতি কষ্ট কৰি জীৱন নিৰ্বাহ কৰি সৰস্বতীৰ সাধনা কৰিছিল আৰু লক্ষ্মীৰ প্ৰতি আকৰ্ষিত নহৈছিল, সেইজন পুৰুষে সাহিত্য সাধনাৰ জৰিয়তে অসমীয়া সাহিত্যত বিশিষ্ট বৰঙনি যোগাই গ'ল, সেইজন সাহিত্য সাধকক অসমীয়া পাঠকে কোনোদিন পাহৰিব নোৱাৰিব।" (হিতেশ ডেকা, ১৪/৬/৯৯)

"যি নিষ্ঠা, যি একাগ্ৰতা, যি আত্মবিশ্বাসেৰে তেখেতে নিজৰ যত্নত উচ্চতম বিদ্যায়তনিক বিচক্ষণতা আয়ত্ত কৰিছিল সেয়া দেখাত সঁচাকৈ বিস্ময়কৰ। স্বোপাৰ্জিত অৰ্হতাৰে তেখেতে অতি সহজভাৱে অসমৰ সামাজিক আৰু বৌদ্ধিক জগতৰ নেতৃত্বৰ স্থানত সুপ্ৰতিষ্ঠিত হৈছিল।" (শ্ৰী বীৰেন্দ্ৰনাথ দত্ত, ১৬/৬/৯৯)

"ৰাভা-সংস্কৃতিৰ বিষয়ে ৰাজেন ৰাভাই কেইবাখনো প্ৰামাণিক গ্ৰন্থ অসমীয়াত ৰচনা কৰিছে। ড° মহেশ্বৰ নেওগ দেৱৰ অনুপ্ৰেৰণা আৰু তত্ত্বাৱধানত তেওঁ ৰাভা সমাজ আৰু সংস্কৃতিৰ বিষয়ে এখন গৱেষণা গ্ৰন্থ ইংৰাজীত ৰচনা কৰিবলৈ আৰম্ভ কৰিছিল। ড° নেওগৰ বিয়োগৰ পিছতেহে সেই কাম সমাধা কৰিলে। .. আশা কৰিছো ৰাভাসকলৰ জীৱন আৰু সংস্কৃতিৰ বিষয়ে ভৱিষ্যত গৱেষণাকাৰীৰ বাবে সি এখন উত্তম 'উৎস গ্ৰন্থ' হিচাপে পৰিগণিত হ'ব।" (নৰকান্ত বৰুৱা, ১৫/৬/৯৯)

**"His (Rajen Rabha's) efforts helped rouse the Rabhas out of their century-old slumber and join the great race for modern consciousness and way of life that has drawn the ethnic societies in the North-East after Independence." (Dr. Hiren Gohain, 13-6-99)**

* * * * *

# সূচী পত্ৰ

## প্ৰথম অধ্যায়

### —ভূমিকা—



## দ্বিতীয় অধ্যায়

### —ঘৰুৱা জীৱন—



## তৃতীয় অধ্যায়

### —সামাজিক ৰীতি-নীতি—

# ৰাভা জনজাতি

## প্ৰথম অধ্যায়

## -ভূমিকা-

### আঁতিগুৰি

ভাৰতৰ সংবিধানত ৰাভা এটা জনজাতি হিচাপে স্বীকৃত। ৰাভা জাতিৰ মানুহ অসম, মেঘালয় আৰু পশ্চিমবংগৰ বিভিন্ন ভৌগোলিক পৰিবেশত অধ্যুষিত হৈ আছে। ১৯০৩ চনত প্ৰকাশিত Linguistics Survey of India-ৰ Vol. III, Pt. II-ত (Grierson-ৰ) সন্নিবিষ্ট মানচিত্ৰখনতো বৰ্তমান গাৰোপাহাৰ জিলাৰ 'ফুলবাৰী'ৰ পৰা দক্ষিণ কামৰূপৰ 'ৰাণী' নামক ঠাইলৈকে গাৰোপাহাৰ আৰু খাচীয়া পাহাৰ জিলাৰ উত্তৰ সীমান্তৱৰ্তী কিছু অঞ্চলক সামৰি এই সুবিস্তৃত অঞ্চল ৰাভা মানুহৰ বাসভূমি হিচাপে সেউজীয়া ৰঙেৰে চিহ্নিত হৈ আছে।

১৮৯১ চনৰ অসমৰ লোক গণনাৰ ৰিপোৰ্টত (Part. II, Chap. X, Page- 232) উল্লেখ পোৱা যায় যে, অসমৰ 'বড়ো' গোষ্ঠীৰ মানুহবিলাক এই প্ৰদেশত অধিক সংখ্যাগৰিষ্ঠ আছিল। তেওঁলোক আছিল— (১) কছাৰী (২) মেচ (৩) তিপাৰা (৪) চুটীয়া (৫) ৰাভা (৬) হাজং (৭) মহলীয়া (৮) লালুং আৰু (৯) গাৰো জাতিৰ মানুহ। নৃতাত্ত্বিক তথ্য-পাতি অবিহনে এই শাখাবোৰৰ জাতীয় সামঞ্জস্যৰ কথা কোৱা সম্ভৱপৰ নহয়। কিন্তু তেওঁলোকৰ প্ৰাচীন নৃত্য-গীত, কথা-কাহিনী, ভাষা, সমাজ ব্যৱস্থাবোৰেই তেওঁলোকৰ মাজত পৰস্পৰ জাতীয় সম্বন্ধ যে আছিল তাৰেই প্ৰমাণ দিয়ে।

অসমত বাস কৰা জনজাতীয় লোকসকলৰ দৰে 'ৰাভা'ও মঙ্গোলীয় কৈদৰ বড়ো গোষ্ঠীৰেই এটি জনজাতি বুলি বিভিন্ন পণ্ডিতমণ্ডলীৰ দ্বাৰা স্বীকৃত। এইটো ঠিক যে, বড়ো গোষ্ঠীৰ মানুহবোৰ একে সময়তে আৰু একে বাটেৰে অসমত সোমোৱা নাছিল। দলে দলে এটাৰ পিছত এটাকৈ তেওঁলোকে অসমৰ উত্তৰ-পশ্চিম কোণৰপৰা আহিছিল। এনে ক্ষেত্ৰত প্ৰকৃততে ৰাভাসকল কোন? ক'ৰপৰা কেনেকৈ আহিছিল? অসমৰ কোন কোন জনজাতিৰ লগত এওঁলোকৰ ঘনিষ্ঠ সম্বন্ধ আছে ইত্যাদি বিষয়ে নানা পণ্ডিতে নানাভাবে মত দি মতভেদৰ সৃষ্টি কৰি গৈছে। তাৰ অৱগতিৰ বাবে কেইগৰাকীমান প্ৰাচীন লেখকৰ চমু মতামত উল্লেখ কৰা হ'ল :—

**'হগচনৰ'** মতে—'ৰাভাসকল গৰিষ্ঠ বড়ো পৰিয়ালৰ লোক।'[১] **'বুচানন হেমিলটনে'** মতামত দিয়ে—"সামাজিক, ধাৰ্মিক আৰু দৈহিক জীৱনত পানী-কোঁচৰ লগত ৰাভাসকলৰ যথেষ্ট পৰিমাণে সামঞ্জস্য আছে।"[২] আনহাতে **'ডেল্টনে'** মত প্ৰকাশ কৰে—"ৰাভা আৰু হাজংসকল কছাৰী জাতিৰ শাখা আৰু গাৰোসকলৰ লগত সম্বন্ধিত।"[৩] তেখেতে ভাবে—"পানীকোঁচ আৰু ৰাভা একে বংশৰেই আৰু তেওঁলোকৰ গাৰোসকলৰ লগত সম্বন্ধ আছে। এই অনুমিত পানীকোঁচ নামেই ওচৰ-চুবুৰীয়া পাহাৰীয়া গাৰোসকলৰ লগত নিজকে নিজে পৃথক কৰিছে ; আৰু তেওঁলোক ৰাভাসকলৰ সামাজিক ৰীতি-নীতি আৰু আচাৰ-ব্যৱহাৰত মিশ্ৰিত হৈ গৈছে।"[৪] তেখেতে আকৌ কয়—"কিছুমান আধুনিক পাশ্চাত্য মানবজাতি-তত্ত্বজ্ঞসকলৰ মতে কোঁচ, মেচ, কছাৰী, ৰাভা আৰু ধিমালসকল একেই আৰু এইসকল লোক এটা সাধাৰণ উৎসৰ পৰাই উৎপন্ন হৈছে। কিন্তু এই সম্বন্ধত তেখেতে কয়—"কোঁচ, মেচ, কছাৰী, ৰাভা আৰু ধিমালসকল সম্পূৰ্ণ বেলেগ মানুহ। গাৰো আৰু কছাৰী মানুহ তেজত পৃথক, গতিকে তেওঁলোক একে জাতিৰ মানুহ হব নোৱাৰে। প্ৰাচীন কালত গাৰোসকলক **'গাৰুদাস'** (Garudas) বুলিহে জনা যায়।"[৫]

**'পোৰটাৰে'** লিখিছে—"ৰাভাসকল বড়ো ফৈদৰ এটা শাখা।"[৬] **'এণ্ডেলে'** উল্লেখ কৰিছে—"ৰাভাসকলৰ আদি বাসস্থান আৰু ঘৰ গাৰোপাহাৰৰ উত্তৰ অংশৰ এচলীয়া অঞ্চলত আছিল।" তেখেতে ৰাভাসকলৰ প্ৰকাশ ভঙ্গীৰ বাহন ভাষাক দুই ভাগত বিভক্ত কৰিছে। (১) উত্তৰ অঞ্চলৰ (ভোটান পাহাৰৰ) অৰ্থাৎ-ভোটা-হি-চু (ভোটাঃভোটান, হিঃমাটি বা ভূমি, আৰু চুঃওখ) আৰু (২) তুৰা অঞ্চলৰ। এই দুই অঞ্চলত থকা ৰাভাসকলৰ জ্ঞান, অভিজ্ঞতা, চিন্তাধাৰা আদি সম্পূৰ্ণৰূপে আৰু স্পষ্টভাবেই সীমাবদ্ধ। এতিয়াও গাৰোপাহাৰৰ উত্তৰ অংশৰ কিছুমান এচলীয়া অঞ্চলত সংখ্যাগৰিষ্ঠ ভাবেই ৰাভা জন জাতিৰ মানুহ বসবাস কৰি আছে।"[৭] তেখেতে আকৌ উল্লেখ কৰিছে "ৰাভা নামটো এটা অনিশ্চিত পদৰ ব্যুৎপত্তিগত নিৰ্ণয়। দৰং জিলাত ৰাভা জনজাতিৰ মানুহে নিজকে নিজে **'টোটলা'** বুলি কয়। সম্ভৱতঃ ই এটা অৱজ্ঞা বা কৌতুকজনক নাম বা উপনাম। **'দাঁতিয়াল কছাৰী'** নামে আন এটি নামেৰেও তেওঁলোকক নামকৰণ কৰা হয়।"[৮] ৰাভাসকলৰ আদি উৎপত্তি অসম্পূৰ্ণৰূপে জনা যায়। কিন্তু ক'ব পৰা যায়—হিন্দু জাতিৰ পিতৃয়ে কছাৰী তিৰোতাক বিয়া কৰাই নিজ জাতি হেৰোৱা এটা জাতিৰ

---

১ Hodgson : Miscellaneous Essays relating to the Indian Subjects p. 105.
২ Mitra, A. : District Hand Book, Jalpaiguri Census, (1953), P. CXXXVIII.
৩ Dalton : Descriptive Ethnology of Bengal, p. 87.
৪ Dalton : op. cit. p. 92.
৫ Dalton : op. cit. p. 96.
৬ Porter : Census of India, Vol. V. Bengal & Assam pt. 1, p. 597.
৭ Endle, Rev. S. : 1911. The Kacharis. p. 83.
৮ Endle, Rev. S. : op. cit. p. 83.

বংশধৰ।[৯] তেখেতে বৰ্ণনা কৰি কয়—"জাতিৰ পদমৰ্যাদাৰ ফালৰপৰা ৰাভাসকল প্ৰকৃত কছাৰীতকৈ কিছু উচ্চ মৰ্যাদাসম্পন্ন। ৰাভাসকলে কছাৰীয়ে ৰন্ধা ভাত নাখায় যদিও কছাৰীসকলে ৰাভাসকলৰ প্ৰস্তুত কৰা খাদ্য গ্ৰহণ কৰে। আনহাতে ৰাভাসকলে কছাৰীসকলৰ দৰে মুক্তভাবেই মদ-ভাত খায় এই আৰু দুই জনজাতিৰ মাজত অসবৰ্ণ বিবাহ বিৰল। কছাৰী ডেকাল'ৰাই ৰাভা কন্যা এজনীক নিৰ্বাচন কৰিলে, কন্যাপক্ষৰ মানুহক ভোজন দিবলগীয়া হয়,আৰু কন্যাৰ মূল্য হিচাবে (গা-ধন) কিছু দিবলগীয়া হয়। এজন কছাৰী মানুহে ৰাভা জাতি গ্ৰহণ কৰিবলগীয়া হ'লে এটা সামাজিক দীক্ষাৰ মাজেৰেহে এই কাম সমাধা কৰা হয়।"[১০]'এলেনে' মন্তব্য প্ৰকাশ কৰে—"কছাৰী নাইবা বড়োৱে (ভুল উচ্চাৰণ) নিজকে নিজে 'বড়ো' জাতি বুলি কয়, যিসকলক কেৱল ব্ৰহ্মপুত্ৰ উপত্যকাতেই নহয়—গাৰোপাহাৰ আৰু দক্ষিণ চুৰমা উপত্যকাৰ 'টিপ্ৰেৰাত' পোৱা যায়। 'মেচ' নামটো প্ৰগতিশীল ভাবে ব্যুৎপত্তি লাভ কৰি উৎপত্তি হৈছে। 'ম্লেছ' শব্দৰপৰা আৰু উপযুক্ত উপজাতীয় নাম 'বড়ো' সচৰাচৰ ভুলক্ৰমে উচ্চাৰিত হৈছে। 'মেচ' জনজাতিৰ অধিকাংশ মানুহ হিমালয়ৰ পাদদেশৰ তৃণাচ্ছাদিত উচ্চ ভূমিত বাস কৰিছিল আৰু তেওঁলোক কছাৰীসকলৰ লগত সম্পূৰ্ণ অমিল।"[১১]

তেখেতে মন্তব্য দি কয়—"ৰাভাসকল 'বড়ো' বংশ আৰু গাৰোসকলৰ এটা প্ৰশাখা বুলি অনুমান হয়।[১২] তেখেতে আকৌ বৰ্ণনা কৰে—'গোৱালপাৰাৰ ৰাজবংশীসকল অসমৰ এটা জাতিৰ এটা বংশ ; আৰু কামৰূপৰ 'বৰকোঁচ'ৰ লগত স্পষ্টৰূপেই সাদৃশ্য দেখা যায়। গোৱালপাৰাত 'কোঁচ' নামতো তেওঁলোকে একেবাৰে পৰিহাৰ কৰিছে। এই 'কোঁচ' নামটো কেৱল জাতিৰ মৰ্যাদাহীন এটা অংশৰ ওপৰত আৰোপ কৰা হয়—যিসকলৰ লগত ৰাজবংশীসকলৰ কোনো সম্বন্ধ নাই। ৰাজবংশী বা কোঁচ উপাধি ব্যৱহাৰ কৰা জাতিক সাধাৰণতঃ অধিক সংখ্যকে জানে। এওঁলোক চাৰিওফালে ব্যাপ্ত, কেৱল অসমতেই নহয়, উত্তৰবঙ্গতো। তেওঁলোক মিশ্ৰিত জাতিৰ এটা বংশধৰ বুলি দৃষ্টিগোচৰ হয়। পশ্চিমফালে তেওঁলোকৰ ঘনিষ্ঠ সম্পৰ্ক দ্ৰাবিড়ী উৎস আৰু পূবফালে মঙ্গোলীয় উৎস বুলি অনুমান হয়। কোঁচৰ কৰ্তৃত্ব বা প্ৰভাৱৰ কেন্দ্ৰস্থল হৈছে—কোঁচবেহাৰ আৰু গোৱালপাৰা। শাসক শ্ৰেণীৰ পৰম্পৰাগত মতবাদৰ দ্বাৰা এই জাতিয়ে পদ-মৰ্যাদাত অধিকভাবেই আক্ৰান্ত হৈছে। কোঁচৰজা আৰু তেখেতসকলৰ সভাসদবৰ্গ আছিল—তেওঁলোকৰ জীৱনৰ গণ্যমান্য প্ৰতিনিধি। এই জাতিৰ মানুহবিলাকে গ্ৰহণ কৰিছিল— সন্মানসূচক 'ৰাজবংশী' উপাধি বা 'ৰাজোচিত' বংশ। ব্ৰাহ্মণসকলৰ বাবে ৰাজবংশীসকলক পানীৰ যোগান ধৰিবলৈ অনুমতি প্ৰদান কৰা হৈছিল আৰু তেওঁলোক সম্পূৰ্ণ ৰূপেই গাহৰিৰ মাংস আৰু মদৰপৰা বিৰত থাকিব লাগিছিল। বিবাহ

---

৯ Endle, Rev S. : op. cit. p 84

১০ Endle, Rev. S : op. cit. p. 85.

১১ Allen : Assam District Gazetter (1903), Vol. III, Goalpara. p. 49.

১২ Allen : op cit. p. 49.

সংক্ৰান্তত তেওঁলোকে গোড়া হিন্দুধৰ্ম্মৰ অৱশ্য পালনীয় আদেশ অনুৰূপে আড়ম্বৰেৰে প্ৰদৰ্শন কৰিছিল পাণ্ডিত্যাভিমানী আকাংক্ষা।গোৱালপাৰাত ৰাজবংশীসকলে নিয়মিতভাবে '**হোমপোৰা**' ধৰ্মানুষ্ঠান সম্পাদন কৰিছিল আৰু তেওঁলোকৰ ছোৱালীবিলাকক বিয়া দিছিল তুলনাত্মকভাবে নিয়মিত সময়ৰ আগতেই। '**মেচ**' আৰু '**ৰাভাসকলক**' ৰাজবংশীৰ শ্ৰেণী হিচাবে অধিকাৰ দিয়া হৈছিল—ধৰ্মান্তৰ ৰূপত। কিন্তু তেওঁলোকে প্ৰথমে '**মদাহী**' আৰু '**শৰণীয়া**' এই দুই প্ৰাথমিক স্তৰৰ মাজেদিহে অগ্ৰসৰ হ'ব লাগিছিল। যিজনে ৰাজবংশী পদত অভিষিক্ত হৈছে, তেৱেঁই সাধাৰণতঃ '**ভঙ্গ ক্ষত্ৰিয়**' বুলি দাবী কৰে। গোৱালপাৰাৰ কোঁচসকল কামৰূপৰ '**বৰকোঁচ**'ৰ পৰা সম্পূৰ্ন স্বতন্ত্ৰ—যিসকলে গোৱালপাৰাৰ ৰাজবংশীসকলৰ পৰিপূৰক অংশ পাইছে।" ১৩

ৰাভা, কোঁচ, গাৰো আৰু কছাৰীসকলৰ অভিপ্ৰয়াণ আৰু উপনিবেশ স্থাপন কৰা সম্পৰ্কত 'প্লেফেয়াৰে' কৈছে—"অতি প্ৰাচীন কালত এই জাতিৰ মানুহবিলাকৰ অভিপ্ৰয়াণ হৈছিল তিব্বতীয় অঞ্চলৰপৰা ব্ৰহ্মপুত্ৰ উপত্যকালৈ আৰু তাৰপৰা অসমৰ পাহাৰবোৰলৈ। বৰ্ত্তমান গাৰোপাহাৰৰ গাৰোসকলৰ আগমনৰ বহু পূৰ্বেই গাৰোপাহাৰ ৰাভা আৰু কোঁচসকলৰ অধিকৃত আছিল য'ৰপৰা তেওঁলোক ভৈয়ামলৈ নামি আহিছে। এইটো স্পষ্ট যে—ৰাভা, গাৰো আৰু কছাৰীসকলৰ অভিপ্ৰয়াণ হৈছিল আনুক্ৰমিক সোঁতত। কিন্তু ৰাভাসকল আৰু কোঁচসকল এই ঠাইৰ অধিবাসী হৈছিল। গাৰো আৰু কছাৰীৰ শাৰীৰিক আৰু ভাষাগত সাদৃশ্য বেছি। এই দুই জাতিৰ মানুহ মূলতঃ একে ধৰণে গঠিত, পৰবৰ্তী কালত নিজে নিজে বেলেগ বেলেগ হৈ পৰে। কছাৰীসকল ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰত আৰু গাৰোসকল দক্ষিণ পাৰত বিস্তৃত হৈ পৰে। এইটো সম্বৱ যে গাৰো আৰু কছাৰীসকল ৰাবাসকলৰ পিছত অধিবাসী হয়। গাৰোসকলৰ অনুমান মতে তেওঁলোক গোৱালপাৰাৰ ভৈয়ামৰপৰা পাহাৰলৈ গৈছিল। এইটো কল্পনা কৰা যায় যে তেওঁলোক প্ৰথম আগমনকাৰী নহয়। সেই একে পৰিয়ালৰ শাখা এটাই পাহাৰবোৰত বসবাস কৰি আছিল আৰু নতুনকৈ অহাসকলে আদিমবাসীসকলক খেদি পঠালে। তেতিয়া পাহাৰৰ প্ৰথম অধিবাসীসকল (ৰাভাসকল) আচাৰ-ব্যৱহাৰত বেলেগ বেলেগ দলত বিভক্ত হ'ল—যিসকলক পশ্চিমৰপৰা উত্তৰলৈ খেদি দিলে আৰু আন দলবিলাকে পূবৰপৰা দক্ষিণলৈ গতি কৰিলে, যিসকলৰ প্ৰথমে বিদেশী আৰু সুসভ্য মানুহৰ সংস্পৰ্শ ঘটিল আৰু তেওঁলোকৰ ধৰ্ম আৰু ৰাজনীতি গ্ৰহণ কৰিলে লগতে স্বাতন্ত্ৰ্য হেৰুৱাই পেলালে। আনসকলে অতি প্ৰাচীন ভাষা আৰু আদিম নীতিকে ধৰি ৰাখিলে।"[১৪] তেখেতে উল্লেখ কৰিছে—"গাৰোসকলৰ সম্বন্ধ ঘটে কছাৰীসকলৰ লগত। কছাৰীসকল 'কিংসাৰী-কংসাৰী' নামে পূৰ্বপুৰুষৰ বংশধৰ যিজনে বিয়া কৰিছিল 'সুকৃপো বজিপা'ৰ ক্ৰীতদাস এজনক—যিসময়ত গাৰোসকল যোগীযোপাত

১৩ Allen : op. cit, p. 49.
১৪ Playfair : The Garos, p. 22

বাস কৰিছিল। ঠিক সেইদৰেই ৰাভাসকলৰ লগত গাৰোসকলে সম্বন্ধ দাবী কৰে যে তেওঁলোক পূৰ্বপুৰুষ 'সোৰে-বোজেৰ' বংশধৰ।" [১৫] এই সম্পৰ্কত তেখেতে মন্তব্য প্ৰকাশ কৰে— "মিঃ গেইটে তেওঁৰ ১৮৯৯ চনৰ Census Report of Assam ত প্ৰসঙ্গ ক্ৰমে উল্লেখ কৰিছে যে ৰাভাৰ টোটলা আৰু দাঁতিয়াল কছাৰীৰ নাম মই কতো শুনা নাই আৰু বহুবছৰ ধৰি ৰাভাৰ মাজত কাম কৰি ৰেভাঃ ষ্টেফেনেও নাজানে।" [১৬]ৰাভা আৰু গাৰোৰ মাজত ভাষা আৰু কৃষ্টিৰ সাদৃশ্য আঙুলিয়াই কৈছে যে তেখেতে ৰাভাৰ এটা শাখা 'ৰংদানিয়া' আৰু গাৰোৰ দুটা শাখা—'আটং' আৰু 'ৰুগাৰ' মাজত ভাষাগত সাদৃশ্য দেখিছে। তেখেতে কৈছে—"যেতিয়া মই কছাৰীসকলৰ লগত গাৰোসকলক শ্ৰেণী বিভাজন কৰোঁ, তেতিয়া অনুমান হয় যে তেওঁলোকে আদিম বড়োৰ প্ৰতিনিধিত্ব কৰে। মই ভাবো যে 'আটং' আৰু 'ৰুগাসকল' এটা বেলেগ বংশৰ, আৰু তেওঁলোকৰ সাধাৰণ মূল আছে—ৰাভা আৰু কোঁচৰ লগতহে।" [১৭] তেখেতে আকৌ 'ডেল্টন'ৰ Ethnology of Bengal ত থকা মন্তব্যখিনিও উল্লেখ কৰিছে—ই নিঃসন্দেহ যে পানীকোঁচসকল বড়ো ফৈদৰ। তেওঁলোক অধিকভাবে ৰাভাসকলৰ লগত মিশ্ৰিত। গ্ৰীয়েৰছনৰ মন্তব্যখিনিও উল্লেখ কৰিছে—"কোঁচসকলে কোঁচৰ মূল শব্দাৰ্থ হেৰুৱাই পেলাইছে আৰু এতিয়া বড়ো বুলি প্ৰকাশিত হৈছে। তেওঁলোকে স্বকীয় ভাষা পৰিত্যাগ কৰিছে। তেখেতৰ মতে কোঁচসকল ছয় শাখাত বিভক্ত। যেনে—(১) হৰিগয়া, (২) সাতপুৰীয়া, (৩) দাসগয়া, (৪) চাপৰা, (৫) ওৱানাং আৰু (৬) তিনতেকীয়া। 'তিনতেকীয়া'ৰ বাহিৰে সকলোৱে প্ৰায় একেবাৰেই তেওঁলোকৰ ভাষা পৰিত্যাগ কৰিছে। আনহাতে তিনতেকীয়াসকলে কোঁচ ভাষাত কথা কয় আৰু তেওঁলোকৰ ৰীতি-নীতি আৰু পোচাক-পৰিচ্ছদ আন শাখাৰ স্বজাতীয়সকলৰ লগত বহুখিনি পাৰ্থক্য।" [১৮] 'গেইটে' সংক্ষেপে কৈছে—"প্ৰচুৰ পৰিমাণে সন্দেহ দেখা যায়, এই ৰাভাসকল প্ৰকৃততে কোন? নামনি অসমৰ ৰাভাসকলক গাৰোসকলৰ প্ৰশাখা বুলি নিশ্চিত কৰা হয়, আৰু কামৰূপ আৰু দৰঙৰ ৰাভাসকলক হিন্দু নীতিৰ ফালৰপৰা কছাৰী বুলি অনুমান হয়। তেওঁলোক 'বড়ো' ফৈদৰ, ই নিশ্চিত। কিন্তু এইটো স্পষ্ট নহয় যে ৰাভাসকল আন শাখাবিলাকৰ লগত পাৰস্পৰিকভাৱে অতি ওচৰ সম্বন্ধযুক্ত। যদিও কিছুমান গাৰো আৰু কছাৰী ৰাভা হৈছে, ঠিক আনফালে কোঁচো হৈছে। এইফালৰ পৰা এইটো দৃষ্টিগোচৰ হয় যে ৰাভাসকল বস্তুতঃ এটা আদিম জাতি।" [১৯] কোঁচ জাতিৰ বিষয়ে 'গেইটে' আন এঠাইত কৈছে—"বৰ্ত্তমান দিনত 'কোঁচ' শব্দ দুই প্ৰকাৰৰ অৰ্থযুক্ত। অসমত ই এটা হিন্দু জাতিৰ নাম হৈছে—যিটো কছাৰী, লালুং, মিকিৰ আৰু আন আন জাতিৰ পদ-মৰ্যাদাৰ পৰা হিন্দুধৰ্মলৈ

---

১৫ Playfair : op. cit. p. 16
১৬ Playfair . op. cit. p. 19.
১৭ Playfair : op. cit. p. 22.
১৮ Playfair : op. cit. p. 22.
১৯ Gait : Census of Assam. 1891. Vol. I. Reports. pt. II. p. 232.

ৰূপান্তৰিত হৈছে। এতিয়াও এই ধৰ্মান্তৰ নীতি ক্ৰমবৰ্দ্ধমান অৱস্থাত চলিয়ে আছে ; আৰু তেওঁলোকক কোঁচ বুলি অঙ্কিত কৰে। আনহাতে উত্তৰবঙ্গ আৰু গোৱালপাৰাত ই অখ্যাতিৰূপে পতিত হৈছে ; আৰু '**ৰাজবংশী**' উপাধি পক্ষাৱলম্বন হেতু স্বীয় কোঁচ জাতিৰ উপাধি পৰিত্যাগ কৰি আহিছে। ইয়াক সাধাৰণতে বংশৰ পৰিচায়ক বুলি বিবেচনা কৰা হয়, আৰু জাতিৰ নাম হিচাবে কবলগীয়া হয়। কিন্তু, ই জাতি নহয়, মানুহৰ মানবীয় তথাকথিত বাদানুবাদৰ বিষয়। 'পুৰাণ' আৰু 'তন্ত্ৰ'ৰ কুবচ (Kuvacha) হিচাবে কোঁচসকলক আৰোপ কৰা হয়। দ্বাদশ শতিকাৰ শেষ ভাগৰ 'মহম্মদ বখ্‌তিয়াৰ খিল্‌জীৰ' এজন বুৰঞ্জী লেখকে কৈছে যে,কোঁচ, মেচ আৰু থাৰু জাতিৰ আকৃতি 'দক্ষিণ চাইবেৰীয়া'ৰ জাতিৰ লগত মিল আছে।" [২০]

ৰাভাৰ '**ৰংদানীয়া**' শাখাটোৰ উৎস আৰু অভিপ্ৰয়াণ সম্পৰ্কে '**ফ্ৰেণ্ডপেৰেইৰাই**' কৈছে—"ৰাভাৰ প্ৰাচীন বুৰঞ্জীত ৰংদানীয়া ৰাভাৰ পৰাম্পৰাগত মতবাদ বা ঐতিহ্য আছে। তেওঁলোক গাৰোপাহাৰত বাস কৰিছিল আৰু গাৰোজাতিৰ লগত বহুবছৰ সংঘৰ্ষৰ ফলত, অৱশেষত তেওঁলোক ভৈয়ামলৈ নামি আহে—যিবোৰ ঠাই আজি তেওঁলোকে অধিকাৰ কৰি আছে। তেওঁলোকে কয় যে 'ছুম্‌ছাঙ'ত তেওঁলোকৰ জাতিৰ শৈশৱৰ শিলৰ 'দোলা' আছে। এই 'ছুমছাং' নামটো আধুনিক 'সোমেশ্বৰী' নদীৰ গাৰো নাম আৰু এই নদীয়ে পানীৰে উপত্যকা ওপচাই দিয়ে। ই 'ময়মনসিং' জিলাৰ 'সুচাং' পৰগণালৈ অৱতৰণ কৰিছে।" [২১]

তেখেতে ৰাভাৰ পৌৰাণিক কাহিনীৰ ওপৰত ভিত্তি কৰি ৰাভাৰ শাখা 'ৰংদানীয়া' আৰু গাৰোৰ শাখা 'আটঙৰ' মাজত উৎপত্তিমূলক সম্বন্ধ দেখুৱাইছে। তেখেতে কয়—"আটংসকল ৰংদানীয়াৰ জ্ঞাতি। তেওঁলোকৰ উভয়ে ৰাভা জাতিৰ '**ছোৱে-বোঙ্গে**' (Sae- bonge) আৰু '**বোঙ্গে-কোটে** (Bonge-kote) নামে দুই বায়েক-ভনীয়েক বংশধৰ। ডাঙৰজনীয়ে গাৰো মানুহ এজনক বিয়া কৰিলে আৰু তায়ে 'আটং' জাতিৰ মাতৃ, হ'ল ; কিন্তু সৰুজনীৰ তাইৰ আত্মীয় ভাই এজনৰ লগত অবৈধ মিলন ঘটিল। এই দোষী দম্পতিয়েই হ'ল ৰংদানীয়া ৰাভাৰ পূৰ্বপুৰুষ। গাৰোৰ মাজত প্ৰথমে ঐতিহ্যৰ সৃষ্টি হয়—যেতিয়া 'আটং' জাতিৰ ক্ষমতাশালী ৰজা 'ছছেং' আছিল। তেওঁ ৰাভাসকলক 'সোমেশ্বৰী' নদীৰ উপত্যকালৈ লৈ গৈছিল জমি কৰ্ষণ কৰিবলৈ। কাৰণ, সেইসময়ত গাৰোসকলৰ যাযাবৰ অৱস্থাত আছিল। তেওঁলোকৰ কৃষি-কৰ্ম্ম-পদ্ধতিৰ লগত পৰিচয় নাছিল। তাৰ পিছত যেতিয়া ছছেঙৰ ব্ৰাহ্মণ মন্ত্ৰীয়ে বিশ্বাসঘাতক ভাবে তেওঁক হত্যা কৰিলে আৰু শাসনৰ প্ৰধান ক্ষমতা বলপূৰ্ব্বক অধিকাৰ কৰিলে, তেতিয়া অৰাজকতা আৰু ৰক্তপাতৰ সৃষ্টি হ'ল, আৰু ৰাভাসকলক-এই উপত্যকাৰ পৰা খেদি দিলে।" [২২] তেখেতে আকৌ উল্লেখ কৰিছে—"এসময়ত ৰাভাসকল সম্পূৰ্ণৰূপে মাতৃপ্ৰধান আছিল আৰু বৰ্তমান তেওঁলোক মাতৃপ্ৰধানৰপৰা পিতৃপ্ৰধানলৈ

---

২০ Gait. · op. cit. pp 47-48
২১ Friend Pereira : Census of Assam (1911), Vol III: pt. I, p. 145.
২২ Friend-Pereira : op. cit, p. 145

ৰূপান্তৰিত হ'ব ধৰিছে।" তেখেতে লগতে কৈছে—"পশ্চিমবঙ্গৰ কোচা বা কোচ ৰাভাসকল নৃতত্ত্বৰ ফালৰপৰা ৰাভা জাতিৰ এটা শাখা।"[২৩]

**'মাৰ্টিনৰ'** মতে—"ৰাভাসকল কোচ শাখাৰ পানীকোচৰ লগত একে বংশজ। তেওঁলোক অসমৰ সকলো অঞ্চলত আৰু ভূটানৰ নামনি অংশত পাতলভাৱে সিঁচৰতি হৈ আছে।"[২৪] তেখেতে আকৌ মন্তব্য প্ৰকাশ কৰিছে—"ৰাভাসকল কছাৰী নহয়। কোঁচৰজা বিশ্বসিংহই সিংহাসনত বহাৰ আগতে 'কোচভাষী' আৰু 'ৰাভাভাষী' মানুহবিলাক একে জাতিৰেই আছিল।"[২৫]

J.E. Friend-pereira esq. Late Subdivisional Officer, Goalpara (1838)-য়ে বহুতো তথ্য-পাতি সংগ্ৰহ কৰি ৰাভাৰ বিষয়ে বহুতো কথা লিখি থৈ গৈছে আৰু সেইয়া Census of India-ত মুদ্ৰিত হৈছে।[২৬]

ৰাভাসকলৰ সামাজিক দৃষ্টিভংগীৰ ফালৰ পৰা তেখেতে সাত ভাগত বিভক্ত কৰি গৈছে। যেনে— (১) ৰংদানিয়া (২) পাতি (৩) মায়তাৰিয়া (৪) কোচ (৫) দাহৰিয়া (৬) বইতালিয়া আৰু (৭) ছোংগা। কিন্তু এইটো সন্দেহজনক যে, কোঁচ, বইতালিয়া আৰু ছোংগা প্ৰকৃততে ৰংদানিয়া, পাতি আৰু মায়তাৰিয়া ৰাভাৰ দৰে হয় নে নহয়।

* * *

"মেচপাৰা জমিদাৰৰ অঞ্চলত গোৱালপাৰা আৰু লক্ষীপুৰৰ মাজত 'ৰংদানিয়া' ৰাভাসকল বসবাস কৰে। তেওঁলোককেই প্ৰকৃত ৰাভা বুলি ধৰিব পাৰি। 'দাহৰি' যিসকলৰ দুটা শাখা আছে ; তেওঁলোকে 'ৰংদানিয়া' ৰাভাসকলৰ গাঁৱৰ মাজে মাজে বসবাস কৰি আছে। 'পাতি' ৰাভাসকলে পূব অংশত গোৱালপাৰা আৰু গুৱাহাটীৰ মাজত বসবাস কৰি আছে। তেওঁলোকে হিন্দুৰ ৰীতি-নীতি গ্ৰহণ কৰিছে। 'মায়তাৰিয়া' ৰাভাসকল লক্ষীপুৰৰ পশ্চিম অঞ্চলৰ পাহাৰীয়া ঠাইত বসবাস কৰি আছে। তেওঁলোকৰ চলন-ফুৰণ আৰু আচাৰ-নীতিবোৰ গাৰোসকলৰ লগত মিল দেখা যায়; কিন্তু তেওঁলোকৰ মৰ্যাদা 'ৰংদানিয়া' আৰু 'পাতি' ৰাভাসকলৰ লগত সমান। গাৰোপাহাৰৰ দক্ষিণ-পশ্চিম অঞ্চলত 'কোচ' ৰাভা সকল বসবাস কৰি আছে। 'বইতালিয়া' ৰাভাসকল কামৰূপ জিলাত আৰু 'ছোংগা' ৰাভাসকল ব্ৰহ্মপুত্ৰ নদীৰ উত্তৰ পাৰত বসতি কৰি আছে। এইদৰে দেখা

২৩ Friend-Pereira op. cit p. 142.
২৪ Martin. · Eastern India. Vol. III. chapter V, p. 545.
২৫ Martin, op. cit, p 408.
২৬ E.H Pakyntein . Indian Administrative Service. Supdt. of Census operation. Assam 29. census of India (1961).

যায়, ৰাভাসকলৰ শেষৰ তিনিটা শাখাৰ ৰাভাসকলে প্ৰকৃত ৰাভাসকল থকা ঠাইৰ বাহিৰত বসবাস কৰি আছে।”

* * *

“ৰাভাসকলৰ আকৌ প্ৰত্যেকটি শাখাৰ বংশানুক্ৰমিক পৰিয়ালৰ উপশাখা আছে। সেইবোৰক 'বাৰায়' বুলি কোৱা হয়। তলত কেইটামান 'ৰংদানিয়া' ৰাভাসকলৰ 'বাৰায়' উল্লেখ কৰা হ'ল।

১। টেংটং, ২। ৰুংদুং, ৩। পাম, ৪। পামুং, ৫। চুৰচুং, ৬। হাদু, ৭। বাগু, ৮। বাকচোক্ ৯। চেৰেঙা, ১০। গুৰ।

'ৰংদানিয়া' আৰু 'পাতি' ৰাভাৰ মাজত কিছুমান 'বাৰায়' একেই। এই বাৰায়বোৰ পূৰ্ণভাৱেই 'অসবৰ্ণ' শাখা। কাৰণ বিভিন্ন পৰিয়ালৰ 'বাৰায়' সংগ্ৰহ কৰিলে দৃষ্ট হয় যে, তেওঁলোক একেই ৰক্তৰ (তেজৰ)। একে 'বাৰায়'ৰ মাজত বিবাহ একেবাৰেই নিষিদ্ধ। কেতিয়াবা আকৌ দুই নাইবা ততোধিক 'বাৰায়' লগ লাগি এটা 'অসবৰ্ণ' শাখা গঠিত হয়। তাক 'হুৰি' বুলি কোৱা হয়। উদাহৰণ স্বৰূপে— (১) ৰুংদুং আৰু পাম বাৰায় (২) হাদু আৰু বাগু বাৰায় একেটা হুৰিৰ ভিতৰত পৰে। এওঁলোকৰ প্ৰত্যেকটি শাখা বা 'হুৰি'ৰ মাজত বিবাহ একেবাৰেই নিষিদ্ধ।

এইটো এটা মনোৰঞ্জক বিষয় যে, ৰাভাসকলৰ পৰিয়ালবোৰ মাতৃ-তান্ত্ৰিকৰ পৰা পিতৃ-তান্ত্ৰিকলৈ পৰিবৰ্তন প্ৰতীয়মান হয়। পূৰ্ববংশৰ অধিকাৰ সদায় মাতৃতান্ত্ৰিক ফালৰ পৰা চিহ্নিত হয় আৰু তদ্ৰূপে ল'ৰা-ছোৱালীৰ বিবাহৰ ক্ষেত্ৰতো সিহঁতৰ মাকৰ বাৰায়ৰ লগত।”

* * *

এই প্ৰসঙ্গত Mr. Colonel Gurden, C.S.I. Provincial Superintendent of Ethnography-য়ে উল্লেখ কৰি গৈছে—

'Mr. Friend Pereira ই কৈছে— 'ৰাভাসকলৰ প্ৰত্যেকটি শাখাৰ পৰিয়ালৰ কিছুমান উপশাখা আছে। এওঁলোক একেটা বংশৰ পৰাই উত্তৰাধিকাৰী হৈ আহিছে। কিন্তু, এই উত্তৰাধিকাৰ সদায় প্ৰতীয়মান হয় মাতৃতান্ত্ৰিক ফালৰ পৰা আৰু ল'ৰা-ছোৱালীক বিবাহ দিয়াৰ ক্ষেত্ৰতো মাকৰ বাৰায়ৰ লগতহে চিহ্নিত বা বিচাৰ্য হয়; ঠিক গাৰোৰ 'মাচং' সদৃশ। বৰ্তমান ৰাভাসকল সৰ্বতোভাৱে সম্বন্ধিত গাৰোৰ 'আটং' শাখাৰ লগত।'

তেখেতে উল্লেখ কৰা ৰাভাসকলৰ দেৱ-দেৱী আৰু ভূত-প্ৰেতবিলাকৰ নাম উল্লেখ কৰা হ'ল—

'বায়-মাবায়, বায়খো বায়, খোকচি বায়, হুাহুং বায়, দাৰ্মাং বায়, বেৰাহাচু বায়, লাংগাচাৰা বায়, কামাহাচু বায়, মায়ৰং বায়, খিচ্ছাম বায়, বীৰা বায়, আচকা বায়, বুদাবা

বায়, তেক্কাৰ বায়, বিষবালী বায়, শিংৰা বায় ....... লায়কচ বায়।'

(তেখেতে প্ৰত্যেকটো দেৱ-দেৱী আৰু ভূত-প্ৰেতৰ পূজাৰ পৰিবেশনৰ কথা সুন্দৰকৈ বৰ্ণনা কৰি গৈছে। ইয়াৰ ভিতৰত লায়কচ (ৰাক্ষক) দেৱতাৰ পৰিবেশন অতি ভয়ানক বুলি আৰু অভাবনীয় বলিৰ কথা বৰ্ণনা কৰিছে।)

তেখেতে ৰাভাসকলৰ বিবাহ পদ্ধতিক তিনি ধৰণৰ বুলি কৈছে—

১। ল'ৰা বা ছোৱালীক কিনি আনি বিয়া কৰোৱা।

২। ল'ৰা বা ছোৱালীক দান সূত্ৰে আনি বিয়া কৰোৱা।

৩। ল'ৰা বা ছোৱালীক চাকৰ বা চাকৰণী হিচাপে ৰাখি বিয়া কৰোৱা।

* * *

'মাকৰ ভায়েক বা ককায়েকৰ জীয়েকক অৰ্থাৎ মোমায়েকৰ জীয়েকক বিয়া কৰোৱা ব্যৱস্থা সমাজস্বীকৃত।'

একপত্নী (Monogamy) নাইবা বহুপত্নী (Polygamy) বিবাহ প্ৰথা সমাজ স্বীকৃত। কিন্তু, বহুস্বামী (Polyandry) বিবাহ প্ৰথা নিষিদ্ধ।'

'ধূপ চাউল বিয়াৰ ব্যৱস্থা আছে। নিৰ্দিষ্ট বিয়াৰ আগতে কইনাৰ ঘৰত এই বিয়াৰ ব্যৱস্থা কৰা হয়। সিদিনাখন দৰা পক্ষৰ পৰা কইনাক ধূপ চাউল অৰ্পণ কৰা হয়। কইনাজনীয়ে এই ধূপ চাউল গ্ৰহণ নকৰিলে বিবাহ অনুষ্ঠান সমাপন হ'ব নোৱাৰে। যদি কইনাজনীয়ে এই ধূপ চাউল গ্ৰহণ কৰে, তেন্তে দৰা পক্ষৰ পৰা তাইৰ মূৰত মিঠাতেল ঢালে আৰু কপালত সেন্দুৰ পিন্ধায়। তাৰ পিছতহে বিবাহৰ নিৰ্দিষ্ট দিন স্থিৰ কৰা হয়।'

* * *

'গিৰিয়েক-ঘৈণীয়েকৰ বিবাহ বিচ্ছেদ হ'ব পাৰে দুয়ো পক্ষৰ সম্মতিক্ৰমে। দুয়ো পক্ষই সম্মত হ'লে কোনো সামাজিক প্ৰাপ্য দিব নালাগে। কিন্তু যদি গিৰিয়েকে ঘৈণীয়েকক সংগত কাৰণ বিনা ঘৈণীয়েকৰ পৰা বিচ্ছেদ হ'ব খোজে, তেন্তে সি ঘৈণীয়েকক ২০ টকাৰ পৰা ৩০ টকালৈকে ক্ষতি পূৰণ দিব লাগে। যদিহে ঘৈণীয়েক সন্তানহীনা নাইবা ঘৰুৱা কাম-বন কৰাত অসমৰ্থ হয়, তেন্তে ইচ্ছা কৰিলে গিৰিয়েকে দ্বিতীয় গৰাকী ঘৈণীয়েক গ্ৰহণ কৰিব পাৰে।'

'ৰাভাসকলৰ মৰাশটো সাধাৰণতঃ পোৰে, কিন্তু কলেৰা, বসন্তাদি সংক্ৰামক বেমাৰত মৰিলে নোপোৰে; কবৰহে দিয়ে। বাঘে খোৱা মৰাশটোক নিম্ন মানদণ্ডত পুৰি অন্ত্যেষ্টিক্ৰিয়া কৰা হয়।'

* * *

'শবদাহনৰ সময়তে জ্বলন্ত এঙাৰৰ পৰা কপালৰ অস্থি মৃতকৰ পুতেক বা নিকটস্থ বাৰায়ে বুটলি ঘৰলৈ কান্ধত তুলি লৈ আহে। এমাহৰ পিছত আদ্যশ্ৰাদ্ধৰ দিনা পুনঃ কান্ধত তুলি লৈ সামূহিক নৃত্য-গীতেৰে 'তুৰা হুকৰ' নামে ঠাইলৈ লৈ যায়। 'তুৰা হুকৰ' এটা পাহাৰৰ বিৰাট শিলৰ গহ্বৰ য'ত প্ৰাচীন ৰাভাসকলৰ যুদ্ধৰ অস্ত্ৰ-শস্ত্ৰ, শ্বহীদ সৈন্যবিলাকৰ সাজ-পোছাকবোৰ জমা কৰি থোৱা আছে। কালৰ সোঁতত বৰ্তমান ইয়াৰ চিনচাব নোহোৱা হৈছে। এই 'তুৰা হুকৰ'তেই মতা-তিৰোতা সকলোৱে যথেষ্ট পৰিমাণে মদ-ভাত খাই নৃত্য-গীতেৰে আদ্যশ্ৰাদ্ধৰ কাম সমাধা কৰে। বাদ্যযন্ত্ৰ আৰু নৃত্য-গীতেৰে পৰিবেশ মুখৰিত কৰি তোলে। নৃত্যৰ লগে লগে কৰুণ ৰসেৰে অভিষিক্ত সুৰ ধৰি মৃতকৰ আত্মাক সম্বোধন কৰি গায়—

'পুনঃ তুমি সম্ভ্ৰান্ত ৰাভা পৰিয়ালত জন্মগ্ৰহণ কৰিবা। গছ-গছনি, ঘাঁহ-বন হৈ জন্মগ্ৰহণ নকৰিবা-বনৰ জুইয়ে পুৰি মাৰিব। হাঁহ-কুকুৰা, পাৰ আদি হৈ জন্মগ্ৰহণ নকৰিবা-মানুহে মাৰি খাব। গৰু-ম'হ হৈ জন্মগ্ৰহণ নকৰিবা, তোমাক খেতি পথাৰত হালবাই কষ্ট দিব। নাইবা কীট-পতংগ হৈও জন্ম লাভ নকৰিবা, চৰাই-চিৰিকতিয়ে তোমাক খাই পেলাব।'

(এই কৰুণ ৰসসিক্ত নৃত্য-গীতৰ যোগেদি ৰাভাসকলে যে পুনৰ্জন্মৰ প্ৰতি অগাধ বিশ্বাস কৰে, তাৰেই জ্বলন্ত প্ৰমাণ পোৱা যায়।)

J.E. Friend Pereira-ই মন্তব্য দি গৈছে— 'From the old swords and rhinocerous hide shields in the possession of some families it would appear the Rabhas were at some former time a martial race and indulged in warfare.'

কিন্তু, M. Martin চাহাবে মন্তব্য দি গৈছে— 'They are a strong race of man, but uncommonly timid.'

* * *

দদানে 'তোবা ৰাণী'ক বিয়া কৰাইছিল। তেওঁলোকৰ জীয়েক 'নদাই'। 'নদাই'ক বিয়া দিছিল বেলেগ জাতিৰ তিৰোতাৰ ল'ৰা 'মাৰুক্ষেত্ৰী'ক। শেষত দদানে মাৰুক্ষেত্ৰীক প্ৰধান সেনাপতিৰ পদত নিযুক্তি দিছিল।'

* * *

'কাশী' ৰজাই দদানৰ লগত যুদ্ধ কৰিবলৈ তাৰ দূত দুজন 'বাসুৰি' আৰু 'পাচুৰি'ক পঠাইছিল। এই যুদ্ধ ঘোষণাৰ খবৰ পাই 'দদান' হতাশ হৈছিল আৰু কান্দিছিল।' ..........'শেষত মাৰুক্ষেত্ৰীয়ে 'চেপনশিলা' পাহাৰত কাশী ৰজাক শৰবিদ্ধ কৰি বধ কৰিছিল।'

* * *

আগতে সকলো দেৱ-দেৱী আৰু ভূত-প্ৰেতৰ পূজাৰ দায়িত্ব ৪টা প্ৰধান বাবায়ৰ ওপৰত অৰ্পণ কৰা হৈছিল। আন বাবায় বা গোত্ৰৰ মানুহে এইবোৰ পূজাৰ কামত হেনো কোনো হস্তক্ষেপ কৰিব নোৱাৰিছিল। এইমতে— (১) 'চুৰুদুং' বাবায়ে পূজা কৰিছিল। (২) 'পাম' বাবায়ে পূজাৰ সামগ্ৰীবোৰ যোগান ধৰিছিল। (৩) 'কংদুং' বাবায়ে মদ আৰু পূজাৰ ভোগ আদি প্ৰস্তুত কৰিছিল আৰু 'টেংটং' বাবায়ে 'দাইদি' নামৰ ধাতুৰ (কাঁহৰ) পাত্ৰ পূজাৰ সময়ত ধ্বনিত কৰিছিল।

* * *

M. Martin চাহাবে তেখেতৰ লিখিত 'Estern India'-ত উল্লেখ কৰি গৈছে— অতীজতে 'বিংগা, 'ৰিংগা' আৰু 'ৰাভা' নামে তিনিটা জাতিৰ দল আছিল। ইয়াৰ ভিতৰত ৰাভা দলটোৱে বিংগা, ৰিংগা এই দুয়োটা দলৰ ওপৰত প্ৰাধান্য বিস্তাৰ কৰি আছিল। শেষত এই দুয়োটা দল ৰাভা দলৰ লগত সম্পূৰ্ণভাৱে সংমিশ্ৰিত হৈ গৈছিল আৰু তাৰ পিছৰ পৰা এই তিনিটা দলৰ সমষ্টিটোৱে ৰাভা জাতি হিচাপে পৰিচিত হৈ জনপ্ৰিয় হৈ উঠিছিল।

ৰাভাসকলৰ মতে সকলো দেৱতাৰ ভিতৰত 'ৰিছি' দেৱতাই প্ৰধান আৰু শক্তিশালী। এই দেৱতাৰ পত্নী 'চাৰিপক'। তেওঁলোকৰ মতে এই দেৱ-দেৱী স্বৰ্গত (ৰাংকাৰাং) বাস কৰে। 'ৰিছি' দেৱতাৰ আদেশ অনুযায়ী 'তাকৰা' নামে এজন দেৱতাই এই পৃথিৱীখন সৃষ্টি কৰিছে। ৰাভাসকলে 'ৰিছি' দেৱতাক পূজা কৰে। কিন্তু 'তাকৰা' দেৱতাক পূজা নকৰে। এওঁলোকে কোনো মূৰ্তি পূজা নকৰে। তেখেতে কেইটিমানহে ৰাভাৰ দেৱ-দেৱীৰ নাম উল্লেখ কৰি গৈছে। যেনে— 'পুৰুষ দেৱতা মহেশ, ধনপাল, ৰাখাল, ঠাকুৰ, সোণাৰায়, ৰূপাৰায় আৰু তিৰোতা দেৱী সুবাচনী আৰু চণ্ডী। দেৱ-দেৱীৰ পূজাৰীজনক ৰাভাসকলে 'ৰোজা' বা 'ৰিছি থাততা' বোলে।

যেতিয়া এজন মানুহ মৰে তাৰ পুত্ৰবিলাকে সম্পত্তিবোৰ ভগাই লয়। জ্যেষ্ঠজনে অধিক অংশ পায়। যদি সতি-সন্তান নোহোৱাকৈ মৰে তেন্তে সম্পূৰ্ণ সম্পত্তি মৃতকৰ ককায়েক নাইবা আত্মীয়সকলে ভগাই লয়।

এজন ৰাভা মানুহে ৭ (সাত) গৰাকী তিৰোতাক পত্নীৰূপে গ্ৰহণ কৰিব পাৰে। গিৰিয়েকে প্ৰতিজনী পত্নীৰ বাবে বেলেগকৈ থকা ঘৰ সাজি দিয়ে। গিৰিয়েকে সকলো তিৰোতাকে সমান মৰ্যাদা দিয়ে। পত্নীসকলৰ মাজতো বাদ-বিবাদ বা আপত্তি নুঠে। পৰিয়ালটোক সুখী পৰিয়াল বুলি নিশ্চয়কৈ ক'ব পাৰি। অৱশ্যে কেতিয়াবা কামে-কাজে বিতৰ্কৰ সৃষ্টি হয়, ততালিকে এটা শান্তিৰ পৰিবেশ সৃষ্টি হয়।

কুকুৰা বলিদান আৰু মদ অৰ্পণ কৰি ৰাভাসকলে নৱদম্পতীৰ বিবাহ কাৰ্য সমাপন কৰে। বন্ধু আৰু আত্মীয় স্বজনক মাতি ভোজন খুৱায়। এই ভোজৰ খৰচ ৩০ টকাতকৈ

বেছি নহয়। ধনী মানুহবিলাকেও ৪০ টকাৰ অধিক খৰচ নকৰে। বিয়াত কোনো উপহাৰ দিয়াৰ ৰীতি নাই। বিবাহ বিচ্ছেদৰ ৰীতি সমাজত আছে যদিও সমাজত ইয়াৰ হিচাপ পোৱা নাযায়।

তেওঁলোকে বংশগত কোনো সামাজিক নেতাক নেমানে। সমাজৰ যি কোনো ৰীতি-নীতিৰ আলোচনা, সংস্কাৰ সংবৰ্দ্ধন বিচাৰ আদি সৰ্বসম্মতিক্ৰমে মুকলিভাৱেই সিদ্ধান্ত কৰে।

সাধাৰণতঃ ৰাভাসকলে ১২/১৩ বছৰত ছোৱালীক বিয়া দিয়ে। কোনো ছোৱালীৰ ২০ বছৰলৈকে বিয়া নহ'লে তাক সমাজে বিয়াৰ অলায়ক বুলি ধৰি লয় আৰু সমাজৰ দৃষ্টিত হেয় প্ৰতিপন্ন হয়।

Friend Pereira-ৰ মতে 'The Rangdanias are found in the track of country between Goalpara and Lakhipur the seat of the Mechpara Zamindars, who are popularly supposed to be of Rabha origin of the Rungdung barai'.

Playfair-ৰ মতে গাৰোপাহাৰৰ আদিমবাসী ৰাভা, কোচ, আটং আৰু ৰুগা। ......দদানৰ দলে নীলগিৰি পাহাৰৰ পৰা ভটিয়াই আহি বকোৰ ওচৰত বাঘমেলা পাহাৰত আশ্ৰয় লয়। বাঘমেলাত এজন মায়াবী ৰজা আছিল। ৰাভাসকলে তাক 'মাছামাৰু' বুলিছিল। মাছামাৰুৱে হেনো বিভিন্ন জীৱ-জন্তুৰ ৰূপ ধৰি মানুহৰ অশেষ ক্ষতি সাধন কৰিছিল। 'মাছা'ৰ অৰ্থ বাঘ, 'মাৰু'ৰ অৰ্থ হাপা। মাছামাৰুৰ অত্যাচাৰত তিষ্ঠিব নোৱাৰি ৰাভাসকলে তাৰ পৰা আহি ধূপধৰাত বসবাস কৰিবলৈ ধৰিলে।'

'বাহাৰি স্তান-ই-ঘায়েবী' বুৰঞ্জী মতে 'সোতৰ শতিকাৰ দ্বিতীয় দশকৰ সময়ত মোগল ফৌজদাৰে দখিণকূল আক্ৰমণ কৰিছিল। সেই সময়ত 'সান্তোৰ' ৰাজ্যৰ ৰজা আছিল ৰাভাবীৰ পৰশুৰাম। ৰাজধানী আছিল শোলমাৰী। ৰাভাবীৰ পৰশুৰামে বহুবছৰ ধৰি মির্জা নাথানৰ লগত যুদ্ধ কৰিছিল আৰু ৰংজুলি দুৰ্গত বন্দী হৈছিল। মুছলমানে পৰশুৰামৰ লগতে তেওঁৰ ভাৰ্যা আৰু তিনিজন পুতেককো বন্দী কৰিছিল। এই যুদ্ধক্ষেত্ৰবোৰ ৰ ভিতৰত— মাকৰি, শোলমাৰী, কান্দাৰা (গেন্দেৰা), বাঘৱান (বগুৱান), বাঞ্চবাৰী (বাঁহবাৰী), কটবাৰী (কঁঠালবাৰী), কণ্টবেল, ফুলবাৰী, যশীপুৰ, বালিজানা, মানিকপুৰ, বহণ্ডি (বহঁতি), ৰংদান, আমজোঙা, ৰংজুলি আদিয়ে প্ৰধান।'

ৰাভাজাতি আৰু আন কিছুমান জাতিৰ 'জৈৱিক' আৰু 'উৎপত্তি' বিষয়ে গৱেষণা কৰি দাসে[২৮] মন্তব্য প্ৰকাশ কৰিছে। ড° ভুবনমোহন দাসে কয়— 'আন জাতিবোৰতকৈ গাৰো সকলৰ লগত ৰাভাসকলৰ অধিক সামঞ্জস্য আছে।' ৰাভা জাতিৰ আঁতিগুৰি সম্বন্ধে তেখেতে কয়—'মঙ্গোলীয় জাতি উত্তৰ আৰু উত্তৰ পশ্চিম অঞ্চলৰপৰা বেলেগ বেলেগ সময়ত

---

২৮ 'Ethnic affinities of the Rabha' আৰু ড° প্ৰবোধ চন্দ্ৰ ভট্টাচাৰ্য সম্পাদিত 'অসমৰ জনজাতি' (ৰাভা খণ্ড)

আহিছিল। তেওঁলোকে আংশিকভাৱে বা সম্পূৰ্ণভাৱে আদিমবাসী 'অষ্ট্ৰোলিয়দ্' জাতিক নিঃশেষ কৰিছিল আৰু তাৰ পিছত ৰাভা, গাৰো আদিৰ দৰে নানা জাতিৰ সৃষ্টি হৈছিল। বড়ো গোষ্ঠীৰ মানুহবোৰ কেতিয়া কেনেকৈ অসমত সোমাল ভালদৰে জনা নাযায়। গাৰোসকলৰ মাজত প্ৰচলিত আখ্যান মতে— তেওঁলোক আদিতে তিব্বতীয় অঞ্চলত বাস কৰিছিল। তাৰ পৰাই তেওঁলোক আহি অসমত সোমায়। অইন জনজাতীয়বোৰৰ মাজতো এনে কিছুমান কিম্বদন্তি আছে। সেইবোৰ যিয়েই নহওক এইটো ঠিক যে, বড়ো গোষ্ঠীৰ মানুহবোৰ একে সময়তে আৰু একে বাটেৰেই সোমোৱা নাছিল। দলে দলে এটাৰ পিছত এটাকৈ তেওঁলোক অসমৰ উত্তৰ-পশ্চিম কোণৰ পৰা আহিছিল।

ৰাভাসকল কোন? ক'ৰ পৰা আহিল? অসমৰ কোন/কোন জাতিৰ লগত এওঁলোকৰ সম্বন্ধ ইত্যাদি নানা জনে নানা ভাবে কৈ মতভেদৰ পাতনি মেলি গৈছে। কেইজনমানৰ মতামত ইয়াতে উল্লেখ কৰিলে কথাটো বুজিবলৈ সুবিধা হ'ব। 'বেভাঃ কৰ্ণেল' বাডেল'ৰ মতে— ৰাভাসকল কছাৰীসকলৰ এটা ঠাল মাত্ৰ। তেওঁলোক প্ৰায় হিন্দু হৈ গৈছে। কিন্তু সেই হিন্দুৱানা কোঁচসকলতকৈ কম প্ৰকট। .....'ড° গ্ৰিয়াৰচন'ৰ মতে— ৰাভা কছাৰীৰৰ হিন্দু নাম এটা। ৰাভা নামে পৰিচিত বহুত মানুহ আচলতে কছাৰীহে। .........'গেইট' চাহাবে লিখিছে— ৰাভাসকল 'টোটলা' বা 'দাঁতিয়াল' কছাৰী নামেও জনাজাত। 'বাডেল'ও এই কথা মানি লৈছে। 'মেজৰ প্লেফেয়াৰে' লিখা 'The Garos' কিতাপখনত ৰাভা আৰু গাৰোৰ মাজত থকা ভাষাগত আৰু কৃষ্টিমূলক সাদৃশ্যৰ কথা বিশদভাৱে আলোচনা কৰা আছে। তেখেতে আঙুলিয়াইছে— 'ৰংদানি' (ৰাভাৰ এটা ভাগ) আৰু 'আটং' (গাৰোৰ এটা ভাগ) দোবানৰ মাজত থকা সাদৃশ্যলৈ চাই। 'ৰংদানি' ৰাভাসকল থাকে গাৰোপাহাৰ জিলাৰ উত্তৰ সীমাত আৰু 'আটং' সকল থাকে সেই জিলাৰ দক্ষিণ পূব সীমাত। দুয়োটা জাতি ইমান দূৰে দূৰে থকা স্বত্বেও ভাষাগত সাদৃশ্য থকাটো বিশেষ মন কৰিবলগীয়া। তেখেতৰ মতে— আটং, ৰুগা (গাৰোৰ আন দুটা ভাগ), ৰংদানি আৰু কোঁচৰ পূৰ্বপুৰুষ একেই। 'ফ্ৰেণ্ড পিৰেৰাই' সংগ্ৰহ কৰা আখ্যানটোৱেও 'প্লেফেয়াৰ'ৰ কথাটোকে সমৰ্থন কৰে।

ৰাভাৰ স্বকীয়তাৰ ফালৰ পৰা ড° ভুৱনমোহন দাসে কয়—"এইদৰে ফঁহিয়াই চালে দেখা যায় যে, এদলে কয়— ৰাভা কছাৰীৰ ঠাল এটা; আকৌ আনটো দলে গাৰোৰহে ঠাল বুলি ক'ব খোজে। 'মিঃ গেইটে' এই মতামতবোৰৰ সাৰাংশ এইদৰে কৈ গৈছে— 'নামনি অসমৰ (গোৱালপাৰা জিলা) ৰাভাসকলক গাৰোৰ ঠাল বুলি ধৰা হয়; আকৌ 'কামৰূপ' আৰু 'দৰঙ'ৰ ৰাভাসকলক হিন্দু ধৰ্মৰ ফালে খোজ লোৱা এদল 'কছাৰী' বুলি বিবেচনা কৰা হয়। এইটো ঠিক যে, ৰাভা 'বড়ো' গোষ্ঠীৰ অন্তৰ্ভুক্ত; কিন্তু সেই গোষ্ঠীৰ কোনটো জনজাতিৰ লগত ৰাভাসকলৰ সম্বন্ধ ভালদৰে জনা নেযায়। ৰাভাৰ নিজৰ ভাষা আছে। অৱশ্যে এই ভাষা তেওঁলোকে লাহে লাহে পাহৰি যাব ধৰিছে। কছাৰী এজনে হিন্দু ধৰ্ম ল'বলৈ ৰাভা হোৱাৰ কোনো যুক্তিসংগত কাৰণ নাই। মুঠতে ৰাভা এটা পৃথক জাতি বুলি অনুমান হয়।"

"ময়ো ৰাভাসকলক 'কছাৰী' বা 'গাৰো'ৰ লগত সাঙুৰি দিয়াৰ কোনো যুক্তিসংগত কাৰণ নেদেখোঁ। ৰাভা, গাৰো, কছাৰী বড়ো গোষ্ঠীৰ বিভিন্ন ভাগ। সেইফালৰ পৰা সিহঁতৰ মাজত নিশ্চয় কিবা সম্বন্ধ আছে। সেইবুলি ৰাভাসকলক 'গাৰো' বা 'কছাৰী'ৰ ঠাল বুলি কোৱাৰ কি কাৰণ থাকিব পাৰে? কোনোৱে কৈছে— হিন্দু ধৰ্মৰ দ্বাৰা বেছিকৈ প্ৰভাৱান্বিত হৈ যিবোৰ কছাৰী মানুহ হিন্দু ধৰ্মৰ প্ৰতি বেছিকৈ ঢাল খাইছে, সেইসকল কছাৰীয়েই ৰাভা। এইটো একেবাৰেই ভিত্তিহীন যেন লাগে। মোৰ মতে নিজস্ব ঐতিহ্য, বৈশিষ্ট্য, বিশ্বাস, আখ্যান, উপাখ্যানেৰে পৰিপুষ্ট ৰাভাসকল এটা পৃথক জনজাতি।"

'ভাষা-উপভাষাৰ ফালৰ পৰা ৰাভাসকলক 'তিবেতো বাৰ্মান' ভাষা গোষ্ঠীৰ 'অসম বাৰ্মীজ' শাখাৰ অন্তৰ্ভুক্ত কৰিব পাৰি। 'ৰংদানি' আৰু 'মায়তাৰি' ৰাভাৰ নিজস্ব উপভাষা (দোৱান) আছে। আন আন ৰাভাসকলেও তেওঁলোকৰ দোৱান পাহৰি গৈছে। শিক্ষা বিষয়ত ৰাভাসকল অতি পিছপৰা।'

'ৰাভা, কছাৰী, গাৰো আদি জনজাতিৰ মানুহসকলক লক্ষ্য কৰিলে পোনতে 'মংগোলীয়' গোষ্ঠীৰ মানুহ যেন লাগিলেও সূক্ষ্মৰূপে বিচাৰ কৰিলে সেই 'মংগোলীয়' গোষ্ঠীৰ আঁৰত আন আন জাতিগোষ্ঠীৰ 'ভেদ্দিড' গোষ্ঠীৰ বুলি অনুমান হয়। 'মংগোলীয়' গোষ্ঠীৰ সেই মানুহবিলাক অসমলৈ অহাৰ আগতে 'ভেদ্দিড' গোষ্ঠীৰ মানুহে অসমত বসবাস কৰি আছিল। 'মংগোলীয়' গোষ্ঠীৰ মানুহবিলাকে আদি পুৰণি 'ভেদ্দিড' গোষ্ঠীৰ মানুহবিলাকক সম্পূৰ্ণৰূপে বা আংশিক ৰূপে নিজৰ মাজতে সামৰি লৈ সিহঁতক লুপ্ত কৰি পেলালে।'

ইয়াৰ উপৰিও ড° দাসে ৰাভাসকলৰ বিভিন্ন ভাগ, খেতি-বাতি, বোৱাকটা, খেল-গোত্ৰ, সমাজ গাঁথনি, পিতৃ-মাতৃ প্ৰধান, উত্তৰাধিকাৰ, পূজা-পাৰ্বন, শৱ সৎকাৰ, জনবিশ্বাস, নৃতত্ত্বৰ বিভিন্ন দিশৰ কথা গৱেষণা ক্ৰমে সন্নিবিষ্ট কৰি পুথি আকাৰে আৰু বিভিন্ন পত্ৰ-পত্ৰিকাত প্ৰকাশ কৰি গৈছে।

ড° মজুমদাৰে মন্তব্য দিছে— "The Rabhas of West Bengal'-ত কেৱল 'কোচা ৰাভা'ৰ বিষয়েহে আলোকপাত কৰা হৈছে; যিসকলৰ নেকি গাৰো পাহাৰত অধ্যুষিত হৈ থকা কোঁচসকলৰ লগতহে অধিক সাদৃশ্য আছে। তেওঁলোক এক বংশোদ্ভুত আৰু সম্বন্ধবিশিষ্ট। ৰাভাসকলৰ লগত সিমান মিল নাই।" [২৮]

দাস আৰু ৰাহাই উল্লেখ কৰিছে— "ৰাভাসকল ৰংদানিয়া, পাতি, মায়তৰিয়া, কোচা, দাহৰিয়া, বইতলিয়া, ছোংগা, টোটলা আদি শাখাত বিভক্ত।" [২৯]

বিশেষ উল্লেখ্য যে, —কোঁচসকলৰ হৰিগয়া, সাতপাৰীয়া, দাসগয়া, চাপৰা, ওৱানাং আৰু তিনতেকীয়াসকলৰ মাজত কেৱল তিনতেকীয়া শাখাটোহে মাথোন ৰাভাসকলৰ

---

২৮ *Dr. Majumdar, D.N.. Reprint from Bulletin, Anthropological Survey of India, Vol. I, XVII, No. 3, 1968.*

২৯ Das, A.K. and Raha, M.K : West Bengal Tribes through Photographs, special series No. 6. Bulletin of the Cultural Research Institute, West Bengal

শাখা বুলি স্বীকাৰ কৰি আহিছে। আন শাখাবিলাকে ৰাভাৰ শাখা বুলি স্বীকাৰ কৰা দেখা নাযায়।

এইখিনিতে উল্লেখ কৰিব পাৰি যে, কলাগুৰু স্বৰ্গীয় বিষ্ণুপ্ৰসাদ ৰাভাদেৱে বেহুলা-লক্ষিন্দৰ ৰাভা জাতিৰ লোক আছিল বুলি মন্তব্য প্ৰকাশ কৰি গৈছে। বাচক বণিক্য খোকাবুঢ়া আৰু খোকাবুঢ়ী হাজোৰ ওচৰত পাগলাদিয়া নদীৰ কাষত ৰাজত্ব কৰিছিল আৰু তেওঁলোকেই বেহুলাৰ পূৰ্বপুৰুষ আছিল। 'কোচ্চা' বা কোঁচসকলেই ৰাভা আছিল। কিন্তু বহু লেখকে কোঁচসকলক ৰাভা জনজাতিৰ পৰা আঁতৰাই নি অন্য আখ্যা দিব খোজে। তেওঁলোকে কোঁচসকলক ৰাজবংশ বা 'ৰাজবংশী' নামেৰে এটা জাতি বুলি অভিহিত কৰা সমীচিন নহয়।

## বসতি আৰু জনসংখ্যা

অসম, মেঘালয়, পশ্চিমবঙ্গ, বাংলাদেশ, ত্ৰিপুৰা, বিহাৰ এনেকি নেপালতো ৰাভা জনজাতিৰ মানুহ বসতি কৰি আছে। কিন্তু চৰকাৰী বা বেচৰকাৰী হিচাবে ৰাভাসকলৰ সৰ্বভাৰতীয় জনসংখ্যা এতিয়ালৈকে পোৱা হোৱা নাই। জন-গণনাৰ প্ৰতিবেদন মতে অসমৰ ৰাভাসকলৰ জনসংখ্যা যোৱা ১৮৮১ চনৰ পৰা তলত দিয়া ধৰণে দেখা যায়।

| | | |
|---|---|---|
| ১৮৮১ চনত— | (১) গোৱালপাৰা জিলাত | ১৪,২৯৩ জন |
| | (২) কামৰূপ জিলাত | ২২,৭২৩ জন |
| | (৩) দৰং জিলাত | ১৫,০৯০ জন |
| | (৪) গাৰোপাহাৰ জি ়াত | ৩,৭৫৮ জন |
| | (৫) আন আন জিলাত | '৬৩৮ জন |
| | | *মুঠ—৫৬,৮৯৯ জন (?) |
| ১৮৯১ চনত— | (১) গোৱালপাৰা জিলাত | ২৯,২৬৯ জন |
| | (২) কামৰূপ জিলাত | ১৭,৫২৬ জন |
| | (৩) দৰং জিলাত | ১৬,৫৯৪ জন |
| | (৪) গাৰোপাহাৰ জিলাত | ৫,৩৮১ জন |
| | (৫) আন আন জিলাত | ১,০০৪ জন |
| | | মুঠ—৬৯,৭৭৪ জন |

বিঃদ্ৰঃ—এই জনসংখ্যাৰ ভিতৰত মাত্ৰ ৫০৯ জনহে ৰাভা ভাষাভাষী দেখুৱা হৈছে। ই

* মুঠ সংখ্যাৰ কিছু বিসংগতি পোৱা গৈছে। (সম্পাদক)

এটা জনগণনাৰ ব্যতিক্ৰম। এই জনসংখ্যাৰ লগত 'কোঁচ' ৰাভাৰ জনসংখ্যাও যোগ হোৱা নাই। এই চনৰ জন গণনাৰ প্ৰতিবেদনত সুকীয়াকৈ কোঁচ জাতিৰ জনসংখ্যা ২,৫৪,০৫৬ জন 'গৌণকৃষক' হিচাবে বেলেগে দেখুৱা হৈছে।

| | | |
|---|---|---|
| **১৯১১ চনত—** | (১) গোৱালপাৰা জিলাত | ৩২,৪১৫ জন |
| | (২) কামৰূপ জিলাত | ২৫,০২৫ জন |
| | (৩) দৰং জিলাত | ১৩,০৭২ জন |
| | (৪) গাৰোপাহাৰ জিলাত | ৮,০৭৫ জন |
| | (৫) আন আন জিলাত | ৪৮৫ জন |
| | | মুঠ—৭৯,০৭২ জন |

বিঃদ্ৰঃ—কিন্তু, মুঠ জনসংখ্যাত ৭৯,০২২ জনহে ভুলকৈ দেখুৱা হৈছে।

১৯২১ চনত—৭০,০০০ জন। ১৯১১ চনৰ জনসংখ্যাতকৈ ৯০৭২ জন হ্ৰাস হৈছে।

১৯৩১ চনত—৬৯,০০০ জন। ১৯১১ চনৰ জনসংখ্যাতকৈ ১০,০৭২ জন হ্ৰাস হৈছে।

১৯৪১ চনত—৮৬,২৪৯ জন। ১৯১১ চনৰ জনসংখ্যাতকৈ ৭১৭৭ জন বৃদ্ধি হৈছে। সুদীৰ্ঘ ৩০ বছৰৰ ভিতত শতকৰা ৯ জন বৃদ্ধি দেখুৱা হৈছে।

| | |
|---|---|
| **১৯৫১ চনত—মতা** | ৪৫,৪৩০ জন |
| **তিৰোতা** | ৪৩,৩১৮ জন |
| | মুঠ—৮৮,৭৪৮ জন |
| **১৯৬১ চনত—মতা** | ৫৭,০০০ জন |
| **তিৰোতা** | ৫১,০২৯ জন |
| | মুঠ—১,০৮,০২৯ জন |

**১৯৬১ চনত (জিলা হিচাবে) ঃ—**

| | জিলা | মতা | তিৰোতা | মুঠ |
|---|---|---|---|---|
| (১) | গোৱালপাৰা জিলাত | ২৬,৩৩৩ | ২২,৮৮৪ | ৪৯,২১৭ জন |
| (২) | কামৰূপ জিলাত | ২২,০৮৬ | ২১,৬৭২ | ৪৩,৭৫৮ জন |
| (৩) | দৰং জিলাত | ৬,১৭০ | ৪,৫০৩ | ১০,৬৭৩ জন |
| (৪) | লক্ষীমপুৰ জিলাত | ১,৪১৪ | ১,২৭২ | ২,৬৮৬ জন |
| (৫) | নগাওঁ জিলাত | ৫৫৩ | ৩৩২ | ৮৮৫ জন |
| (৬) | কাছাৰ জিলাত | ৩১৭ | ২৯৫ | ৬১২ জন |
| (৭) | শিৱসাগৰ জিলাত | ১২৭ | ৭১ | ১৯৮ জন |
| | | মুঠ—৫৭,০০০ | ৫১,০২৯ | ১,০৮,০২৯ জন |

বিঃদ্ৰঃ—এই চনৰ জনগণনাৰ প্ৰতিবেদনত বৰ্তমানৰ মেঘালয় ৰাজ্যত বাস কৰা ৰাভা

আৰু কোঁচ নামে পৰিচিত ৰাভা জাতিৰ জনসংখ্যা বাদ পৰিছে। সেইকাৰণে ৰাভা জনজাতিৰ লোকসকলে এই জনগণনাৰ হিচাবত সন্দিহান হৈ কয় যে চৰকাৰী জনগণনাৰ হিচাববোৰ একেবাৰেই শুদ্ধ নহয়। তেওঁলোকৰ আনুমানিক হিচাবমতে ৰাভাসকলৰ মুঠ জনসংখ্যা দুই লাখতকৈও বেচি হব।

১৯৬১ চনৰ পশ্চিমবঙ্গৰ জনগণনাৰ প্ৰতিবেদন মতে ৰাভা জনজাতিৰ জনসংখ্যা [১]

| | |
|---|---|
| (১) জলপাইগুৰি জিলাত | ৪১৩২ জন |
| (২) কোচবিহাৰ জিলাত | ১৬০৮ জন |
| (৩) আন আন জিলাত | ৩১৩ জন |
| | মুঠ—৬০৫৩ জন |

পশ্চিমবঙ্গ চৰকাৰে ৰংদানীয়া, পাতি, মায়তাৰীয়া, কোঁচ, দাহৰী, বিটলীয়া, চোঙা আদি প্ৰশাখাবোৰক ৰাভা জনজাতিৰ অন্তৰ্ভুক্ত কৰিছে।[২]

কিন্তু দেখা যায়—১৯৬২ চনৰ জনগণনাৰ প্ৰতিবেদনত উক্ত কোঁচ শাখাটোক ৰাভা জন-জাতিৰ অন্তৰ্ভুক্ত নকৰি এটা অনুসূচিত জাতি বুলিহে স্বীকৃতি দি জনসংখ্যাৰ হিচাব দাঙি ধৰিছে। অৱশ্যে ৰাজবংশী জাতিৰ অন্তৰ্ভুক্ত কৰা নাই। তদ্ৰূপ অসম চৰকাৰেও অসমত থকা আদিম কোঁচ শাখাটোক (যাৰ এতিয়াও প্ৰাচীন কৃষ্টি সভ্যতা বিদ্যমান আৰু বৰ্তমান ৰাভাজাতিৰ লগত সাদৃশ্য আছে) ৰাভা জনজাতিৰ অন্তৰ্ভুক্ত নকৰি 'কোঁচ' বা 'ৰাজবংশী' দ্ব্যৰ্থেৰে নামকৰণ কৰি পিছপৰা জাতি হিচাবেহে (Backward Caste) স্বীকৃতি দিছে। ৰাভা জনজাতিৰ আন আন শাখাৰ লগত কোঁচ শাখাৰ গোত্ৰ, ধৰ্ম, সমাজ ব্যৱস্থা, ভাষা, সংস্কৃতি আবহমান কালৰপৰা এতিয়ালৈকে একে সাদৃশ্যত আছে। (ইয়াৰ বিশদ আলোচনা পিছত দ্ৰষ্টব্য)। এনে ক্ষেত্ৰত চৰকাৰে এই জাতিটোক ৰাভা জনজাতিৰ অন্তৰ্ভুক্ত কৰি স্বীকৃতি দিলেই সমূহ জনগোষ্ঠীৰ স্বাৰ্থ আৰু এই জাতিৰ প্ৰাচীন গৌৰৱময় ঐতিহ্যৰ নিৰাপত্তা হ'ব।

পশ্চিমবঙ্গৰ চৰকাৰেও ১৯৬১ চনৰ জনগণনাত 'কোঁচ'ক অনুসূচিত জনজাতি হিচাবেহে (Scheduled Tribe) স্বীকৃতি দি মুঠ ৩৫২২ জন জনসংখ্যা দেখুৱাইছে। এই জনসংখ্যাৰ হিচাবমতে 'কোঁচ' আৰু 'ৰাভা' জাতিৰ শিক্ষাৰ মানদণ্ডৰ হিচাব তলত দিয়া ধৰণে দেখা যায়।

| | জাতি | মুঠ জন সংখ্যা | অশিক্ষিত | শিক্ষিত মানদণ্ডহীন | প্ৰাইমাৰী মানদণ্ড | মেট্ৰিক ও তদূৰ্দ্ধ শিক্ষাৰ মানদণ্ড |
|---|---|---|---|---|---|---|
| (১) | ৰাভা | ৬০৫৩ | ৫৬৬৬ | ৩২৬ | ৫৭ | ৪ |
| (২) | কোঁচ | ৩৫২২ | ৩২২০ | ২০৫ | ৯৫ | ২ |

১ Census of West Bengal, 1961, Vol. XVI, pt. V. p. XXXI.

২ West Bengal Tribes through Photograph, published by the Tribal welfare Deptt., Govt of West Bengal.

১৯১১ চনৰ পিছৰ পৰা ১৯৩১ চনলৈকে ৰাভা জনজাতিৰ জনসংখ্যা লাহে লাহে কমি আহিছিল। এইদৰে জনসংখ্যা কম হোৱাৰ কাৰণ কেইবাটাও হব পাৰে। অসমত থকা ৰাজবংশীসকল প্ৰধানকৈ কোঁচ আৰু মেচ জাতিৰ মানুহ যি সকলে হিন্দু ধৰ্ম গ্ৰহণ কৰি এই নাম গ্ৰহণ কৰিছিল।

প্ৰসঙ্গক্ৰমে উল্লেখ কৰা যায় যে, সেই সময়ৰ ধৰ্ম-মহাজনসকলে 'ৰাজবংশী' উপাধিৰে হিন্দু ধৰ্মলৈ ৰূপান্তৰ কৰাৰ ক্ষেত্ৰত এটা ধৰ্মীয় পদ্ধতি গ্ৰহণ কৰিছিল। পোনে পোনে 'ৰাজবংশী' উপাধি অৰ্পণ কৰা নাছিল। কোঁচসকলক কেনেকৈ ধৰ্মান্তৰ কৰি এই উপাধি দিছিল তাৰেই পদ্ধতিটো দাঙি ধৰা হ'ল।

ধৰ্মান্তৰৰ প্ৰথম স্তৰত 'মদাহী কোঁচ' আৰু দ্বিতীয় স্তৰত 'শৰণীয়া কোঁচ' উপাধি দিছিল। এই দুই স্তৰত তেওঁলোকক প্ৰাচীন আচাৰ-নীতিৰ কিছু স্বাধীনতা দিয়া হৈছিল। এই দুই স্তৰত ইচ্ছা কৰিলে তেওঁলোকে মদ, গাহৰি, কুকুৰা, আদি খাব পাৰিছিল। খাব পাৰিলেও পাৰ্যমানে এইবোৰৰ পৰা বিৰত ৰাখিবলৈ চেষ্টা কৰা হৈছিল। ধৰ্মীয় নীতিৰ ফালৰ পৰা এই দুই স্তৰৰপৰা উন্নীত কৰাৰ পিছত তৃতীয় আৰু চৰ্তুথ স্তৰ ক্ৰমে 'হেৰেমিয়া কোঁচ' আৰু 'সৰু কোঁচ' উপাধিৰে বিভূষিত কৰিছিল। কিছুদিন এই ধৰ্মীয় নীতিৰ বাধ্য-বাধকতাৰ মাজত থাকিব লাগিছিল। কিছুদিন এই ধৰ্মীয় নীতিৰ পৰীক্ষাত উত্তীৰ্ণ হলে পঞ্চম স্তৰ 'কামতালি' বা 'বৰকোঁচ' উপাধিৰে বিভূষিত কৰিছিল। এই 'বৰ কোঁচে'ই পৰিশ্ৰুত 'ৰাজবংশী' উপাধি। এই স্তৰ কেইটি অতিক্ৰম কৰোঁতে কোনোবাই এই ধৰ্মীয় নীতিৰ ব্যতিক্ৰম কৰিলে তেওঁক পুনঃ নিম্ন স্তৰলৈ নমাই দিছিল। উন্নীত হোৱা এজন 'কামতালি বা বৰকোঁচৰ' মানুহে 'সৰুকোঁচ'ৰ ছোৱালীক বিয়া কৰাব নোৱাৰিছিল। কিন্তু পৰিস্থিতি সাপেক্ষে যথেষ্ট বিবেচনাৰ পিছত এজনী 'কামতালি' ছোৱালীক 'সৰুকোঁচলৈ' বিয়া দিব পাৰিছিল। ফল স্বৰূপে এই ছোৱালীজনী গিৰিয়েকৰ নিম্ন স্তৰলৈ নামিবলগীয়া হৈছিল। 'মেচ'ৰ ক্ষেত্ৰতো নিশ্চয় এই ধৰ্মান্তৰ পদ্ধতি গ্ৰহণ কৰা হৈছিল। এই ধৰ্মান্তৰ পদ্ধতিৰ ফল স্বৰূপে ১৮৮১ আৰু ১৮৯১ চনৰ অসমৰ 'ৰাজবংশী'ৰ জনসংখ্যা তুলনাত্মক ভাবে দেঁখুৱা বৃদ্ধি পায়। এই সংখ্যাটো জিলা ভিত্তিত তলত হল।[৩]

| | জিলা | ১৮৯১ চন | ১৮৮১ চন |
|---|---|---|---|
| (১) | কাছাৰ জিলাত | ৪২৮ | x |
| (২) | গোৱালপাৰা জিলাত | ১২,১০০১ | ১০,৬৩৬৩ জন |
| (৩) | কামৰূপ জিলাত | ২১ | x |
| (৪) | দৰং জিলাত | ২৫০ | x |
| (৫) | নগাওঁ জিলাত | ১১৬ | x |
| (৬) | শিবসাগৰ জিলাত | ১৫২ | x |
| (৭) | লক্ষীমপুৰ জিলাত | ১৯৬ | x |
| (৮) | গাৰোপাহাৰ জিলাত | ১৩৬৪ | x |

৩ Census Report of Assam. 1891. pt II, chapter VIII, p. 216.

| (৯) আন আন জিলাত | ২২৩ | ১৩ জন |
|---|---|---|
| মুঠ— | ১২,৩৭৫১ | ১০,৬৩৭৬ জন |

উক্ত তালিকামতে দেখা যায়, ১৮৮১ চনত 'ৰাজবংশী'ৰ মানুহ গোৱালপাৰা জিলাৰ বাহিৰে আন কোনো জিলাতেই নাছিল। কোন কোন জিলাক আন আন জিলাৰ অন্তৰ্ভুক্ত কৰা হৈছিল বুজা নাযায়। ১৮৯১ চনত গোৱালপাৰা জিলাত ১২,১০০১-১০,৬৩৬৩= ১৪৬৩৮ জন জনসংখ্যা বৃদ্ধি হোৱা দেখা যায়। অৰ্থাৎ—১০ দহ বছৰৰ ভিতৰত মুঠ জনসংখ্যাৰ ওপৰত শতকৰা ১৩ জন বৃদ্ধিৰ হাৰ দেখা যায়। আনহাতে আন জিলাবোৰত ১৮৮১ চনত এজনো ৰাজবংশীৰ মানুহ নাছিল। ভাবিবলগীয়া কথা, ১৮৯১ চনত উক্ত জন সংখ্যাবোৰ ক'ৰ পৰা আহিল? গতিকে এই তালিকাই প্ৰমাণ কৰে যে, ধৰ্মমহাজনসকলে কোঁচ, মেচ আদি অসমৰ অন্যান্য জনজাতিৰ মানুহক এই উপাধিৰে ধৰ্মান্তৰ কৰি জনসংখ্যা গৰিষ্ঠ কৰি ফুৰিছিল। ফলত এই জনজাতিবোৰৰ জনসংখ্যা ক্ৰমে হ্ৰাস হোৱাটো স্বাভাৱিক।

১৮৮১ চনত 'কোঁচ ৰাভাৰ' জনসংখ্যা আছিল ১৪,৪২৪০ জন, কিন্তু ১৮৯১ চনৰ জন-গণনাৰ তালিকাভুক্ত হৈছিল মাত্ৰ ১৩,৩৭০২ জন। এই কালছোৱাত এই জনসংখ্যাৰ হ্ৰাস সম্ভৱপৰ নহয়। আনহাতে কিছুসংখ্যক জন্ম নোহোৱাকৈও থকা নাছিল নিশ্চয়। এই হ্ৰাস হোৱা 'কোঁচৰাভাৰ' জনসংখ্যাই প্ৰমাণ কৰে যে, তেওঁলোক ধৰ্মত দীক্ষিত হৈ 'ৰাজবংশী' উপাধি গ্ৰহণ কৰিছিল।

তদ্ৰূপ—কামৰূপ জিলাত ১৮৮১ চনৰ জনগণনাত ২২,৭২৩ জন ৰাভা জনজাতিৰ সংখ্যা আছিল। আৰু ১৮৯১ চনত ১৭,৫২৬ জন মাত্ৰ পোৱা হৈছিল। অৰ্থাৎ—৫১৯৭ জন ৰাভা জনসংখ্যা হ্ৰাস হৈছিল। এই হ্ৰাস হোৱাৰ কাৰণো একেই কাৰণ বুলি প্ৰমাণিত হয়।

বহুতো প্ৰাচীন লেখকে ৰাভা জাতিক কছাৰী জাতিৰ এটা ঠাল বুলি কছাৰী জাতিৰ অন্তৰ্ভুক্ত কৰি থৈ যোৱাত হয়তো বহুতো ৰাভা মানুহ ৰাভা জাতি হিচাবে পৰিচিত হোৱা নাছিল। ৰাভা জাতিৰ জনসংখ্যা হ্ৰাসৰ ইও এটা অন্যতম কাৰণ।

এই প্ৰসঙ্গত ড° দাসৰ এটি উদ্ধৃতি উল্লেখ কৰিবলগীয়া হ'ল। "এখন গাঁৱত কেবা ঘৰো মানুহে নজনা গুৰুৰপৰা শংকৰদেৱৰ মহাপুৰুষীয়া ধৰ্ম গ্ৰহণ কৰিলে। ধৰ্ম লোৱাত গুৰুৱে তেওঁলোকক নিজৰ উপাধিবোৰ ব্যৱহাৰ কৰিবলৈ নিদিয়া হ'ল। নামৰ পিচত অইন কিছুমান উপাধি লগাই দিলে। নামটো চাই মানুহবোৰক 'ৰাভা' বুলি চিনিব নোৱাৰা হল। তেতিয়া আটায়ে লগলাগি গুৰুক কথাবোৰ বুজাই কলে। গুৰুৱে কোনোমতেই নামানিলে। মানুহবোৰে বেয়া পালে আৰু লাহে লাহে তেওঁলোকে ধৰ্মৰ নীতিবোৰ নমনা হল।" [৪] অৱশ্যে ড° দাসে ইয়াৰ বিপৰীতে আন এখন গাঁৱত কেইঘৰমান মহাপুৰুষীয়াই নামৰ পিছত 'ৰাভা' লিখি

৪ সম্পাদক, শ্ৰীপ্ৰমোদ ভট্টাচাৰ্য্য, 'অসমৰ জনজাতি' পৃষ্ঠা ১৬৬

থকাৰ বিষয়ে অবগত কৰে।ময়ো এখন গাৱঁত নতুনকৈ খ্ৰীষ্টধৰ্ম দীক্ষিত হোৱা ৰাভা বন্ধু এজনক লগ পাওঁ। তেখেতে কয়—"আমি এটা ৰাভাৰ দলে নতুনকৈ খ্ৰীষ্টধৰ্মত দীক্ষিত হলোঁ। খ্ৰীষ্টান ধৰ্মৰ নীতি-নিয়মবোৰ ভাল লাগিছে। দীক্ষিত হোৱাৰ পিছত আমাৰ তিৰোতাসকলে নিজে নিজে আন খ্ৰীষ্টান তিৰোতাৰ দৰে মূৰৰ ওৰণি আৰু কপালৰ সেন্দুৰ পৰিহাৰ কৰিলে। এদিন দীক্ষিত কৰা পাদ্ৰী গৰাকীয়ে তিৰোতাসকলৰ তেনে অৱস্থা দেখি কলে—"আমি নিজৰ সভ্যতা সংস্কৃতি অনুযায়ী যীচুখ্ৰীষ্টৰ স্তুতি-গান আৰু মহিমা-কীৰ্তন কৰিব পাৰোঁ। গতিকে খ্ৰীষ্ট ধৰ্মই কাকো নিজস্ব বিসৰ্জন দিবলৈ বাধ্য নকৰে, বৰং ই আমাৰ সভ্যতাৰ ৰক্ষক।"—এই বুলি তেখেতে 'ৰাভা' নামটো পৰিহাৰ নকৰিবলৈ উপদেশ দিয়ে।" মহাপুৰুষ শ্ৰীশংকৰদেৱৰ মহাপুৰুষীয়া ধৰ্মৰ উদ্দেশ্যও এয়ে আছিল।

## বিভিন্ন ভাগ

বৈদিক যুগত কৰ্মভেদে ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্য, শূদ্ৰ জাতিৰ সৃষ্টি হোৱাৰ দৰে ৰাভাসকলৰো দল বা খেলৰ সৃষ্টি হয়। আদিতে ৰাভা সকল দলভুক্তিহীন আছিল। পোনতে এই দল বা খেলৰ সৃষ্টি হয়—তেওঁলোকৰ আৰাধ্য শ্ৰেষ্ঠ দেৱতা খোক্‌চি বা বায়খো পূজাৰ পৰাই। ই এটা সামূহিক ভাবে অনুষ্ঠিত পূজা।

প্ৰথমে তেওঁলোকে 'আঠিয়াবাৰী' নামে ঠাইত এটা খোক্‌চি পূজাৰ থান পাতে। আজিও তাৰ স্মৃতি চিহ্ন বৈ আছে। এই সামূহিক পূজা-অনুষ্ঠানৰ কাম পৰিচালনা কৰিবলৈ কিছুমান মানুহে কৰ্ম-বিভাজন কৰি লয় ; আৰু তেতিয়াৰ পৰাই বিভিন্ন কৰ্মানুসৰি এই দল বা খেলবোৰৰ নামকৰণ হয়।

**(১) ৰংদানীয়া (ৰংদানি) :—**

খোক্‌চি পূজাত দেৱতাসমূহৰ থাপনা পাতিবলৈ আৰু মানুহ বহিবলৈ বহু চেপেটা শিলৰ প্ৰয়োজন। 'ৰং' মানে শিলক বুজায় আৰু 'দান' মানে কঢ়িয়াই লৈ অহা। এই শিল ওচৰৰ পাহাৰবোৰৰপৰা সংগ্ৰহ কৰি আনিবলৈ এদল মানুহৰ ওপৰত দায়িত্ব দিয়া হৈছিল। তেওঁলোকে শেহত ৰংদান > ৰংদানি > ৰংদানীয়া নাম পায়।

**(২) মায়তৰীয়া (মায়তাৰি) :—**

যিসকল মানুহৰ ওপৰত সামূহিক ভোজনৰ ৰন্ধনশালাৰ দায়িত্ব দিয়া হৈছিল শেষত তেওঁলোকেই 'মায়তৰীয়া' নাম পায়। 'মায়' মানে ভাত, 'তাৰি' মানে ভগাই দিয়া বা বিলাই দিয়া।

**(৩) দাহৰী/দাহৰি :—**

খোক্‌চি পূজা কৰা হৈছিল গাৱঁৰপৰা কিছু নিলগত নিৰ্জন হাবি- পাহাৰৰ মাজত। তাতেই সামূহিক ভোজনৰ ব্যৱস্থা হৈছিল। ৰন্ধনশালাৰ গোজত উৰণীয়া কাউৰী, চিলনি আদি নানা

চৰাই-চিৰিকতি তালৈ আকৰ্ষিত হোৱাটো স্বাভাৱিক। এই চৰাইবোৰে বৰ উৎপাত কৰিছিল। সিহঁতক খেদি থাকিবলৈ এদল মানুহ নিয়োগ কৰা হৈছিলয়। এই মানুহ দলটোৰ প্ৰত্যেক মানুহে 'দাহাৰী' (দীঘল নল বাঁহৰ ডাঁবিকি) লৈ চৰাইবোৰক খেদি ফুৰিছিল। এই 'দাহাৰী' শব্দটোৰেই শেহলৈ অপভ্ৰংশ হৈ 'দাহৰী' বা 'দাহৰি' নাম পায়।

(৪) চুঙা (ছুংগা) ঃ—

মদ আৰু পানী খাবলৈ চুঙাৰ আৱশ্যক। সেই কাৰণে পাহাৰৰপৰা বাঁহৰ চুঙা কাটি আনিবলৈ এদল মানুহ নিয়োগ কৰা হৈছিল। এই দলটোৱে শেষত 'চুঙা' নাম পায়। 'চুঙা' বা 'ছুংগা' নাম একেই।

(৫) পাতি ঃ—

পূজাৰ কামত, প্ৰসাদ আদি বিতৰণত, ৰন্ধন কামত, আৰু সামূহিক ভোজনত বহু কল পাতৰ আৱশ্যক। এই পাত সংগ্ৰহ কৰিবলৈ যিদল মানুহৰ ওপৰত দায়িত্ব দিয়া হৈছিল, তেওঁলোকেই শেষত 'পাতি' নাম পায়।

(৬) বিটলীয়া ঃ—

ধৰ্মীয় পূজা-পাৰ্বন, সামাজিক বিয়া-সবাহ, মেল-মিটিং আদিত কিছুমান খুহুতীয়া বা 'বিটলা' কথা কৈ ৰাইজৰ অন্তৰত হাস্যৰসৰ সৃষ্টি কৰি চিত্ত বিনোদন বা মনোৰঞ্জন কৰা কিছুমান মানুহ আছিল। তেনে মানুহ আজিৰ সমাজতো নোহোৱা নহয়। ভাষাবিজ্ঞানমতে আগতে 'নটী' শব্দৰ অৰ্থ 'নৃত্যকলা বিশাৰদ' আৰু 'চয়তান' শব্দৰ অৰ্থ 'বুধিয়ক' হে আছিল। কিন্তু শেষত অৰ্থ সংকোচন হৈ ক্ৰমে 'নটী'ৰ অৰ্থ সমাজৰ হেয় অৰ্থত 'চৰিত্ৰহীন' আৰু 'চয়তান'ৰ অৰ্থে 'দুষ্টলোক'ক বুজাবলৈ ধৰিলে। তদ্ৰূপ-এই 'বিটলা' অৰ্থ আগতে সম্ভ্ৰম অৰ্থত প্ৰয়োগ হৈছিল যদিও শেষলৈ তুচ্ছাৰ্থত ব্যৱহাৰ হবলৈ ধৰিলে। প্ৰকৃততে 'বিটলীয়া' শব্দৰ অৰ্থ সম্ভ্ৰমাৰ্থে হাস্যৰসিক জনক হে বুজায়। এই হাস্যৰসিক দলটোৰেই শেষত 'বিটলীয়া' নাম পায়।

(৭) কোচ (কোচা) ঃ—

একে ভাবা-ভাৱী আৰু একে মাতৃ-তান্ত্ৰিক ৰাভা জাতীয় বিভিন্ন 'বাৰায়' বা 'ৰ'ছুগ' সম্পন্ন কোচ, ৰংদানীয়া, মায়তৰীয়া, পাতি, দাহৰী আদি একেটা জাতিৰেই বিভিন্ন ঠাল-ঠেঙুলি। কিন্তু দেখা যায়, কোচসকলে, 'খোক্‌চি' পূজা নকৰে। আনহাতে 'বোত্তক' বা 'কন্তুক' পূজা সকলো শাখাই ব্যক্তিগত বা সামূহিক ভাবে কৰি আহিছে। এই ফালৰপৰা দেখা যায়, বোত্তক বা কন্তুক পূজাই ৰাভা সকলৰ আদিম পূজা। কোচা ৰাভা সকলে কন্তুক পূজাটোক ব্যক্তিগতভাবে কৰাৰ বাহিৰেও খোক্‌চি পূজাৰ অনুৰূপে সামূহিক ভাবে পূজা কৰি আহিছে। খুউব সম্ভব সামাজিক বা ভৌগোলিক কাৰণবশতঃ কোচা ৰাভাসকলে 'খোক্‌চি' পূজাৰ পৰা বিৰত আছিল।

কোচা ৰাভাৰ পৌৰাণিক কাহিনী মতে—ৰাভা জাতিৰ আদি পুঁৰুষ হৈছে—'কোচ্ছে'। ৰাভা জাতিৰ প্ৰধান দেৱতা 'ৰিছি' দেৱতাই 'কোচ্ছে'ৰ পৰিয়াল বৰ্গক 'ৰাংক্ৰাঙৰ' (স্বৰ্গ-অৰ্থাৎ তিব্বতীয় অঞ্চল) পৰা পৃথিবীলৈ (পৃথিবী অৰ্থাৎ তিব্বতৰ দক্ষিণত থকা সমভূমি অঞ্চল) নমাই লৈ আহে, আৰু সেইবাবে কোচ্ছেৰ পৰিয়াল বৰ্গ ৰাবাতাং (অৰ্থাৎ আনোতা বিলাক) >ৰাভাতাং (ৰাভাসকল) নামে অভিহিত হয়। এই কোচ্ছেৰ 'তিনতেকীয়া কোচ' সকলেই প্ৰকৃত কোঁচ আৰু বিশ্বসিংহ, নৰনাৰায়ণ আদি কোঁচ ৰজাসকল তেওঁলোকৰেই বংশধৰ আৰু ৰজা আছিল।

ডঃ গ্ৰীয়েৰচনৰ মতে কোঁচসকল ছটা দলত বিভক্ত, যেনে ঃ— হৰিগঞা, সাতপুৰীয়া, দাস গঞা, চাপৰা, ওবানাং, আৰু তিনতেকীয়া।

আহোম ৰাজত্বৰ সময়ত ৩৫২ জন কোচ ৰাভা মানুহ নগাপাহাৰৰ সীমান্তৰ ওচৰত থকা 'মহং' নামে ঠাইত বসতি স্থাপন কৰিছিল। আহোম ৰজাই তেওঁলোকক লুণীয়া নিজৰাৰ পৰা লোণ তৈয়াৰ কৰা কামত নিযোগ কৰিছিল। 'মহঙ'ত থকাৰ বাবে তেওঁলোকক 'মহং' কোচ নামাকৰণ কৰা হৈছিল।

১৮৭২ চনত গোৱালপাৰা জিলাৰ ২৪১৬ জন কোঁচ মানুহে 'গৰমী কোঁচ' নামে পৰিচিত হৈ বেলেগ তালিকাভুক্ত হৈছিল। শেষত তেওঁলোকেই কুমাৰ, কমাৰ, দুলীয়া জাতি হিচাবে পৰিচয় দিছিল।

ধৰ্ম্মীয় আৰু সামাজিক নীতিৰ ব্যতিক্ৰমতে কিছুমান উপ-গোষ্ঠীৰ সৃষ্টি হোৱা দেখা যায়, যেনে ঃ—'মদাহী কোঁচ'। 'মদাহী' শব্দটো কোঁচ জাতিক ধৰ্মান্তৰ কৰি ৰাজবংশী উপাধিলৈ উন্নীত কৰাৰ প্ৰথম স্তৰ। সম্ভৱ—এওঁলোকে পূৰ্ব-পুৰুষৰ মদ, গাহৰি, কুকুৰা খোৱা আদি আচাৰ-নীতি পৰিত্যাগ কৰিব নোৱাৰা বাবে মহাজনসকলে 'সৰু কোঁচ' বা 'হেৰেমিয়া' স্তৰৰ পৰা পুনঃ 'মদাহী কোঁচ'লৈ নমাই দিছিল। শেষত তেওঁলোকে আগৰ স্বজাতিলৈও ঘূৰি নহাত 'মদাহী' নাম লৈয়েই থাকিব লগীয়া হল। প্ৰাচীন কোঁচ বা ৰাভাৰ দলত 'মদাহী' নাম পোৱা নাযায়। 'মদাহী' নামটো এটা ধৰ্মান্তৰৰ স্তৰহে। বৰ্তমান এওঁলোক 'ৰাভা জাতি' বুলি পৰিচিত হৈ ৰাভাৰ সমাজ-সংগঠনৰ লগত জড়িত।

* * * * *

# দ্বিতীয় অধ্যায়

# ঘৰুৱা জীৱন

## ঘৰ-দুৱাৰ

জনা যায় অতীজতে ৰাভাসকল পাহাৰৰ কাষত টিলাময় ঠাইত বা নৈৰ পাৰৰ ওখ সমভূমিত (টাৰি) ঘৰ-দুৱাৰ সাজি বসবাস কৰিছিল। একে বাৰায় সংযুক্ত পৰিয়ালসমূহ একে ঠাইতেই ৰেলওৱে কলনীৰ (Railway Colony) দৰেই আছিল। তেওঁলোকে শাৰী ঘৰবোৰ সমান্তৰাল আৰু শাৰী শাৰীকৈ সাজিছিল। সোঁ-মাজতে ১০০ হাতমান আকুল-বহল দীঘল চোতাল আছিল। সেই চোতালতে তেওঁলোকে ব্যক্তিগত বা সামূহিক কাম-কাজ, পূজা-পাৰ্বন আদি কৰিছিল। গাৰু-ম'হৰ গোহালিবোৰৰ বেলেগ ঠাইত তদনুৰূপেই সাজিছিল। একে বাৰায় সংযুক্ত পৰিয়ালসমূহে কাম কৰা এনে ঠাইখনেই একোখন চুবুৰী বা গাৱঁত পৰিণত হৈছিল।

সাধাৰণতঃ ধুমুহাৰ প্ৰতিৰক্ষাৰ বাবে তেওঁলোকে ঘৰবোৰ পুবা-পশ্চিমাকৈ সাজিছিল। ঘৰবোৰ দীঘলে ৬০-৭৫ হাত আৰু বহলে ১৫-২০ হাত আছিল। আৱশ্যক অনুযায়ী বাৰান্দাও সাজি লৈছিল। একেটা ঘৰৰ ভিতৰতে বিধে বিধে প্ৰয়োগ-অনুযায়ী একোটাকৈ কোঠালীৰ বিভাগ ৰাখিছিল।

**প্ৰাচীন ঘৰ-দুৱাৰ ঃ** ৰাভাসকলৰ প্ৰাচীন ঘৰ-দুৱাৰ কেনেধৰণৰ আছিল তাৰ তিনিটা নমুনা তলত দেখুওৱা হ'ল—

(ক) মায়তাৰি ৰাভাৰ ঘৰৰ আৰ্হি (১নং চিত্ৰ)
(খ) ৰংদানি ৰাভাৰ ঘৰৰ আৰ্হি (২নং চিত্ৰ)
(গ) কিছু নতুন ঘৰৰ আৰ্হি (৩নং চিত্ৰ)

১নং চিত্ৰ




৮ নং

| | | |
|---|---|---|
| ১নং কোঠালী | 'মোজা' | পুতেক-বোৱাৰীয়েকৰ শোৱা কোঠালী। |
| ১নং (ক) কোঠালী | 'বাৰদাম' | " " জুইশাল। |
| ২নং কোঠালী | 'নোক্চুংকায়' | ঘৰৰ বুঢ়া-বুঢ়ীৰ শোৱা কোঠালী। |
| ২নং (ক) কোঠালী | 'বাৰদাম' | " " জুইশাল। |
| ৩নং কোঠালী | 'তোকলাব্' | ডাঙৰ ল'ৰা-ছোৱালীবোৰৰ শোৱা কোঠালী |
| ৪নং কোঠালী | 'মোজা' | পুতেক-বোৱাৰীয়েকৰ শোৱা কোঠালী। |
| ৪নং (ক) কোঠালী | 'মায়ঝাম' | ধানৰ টোম ৰখা কোঠালী (ধান ভঁৰাল)। |
| ৪নং (খ) কোঠালী | 'তোগ্ৰাব' | মদৰ (চকো) জোগ্ৰ মজুত কৰি ৰখা কোঠালী। |
| ৫নং কোঠালী | 'নোকপিমুং' | ৰন্ধনশালা। |
| ৫নং (ক) কোঠালী | 'বুদাবাবায়' | পূজা কৰা কোঠালী। |
| ৫নং (খ) কোঠালী | 'ৰোনতাক্ ৰুস্তুক' | চাউলপূৰ্ণ মাটিৰ হাড়ি ৰখা কোঠালী। |
| ৬নং কোঠালী | 'বাখানোক' | খৰি জমা কৰি ৰখা কোঠালী। |
| ৭নং কোঠালী | 'তোনোহৰ' | কুকুৰা, হাঁহ, পাৰ আদি পোহা কোঠালী। |
| ৮নং কোঠালী | 'দোবকা' | গাহৰি, ছাগলী পোহা কোঠালী। |

২নং চিত্ৰ

উত্তৰ— ৭৫ হাত দীঘল




দক্ষিণ— ৭৫ হাত দীঘল

| | | |
|---|---|---|
| ১নং কোঠালী | 'নোক্চুংকায়' | ঘৰৰ বুঢ়া-বুঢ়ীৰ শোৱা কোঠালী। |
| ১নং (ক) কোঠালী | 'বাৰদাম' | " " জুইশাল। |

| | | |
|---|---|---|
| ২নং কোঠালী | 'মোজা' | পুতেক-বোৱাৰীয়েকৰ শোৱা কোঠালী। |
| ২নং (ক) কোঠালী | 'বাৰদাম' | ” ” জুইশাল। |
| ২নং (খ) কোঠালী | 'তোগ্ৰাব' | মদৰ (চকো) জোঙা মজুত কৰি ৰখা কোঠালী। |
| ২নং (গ) কোঠালী | 'মায়ঝাম' | ধানৰ টোম ৰখা কোঠালী (ধান ভঁৰাল)। |
| ৩নং কোঠালী | 'নোকপিমুং' | ৰন্ধনশালা। |
| ৩নং (ক) কোঠালী | 'ৰোনভাক্' | চাউল পূৰ্ণ মাটিৰ হাড়ি ৰখা কোঠালী। |
| ৪নং কোঠালী | 'দোবকা' | ধান চাউল বনা কোঠালী। |
| ৫নং কোঠালী | 'বাখানোক' | খৰি জমা ৰখা কোঠালী। |

৩নং চিত্ৰ

উত্তৰ— ৬০ হাত দীঘল




দক্ষিণ— ৬০ হাত দীঘল

| | | |
|---|---|---|
| ১নং কোঠালী | 'দোবকা' | ধান চাউল আদি বনা কোঠালী। |
| ১নং (ক) কোঠালী | 'বাৰদাম' | জুইশাল। |
| ২নং কোঠালী | 'মোজা' | পুতেক-বোৱাৰীয়েকৰ শোৱা কোঠালী। |
| ২নং (ক) কোঠালী | 'বাৰদাম' | ” ” জুইশাল। |
| ৩নং কোঠালী | নোকচুংবো চাল | খালী কোঠালী, কোঠালীটোৰ ওপৰভাগত খোৱা বস্তু ৰখাৰ 'আতাল' (একাজি)ৰ সুব্যৱস্থা আছে। আত্মীয়-কুটুম্ব, বন্ধু-বান্ধৱ, আলহী আদি আহিলে এই কোঠালীতে বহিবলৈ দিয়া হয় আৰু আলাপ-আলোচনা কৰা হয়। আলহীক ইয়াতেই মদ তামোলেৰে অভ্যৰ্থনা কৰা হয় আৰু ৰাতি শুবলৈ দিয়া হয়। |

| | | |
|---|---|---|
| ৩নং (ক) কোঠালী | 'মায়ঝাম' | ধানৰ টোম ৰখা কোঠালী (ধান ভঁৰাল)। |
| ৩নং (খ) কোঠালী | 'তোকলাব্' | ল'ৰা-ছোৱালীবোৰৰ শোৱা কোঠালী |
| ৩নং (গ) কোঠালী | 'তোগ্রাব' | মদৰ (চকো) জোগ্র মজুত কৰি ৰখা কোঠালী। |
| ৪নং কোঠালী | 'নোকপিমুং' | ৰন্ধনশালা। |
| ৪নং (ক) কোঠালী | 'ৰোনতাক্' | চাউলৰ হাড়ি ৰখা, পূজা কৰা কোঠালী। |
| ৫নং কোঠালী | 'তোনোহৰ' | কুকুৰা, হাঁহ, পাৰ আদি পোহা কোঠালী। |
| ৬নং কোঠালী | 'নোক্চুংকায়' | ঘৰৰ বুঢ়া-বুঢ়ীৰ শোৱা কোঠালী। |
| ৬নং (ক) কোঠালী | 'বাৰদাম' | " " জুইশাল। |
| ৭নং কোঠালী | 'বাখানোক্' | খৰি জমা কৰি ৰখা কোঠালী। |

বৰ্তমান প্ৰায় এনেধৰণৰ ঘৰ-দুৱাৰৰ নমুনা গাৰোপাহাৰ জিলাৰ 'পাহাম' অঞ্চলৰ গাওঁবোৰৰ বাহিৰে আন ঠাইত দেখা পোৱা নাযায়। এনে ধৰণৰ ঘৰ* নাথাকিলেও প্ৰায়বোৰ ৰংদানিয়া আৰু মায়তাৰি গাৱঁলৈ গলে এতিয়াও তেওঁলোকক চহৰবাসী মানুহৰ দৰেই ওচৰা-ওচৰিকৈ ঘৰ বান্ধি থকা দেখা যায়।

ৰাভাসকলৰ এই ঘৰ দুৱাৰৰ নমুনাৰ পৰিবৰ্তনৰ কাৰণ অনুসন্ধান কৰিলে অনুমান হয়, সোতৰ শতিকাৰ মুছলমান ফৌজৰ 'মিৰ্জা নাথান'ৰ ৰাভা ৰজা বীৰ 'পৰ্শুৰামৰ' ৰাজ্য আক্ৰমণেই ইয়াৰ অন্যতম কাৰণ। ৰাভা অঞ্চল 'ৰংদান' আক্ৰমণ কৰিছিল 'মিৰ্জা-নাথান'ৰ প্ৰধান সেনাপতি 'তচলিমখাঁই'। ৰাভাসকলৰ লগত মুছলমান সেনাৰ ভীষন যুদ্ধ হৈছিল। এই যুদ্ধত বহুত ৰাভা মানুহ মৰা পৰে, আৰু অৱশিষ্ট মানুহবিলাকে ৰণত তিষ্ঠিব নোৱাৰি হাবি-বন-পাহাৰত আশ্ৰয় লয়গৈ। তচলিমখাঁই এই অঞ্চলৰ বহু ৰাভা গাৱঁৰ সকলো ঘৰ-দুৱাৰ পুৰি পেলায়, লগতে পচোৱা বতাহত তেওঁলোকৰ যুদ্ধৰ চাউনীও ভস্মীভূত হোৱাত সেনাপতি তচলিমখাঁও ভস্মীভূত হয়। [১]

যুদ্ধ শাম কটাত হাবি-বন, পাহাৰত আশ্ৰয় লোৱা ৰাভাসকলে ভৱিষ্যত আক্ৰমণৰ আশংকা কৰি অস্থায়ী ভাবে য'তে ত'তে যি কোনো প্ৰকাৰে ঘৰ-দুৱাৰ সাজি লৈছিল। সেইসময়ত তেওঁলোকৰ 'বাৰায়-হুৰি'ৰ লগত পৰিচয় হেৰাই গৈছিল। সেই কাৰণে শেহত ৰাভা পৰিচিত কোনো মানুহক লগ পালেই সুধিছিল-আপোনাৰ 'বাৰায়' কি? 'হাচু' (পাহাৰ) কি? 'চিকা-ঝৰা' (ঝৰণা-নিজৰা) কি? মামা-দাদা (সম্বন্ধীয় মানুহৰ নাম) কি? ইত্যাদি। এই প্ৰশ্নবোৰৰ যোগেদি যেতিয়া মানুহজন একে 'বাৰায়' ভুক্ত বুলি অৱগত হয়, তেতিয়াই তেওঁক ঘৰলৈ সাদৰি লৈ গৈ আত্মীয়তাভাৱৰ যোগ-সুত্ৰ স্থাপন কৰে। এই সময়ত ৰাভাসকল বহুত দুখ-দুৰ্গতিৰ সন্মুখীন হব লগা হৈছিল। পিতা-মাতা, ভাই-ভনী, ল'ৰা-ছোৱালী, আত্মীয় কুটুম্বক হেৰুৱাই আশ্ৰয়হীন হৈ ইনাই-বিনাই কান্দি ফুৰিছিল। এইবোৰ দুখ-দুৰ্গতিৰ কথা এতিয়াও

---

১ Bhăristăn-i-Ghăybi, Vol. II, Chapter IV, p. 516.

ৰাভাসকলৰ কাহিনী গীতত কৰুণ ৰসসিক্ত হৈ আছে। এই যুদ্ধৰ ফলত তেওঁলোক অৰ্থনৈতিক ক্ষেত্ৰত একেবাৰেই জুৰুলা হৈ পৰে আৰু কালৰ সোঁতত প্ৰাচীন ঘৰ-দুৱাৰ নমুনা ত্যাগ কৰি কোনো প্ৰকাৰে নতুন ভাবে বেলেগ ঘৰ সাজি থাকিবলৈ লয়।

প্ৰাচীন কালত কোচা ৰাভাসকলৰ ঘৰ-দুৱাৰ কেনে আছিল জনা নাযায়। বৰ্তমান তেওঁলোকৰ বৰঘৰ দুভাগত বিভক্ত, যেনে—'নু' আৰু 'নু'ছুৰ'। 'নু'ক 'পু'ৰছি' আৰু 'নু'ছুৰ'ক 'জিনৌ' বুলিও কয়। 'ৰুন্তুক'ক লক্ষ্মীদেৱী বুলি পূজা কৰে। 'নু'ছুৰ'ক খুব পবিত্ৰ ভাবে ৰখা হয়। সাধাৰণতঃ আন সম্প্ৰদায় আৰু ধৰ্মাৱলম্বী মানুহে 'নু'ছুৰ'ত প্ৰবেশ কৰা একেবাৰেই নিষিদ্ধ। 'নু'তেই গৃহস্থই শোৱে। আলহী আহিলে 'নু'তেই বহিবলৈ দিয়ে ; মদ-ভাতো তাতেই খুৱায়। এই নিয়ম অতীজৰ পৰা বৰ্ত্তমানলৈকে চলি আছে। সাধাৰণতঃ বৰঘৰটো পূবা-পশ্চিমাকৈ সাজে। 'নু' পূবফালে আৰু নু'ছুৰ পশ্চিম ফালে অৱস্থিত। গোহালিঘৰ, গাহৰি, ছাগলী, হাঁহ-কুকুৰা, পাৰ আদিৰ ঘৰ বেলেগ বেলেগ। আলহী শুবলৈও বেলেগ ঘৰ সজা হয়।

বৰ্তমান ৰাভাসকলে চাৰিফালে চাৰিটা ঘৰ সাজে। তদুপৰি গোহালি ঘৰ, গাহৰিৰ গঁড়াল, হাঁহ, পাৰ, কুকুৰা পোহা ঘৰ, ধানৰ ভঁৰাল, ৰন্ধন শালাৰ ঘৰ আদি বেলেগ বেলেগকৈ সাজে। সাধাৰণতঃ দেখা যায়—বৰঘৰটো চোতালখনৰ উত্তৰ ফালে পূবা-পশ্চিমাকৈ সাজে। দক্ষিণফালে বাটচৰা বা বাটঘৰ সাজে। আলহী আদি আহিলে তাতেই শুবলৈ দিয়ে।

বৰ্তমান ৰাভা জাতিৰ সকলো শাখাৰ মানুহেই পৰাপক্ষত চহৰীয়া ঘৰৰ ধৰণে ইটা, কাঠ, টিন আদিৰে ঘৰ নিৰ্মাণ কৰা দেখা যায়।

## খেতি-বাতি

ৰাভাসকলৰ প্ৰধান জীৱিকা হৈছে খেতি-বাতি। তেওঁলোকে প্ৰাচীন কালৰেপৰা আহু,শালি, পৰমা, বিল্‌চা আদি ধানৰ খেতি কৰি আহিছে। বতৰ অনুযায়ী মৰাপাট, সৰিয়হ, মাহ, আলু, বেঙেনা, জলকীয়া, লাই, কবি, মূলা আদি শাক-পাচলিৰো খেতি কৰি আহিছে। ধান-চাউল শাক-পাচলি আদি বেচি যি পইচা পায়, তাৰ দ্বাৰাই দৈনন্দিন প্ৰয়োজনীয় বস্তুবোৰ সংগ্ৰহ কৰি লয়। বেপাৰ-বাণিজ্যৰ পদ্ধতি এওঁলোকে নাজানে।

স্মৰণাতীত কালৰ পৰাই যে ৰাভাসকলে কৃষিকামৰ ওপৰত জীৱিকা নিৰ্বাহ কৰি আহিছে তাৰ প্ৰমাণ পোৱা যায়। যি সময়ত গাৰোসকল উলঙ্গ অৱস্থাত আছিল, কোনো কৃষি-কৰ্ম্মৰ পদ্ধতি নাজানিছিল সেই সময়তো ৰাভাসকলে খেতি কৰা প্ৰণালী জানিছিল। তেওঁলোকে পাহাৰৰ উৰ্বৰ ভূমিৰ হাবি-বন কাটি, পুৰি হামজাৰ/নৰজা (জুমখেতি) উলিয়াইছিল। ঠায়ে ঠায়ে হামজাৰ উলিয়াই সকলোৱে খেতি-বাতিৰ কাম কৰি সুখে-সন্তোষেৰে জীৱন-ধাৰণ কৰি আছিল। মতা মানুহবিলাকে বাতি হামজাৰত হাতী, গাহৰি খেদিবলৈ গৈছিল। হামজাৰত তেওঁলোকে 'ভৰং' অৰ্থাৎ টঙি সাজিছিল, আৰু সেই টঙিতে শুৱে ৰাতি পহৰা দি হাতী,

গাহৰি আদিক জুইৰ 'জোস্থা' (জোঁৰ) লৈ চিএৎৰ বাখৰ কৰি হাবি বা পাহাৰলৈ খেদি দিছিল। তেওঁলোকে কপাহ খেতিও যথেষ্ট কৰিছিল। ভৈয়ামলৈ নামি অহাৰপৰা তেওঁলোকে কপাহ খেতি কম ভাবে কৰিছিল। কিয়নো ভৈয়ামৰ মাটি কপাহ খেতিৰ বাবে উপযোগী নহয়। হামজাৰৰ কামত মতা-তিৰোতা সকলোৱে কাম কৰিছিল। ৰাতি তিৰোতাসকলে কপাহৰ পৰা সূতা কাটিছিল আৰু এই সূতা বিচিত্ৰ ৰঙৰ দ্বাৰা ৰঞ্জিত কৰি ফুলাম কাপোৰ বৈ লৈছিল।

কৃষি কৰ্ম্মত নিপুণতা দেখিয়েই সেইসময়ৰ গাৰো ৰজা 'হুছেঙে' সোমেশ্বৰী উপত্যকালৈ ৰাভাসকলক খেতিৰ কাম কৰিবলৈ লৈ গৈছিল।

"When Husheng was the chief of the powerful Atong clan, he brought the Rabhas into Someshari Valley to till the land, because at that time, the Garos, being nomads, were not acquianted with more settled methods of husbandary." [২]

## খাদ্য-সম্ভাৰ

ৰাভাসকল আদিম কৃষিজীৱী। এওঁলোকৰ প্ৰধান খাদ্য ভাত। অন্যান্য শাক-পাচলি, মাছ, মাংসও খায়। অৰ্থনৈতিক অৱস্থা অনুযায়ী এইবোৰ খাদ্যৰ পৰিমাণ কম-বেচিও হয়। বৰ্তমান ৰাভাসকল অৰ্থনীতি ক্ষেত্ৰত বৰ জুৰুলা। বিশেষকৈ ধান-ভাতত বৰ অভাৱগ্ৰস্ত। ধান-ভাতৰ অভাৱত আটা, ময়দা প্ৰধান খাদ্য নহলেও খাবলৈ বাধ্য হৈছে। ঘৰুৱা শাকপাচলি, কবি, মূলা, লাই, আলু, জলকীয়া, বেঙেনা, উৰহী, জিকা, ভোল, লাউ, কোমোৰা আদি মুখৰ অভিৰুচি মতে নানা ধৰণে ৰন্ধন কৰি খায়। ৰাভা মতা-তিৰোতা উভয়ে মাছ চিকাৰত পাকৈত। এওঁলোকে মাছ শুকাই খায়। শুকান মাছবোৰ এটা উৰলত আনুপাতিক হাৰে 'চানাকচু'ৰ কোমল ঠাৰিৰ লগত মিশ্ৰিত কৰি 'পদুনা', 'ব্ৰহ্মা মচলা' সহ খুব মিহিকৈ গুৰি কৰি এটা বাঁহৰ চুঙাত ভৰাই টানকৈ মুখ বান্ধি থয়। যথা সময়ত সেইবোৰ উলিয়াই কলৰ খাৰেৰে আওতি (সিজাই) খায়। সাধাৰণতঃ গাহৰী, ছাগলী, কুকুৰা, হাঁহ, পাৰ আদি ঘৰতে পুহি এইবোৰৰ মাংস খায়। কণী এওঁলোকৰ প্ৰিয় খাদ্য।

কিছুদিন আগতে ৰাভাসকলে গৰম দিনত মায়আস্তা বা মায়মাখাম (পইতা ভাত) আৰু শীতকালত মায়মাচি (নৰম জুলীয়া ভাত) ৰাতি পুৱাৰ সময়ত খাইছিল। ধান-চাউল অভাৱত বৰ্তমান খাবলৈ এৰি দিছে। আনহাতে চাহহে প্ৰিয় হৈ উঠিছে। ৰাতিপুৱা চাহ আৰু চিৰা পিঠা খোৱাহে বেচিকৈ অভ্যাস হৈ পৰিছে। আগতে ৰাভা মানুহৰ চাহ খোৱা বিশেষকৈ গাখীৰ চাহ খোৱা প্ৰথা নাছিল বুলিবই লাগে। ব'হাগ বিহু, মাঘ বিহু, বিয়া সবাহ, আদি সামাজিক অনুষ্ঠান বোৰত গুড় মিঠাইৰ সৈতে চিৰা খোৱা প্ৰথা প্ৰচলিত আছিল। তেনেকৈ বিহু উৎসৱত নানা ধৰণৰ পিঠা খোৱা প্ৰথা আছিল।

২ J.E. Friend Pereira. Census Report of 1881. P. 145.

আগতে ৰাভাসকলে দিনত তিনিবাৰ ভাত খাইছিল—পুৱা, দুপৰীয়া আৰু গধূলি। ধান-চাউলৰ অভাৱত বৰ্তমান বহুতেই তিনিবাৰ ভাত খোৱা নিয়ম বাদ দিছে। সাধাৰণতঃ ৰান্ধনীয়ে প্ৰথমে তাইৰ মাক, দেউতাকক নাইবা শহুৰেক-শাহুয়েকক অথবা ঘৰৰ ডাঙৰজনক আগতে কাঁহী-বাটিত ভাত আঞ্জা খাবলৈ দিয়ে। ৰান্ধনীজনীয়ে পিছতহে খায়। ঘৈণীয়েকে গিৰিয়েকে ভাত খোৱাৰ পিছতহে খায়। গিৰিয়েকৰ আগতে বা একেলগে নাখায়। এই নিয়ম হিন্দু-নীতিৰেই প্ৰভাৱ।

আগতে মদৰ প্ৰতি ৰাভাসকলৰ বৰ আকৰ্ষণ আছিল। পূজা-পাৰ্বন আৰু সামাজিক অনুষ্ঠান আদিত মদ নহ'লেই নহৈছিল। বিয়াৰ পিছত সন্তান জন্ম হোৱাৰে পৰা মতা মানুহবিলাকে মদৰ ইন্দ্ৰজালতে তন্ময় হৈ আছিল। ক্ৰমে জনসংখ্যা বাঢ়ি যোৱাত অৰ্থনৈতিক জটিলতাৰ চাক্‌নৈয়াত পৰি বৰ্তমান ৰাভা সমাজৰ চেতনাবোধ হৈছে। বৰ্তমান ধৰ্মীয় আৰু সামাজিক অনুষ্ঠানত মদ খোৱা প্ৰথা প্ৰায় উঠাই দিছে।

ৰাভাসকলৰ গাখীৰ খোৱা নিয়ম নাছিল। বৰ্তমান ঘৰতে পোহা গাই বা মাইকী ম'হৰ গাখীৰ খায়।

সাধাৰণতঃ ৰাভাসকল বৰ দুখীয়া। বেছিসংখ্যক ৰাভা মানুহে নিজৰ উপাৰ্জিত শস্যেৰে বছৰটোত পৰিয়ালৰ ভৰণ-পোষণ কৰিব নোৱাৰে। অধিক মানুহে এসাজ খাই দুসাজ লঘোনে থাকিবলগীয়া হয়। কোনো প্ৰকাৰে খাদ্য যোগাৰ কৰিব নোৱাৰিলে কঁঠাল, অমিতা খাই নাইবা বনৰীয়া আলু, কোমোৰা, লাও, জিকা, ভোল আদি পানীত সিজাই খাই জীৱন-ধাৰণ কৰা দেখা যায়। ফলস্বৰূপে তেওঁলোকে নানা ৰোগ-বেমাৰত আক্ৰান্ত হ'বলগীয়া হৈছে।

## মদ প্ৰস্তুত কৰা প্ৰণালী

মদ বা 'চকো' প্ৰস্তুত কৰিবলৈ হলে 'ফাপ' বা 'ৰাখৰ'ৰ দৰকাৰ। 'ৰাখৰ' নহলে মদ তৈয়াৰ কৰিব নোৱাৰি। মদ জোঙাত বা কলহত তৈয়াৰ কৰা হয়। জোঙাৰ জোখ অনুযায়ী দুৱানী, চাৰি আনী, আঠানী আৰু টকীয়া নামকৰণ কৰা হয়। মদ প্ৰস্তুত কৰিবলৈ হলে ভাতখিনি কৰ্‌কৰীয়া হব লাগে। নৰম ভাত মদ প্ৰস্তুত কৰিবলৈ অনুপযোগী। মদৰ ভাতখিনি এখন বাঁহৰ ঢাৰিত পাতলকৈ ঠাণ্ডা হবলৈ দিব লাগে। ঠাণ্ডা হোৱাৰ পাছত ভাতৰ পৰিমাণ অনুযায়ী ৰাখৰ ভালকৈ সানিব লাগে। তাৰ আগতে যিটো জোঙাত মদ প্ৰস্তুত কৰা হব, সেই জোঙাৰ ভিতৰত কিছু ধানখেৰ ভৰাই জুই লগাই পুৰিব লাগে। তাৰ কাৰণ জোঙাটো শুকান কৰি লব লাগে। সেমেকা বা ভিজা জোঙাত মদ ভাল নহয়। তাৰ পাছত জোঙাটো পৰিষ্কাৰ কৰি তাৰ ভিতৰত জোঙা অনুসৰি 'জাছি' (এবিধ বাঁহৰ তমালেৰে তৈয়াৰী চুঙা) ভৰাব লাগে। জোঙাৰ সোমাজতে জাছিটো থিয় অৱস্থাত লৰচৰ নোহোৱাকৈ ৰাখিব লাগে। জোঙাত জাছিটো সুমুৱাৰ আগতে জাছিৰ দুয়োমূৰ জুইত সেকা কলপাতেৰে দুই তৰপকৈ বান্ধিব লাগে। তাৰ পাছত জাছিৰ

বহিৰ্ভাগ আৰু জোঙাটোৰ অন্তৰ্ভাগৰ খালী অংশত বাখৰ মিশ্ৰিত ভাতখিনি পূৰ্ণকৈ ভৰাই থৈ জোঙাটোৰ মুখখনো জুইত সেকা কলপাতেৰে ২/৩ তৰপ টানকৈ বান্ধি ৰাখিব লাগে যাতে তাৰ ভিতৰত বাহিৰৰ চেঁচা বতাহ সোমাব নোৱাৰে। তাৰ পাচত জোঙাটোৰ তলিটো মাটিত নলগাকৈ 'পেস্তা' বা আধাৰিৰ ওপৰত ভালকৈ এঠাইত থব লাগে। গৰম দিনত ৪/৫ দিনত আৰু শীতকালত ৭/৮ দিনৰ পিছত মদ খোৱাৰ উপযোগী হয়। যথাসময়ত পাতেৰে ঢকা জোঙাৰ মুখখন আৰু জাম্থিৰ মুখখন খুলি আৱশ্যক অনুপাতে পানী ঢালি জাম্থিত সোমাব পৰা এটা লাউৰ খোলৰে (ব্ৰেক) বাখৰ মিশ্ৰিত পচা ভাতৰ চাৰিওফালে দি চেকিব লাগে। এনেকৈ অলপ সময় চেকি থাকিলে নিগৰি নিগৰি মদখিনি শূন্য জাম্থিৰ ভিতৰত জমা হয়। এয়েই মদ। পানী নঢলাৰ আগতে জোঙাৰ তলিত কম বেচি পৰিমাণে অলপমান ৰস জমা হৈ থাকে, তাকেই 'চকোৰাংচি' বা 'ৰসি' মদ বোলে।

প্ৰায় আঢ়ৈ/তিনি ফুট ওখ পেট ডাঙৰ জোঙাত 'ছিনচিনা' বা সাঁচতীয়া মদ প্ৰস্তুত কৰা হয়। পোহা মদ ছমাহ/এবছৰলৈকে খাই থাকিব পাৰি। জোঙাত ভৰোৱা বাখৰযুক্ত ভাত হজম হৈ গলে পুনঃ নতুন বাখৰযুক্ত ভাত ভৰাই জোঙাটোৰ মুখ টানকৈ বান্ধি থৈ দিব লাগে। আৱশ্যকবোধে মাজে মাজে তাৰ 'ৰসি' মদখিনি উলিয়াই খোৱা হয়। পানী ঢালী চেকিব নালাগে। পানী ঢালিলে আৰু সাঁচতীয়া মদ হৈ নাথাকে। পাতি ধান বা বৰা ধানৰ চাউলৰ ভাতৰ দ্বাৰা এনে মদ তৈয়াৰ কৰা হয়। বৰা চাউলৰ মদ খুব মিঠা আৰু ৰাগিয়াল।

## ফটিকা প্ৰস্তুত কৰা প্ৰণালী

যি জোঙা মদৰপৰা 'ফটিকা' তৈয়াৰ কৰা হব, সেই মদৰ জোঙাৰ ভিতৰত 'জাম্থি' ৰাখিব নালাগে। মদ তৈয়াৰ কৰাৰ পাছত—গৰম দিনত ৪ ৰাতি আৰু ঠাণ্ডা দিনত ৭ ৰাতি হলে, সেই মদৰ জোঙাত আৱশ্যক অনুপাতে পানী ঢালি পুনঃ আৱশ্যকীয় বাখৰ মিশ্ৰিত কৰি ৩/৪ ৰাতিমান ভালকৈ থৈ দিব লাগে। তাৰ পাছত এই মিশ্ৰিত বস্তুখিনি (মাখাম ছিথা) এটা ডাঙৰ হাড়ীত জুইৰ উধানত বহুৱাই তাৰ ওপৰত ফুটা লুড়কী (মাটিৰ চৰু) এটা ৰাখি দিয়া হয়। সেই ফুটা লুড়কীৰ ভিতৰত তাতোকৈ সৰু নুফুটা লুড়কী ৰাখি থোৱা হয়। সেউ ফুটা লুড়কীৰ ওপৰত পিতল বা চিলভাৰ বা মাটিৰ চৰু এটা খাপ খোৱাকৈ বহুৱাই তাত পৰিপূৰ্ণকৈ চেঁচা পানী ৰাখি দিয়া হয়। জুইৰ উত্তাপত তলৰ ডাঙৰ হাড়ীৰপৰা মিশ্ৰিত 'মাখাম ছিথা' ভাপখিনি যাতে বাহিৰলৈ ওলাব নোৱাৰে, তাৰ বাবে ডাঙৰ হাড়ী আৰু ফুটা লুড়কীৰ সংযোগ স্থানত মৰাপাটৰ আঁহ চাৰিওফালে মেৰিয়াই দি তাৰ ওপৰত কেঁচা কেঁচুমাটিৰ লেপ দিব লাগে। তদ্ৰূপ মাজৰ ফুটা লুড়কীৰ আৰু ওপৰত ৰখা চেঁচা পানীৰ চৰুৰ সংযোগ স্থানতো কেঁচা কেঁচু মাটিৰে লেপি দিব লাগে, যাতে ভাপখিনি বাহিৰলৈ ওলাব নোৱাৰি মাজৰ ফুটা লুড়কীৰ ভিতৰত স্থাপন কৰা সৰু নুফুটা লুড়কীত জমা হবগৈ পাৰে।

সাধাৰণতঃ তিনি 'পানী পেলালে' ফটিকা বৰ ৰাগী হয়। পানী পেলোৱা অৰ্থ—ওপৰত ৰখা পিতল বা মাটিৰ চৰুৰ চেঁচা পানীখিনি যেতিয়া জুইৰ উত্তাপত গৰম হয়, তেতিয়া সেই গৰম পানীখিনি অন্য সৰু পাত্ৰৰ দ্বাৰা পেলাই দি পুনঃ নতুনকৈ চেঁচা পানী ৰাখি দিয়া হয়। ইয়াকে 'এক পানী' পেলোৱা বুলি কোৱা হয়। পানী নেপেলালে তলৰ হাড়ীৰ পৰা উত্থিত ভাপখিনি মাজৰ ফুটা লুড়কীৰ ভিতৰত শুকাই যায়। জুইৰ উত্তাপত ডাঙৰ হাড়ীৰ 'মাখাম ছিথা' মিশ্ৰিত ভাপখিনি তাৰ ওপৰত ৰখা ফুটা লুড়কী বিন্ধাৰে উত্থিত হয়, আৰু তাৰ ওপৰত ৰখা চৰুত চেঁচা পানী থকা বাবে ভাপখিনি শুকাই যাব নোৱাৰি তাৰ ভিতৰত বহুৱাই ৰখা নুফুটা সৰু লুড়কীটোৰ ভিতৰত জমা হয়গৈ। এই জমা হোৱা ভাপখিনিকেই 'ফটিকা' বোলে। ৰাসায়নিক বিজ্ঞান মতে এয়েই পাতন-ৰসায়নক্ৰিয়া।

## 'ফাপ' বা বাখৰ প্ৰস্তুত কৰা প্ৰণালী

মদ প্ৰস্তুত কৰিবলৈ 'বাখৰ' নিতান্ত প্ৰয়োজন। 'বাখৰ' নহলে মদৰ ভাতখিনি পচি যায়। তেনেকৈ এই ৰাখৰ প্ৰস্তুত কৰিবলৈও আনুপাতিক উপাদানৰ উপৰিও পুৰণি বাখৰ মিশ্ৰিত নকৰিলে বাখৰ নহয়। এই বাখৰ প্ৰস্তুত প্ৰক্ৰিয়া অতীজৰ পৰাই ৰাভা তিৰোতাই জানে। অকল ৰাভাই নহয়, অসমৰ সকলো জনজাতীয় তিৰোতাই নানা উপাদানেৰে বাখৰ তৈয়াৰ কৰিব জানে। ৰাভা তিৰোতাসকলে বিশ্বাস কৰে যে, বাখৰ প্ৰস্তুতি ক্ষেত্ৰত মঙ্গলামঙ্গল আছে। সেই কাৰনে সকলো ৰাভা তিৰোতাই বাখৰ প্ৰস্তুত নকৰে। বিশেষ কিছুমান তিৰোতাইহে পৰম্পৰাগত ভাৱে বাখৰ তৈয়াৰ কৰি আহিছে। বাখৰ তৈয়াৰ কৰিবলৈ হলে তলৰ বস্তুখিনি আৱশ্যক।

| | | |
|---|---|---|
| (১) | 'আগিয়া চিতাৰ' শিপা | ১ তোলা পৰিমাণৰ |
| (২) | কুঁহিয়াৰ পাত | $\frac{১}{২}$ পোৱা পৰিমাণ বা ১২৫ গ্ৰাম ওজনৰ |
| (৩) | বিলাতী (কন) জলকীয়া | ৭ টা |
| (৪) | 'বেজি কালাই'ৰ শিপা বা গুটি | ১২ টা বা ১ তোলা পৰিমাণৰ শিপা |
| (৫) | 'চেনি বন'ৰ আগ | ১২ টা |
| (৬) | কুশ বনৰ আগ বা ফুল | ১২ টা |
| (৭) | আনাৰসৰ কুমলীয়া আগ | ১২৫ গ্ৰাম ওজনৰ |
| (৮) | বিহলেঁকীয়াৰ আগ | ৭ টা |
| (৯) | 'ভেটী তিতা'ৰ পাত | ২/৩ খিলা |
| (১০) | আকল গছৰ পাত | ১ খিলা |
| (১১) | পুৰণি বাখৰ | আৱশ্যক অনুপাতে |

ওপৰত উল্লিখিত বস্তুবোৰৰ ভিতৰত ২/৩ টা বস্তু নহলেও বাখৰ প্ৰস্তুত হ'ব। কিন্তু পুৰণি বাখৰ লাগিবই। এইবোৰ বস্তু আনুপাতিক হিচাবে যোগাৰ কৰি, তাৰ কিছু সময়ৰ আগতে দুই সেৰ মান জোখৰ পাতিধানৰ চাউল পানীত তিয়াই থোৱা হয়। তাৰ পিছত পানীৰ পৰা তুলি আনি চাউল ধোৱা খৰাহিত পানীখিনি চেকি কিছু সময় ৰাখিব লাগে। তাৰ পাছত সংগ্ৰহ কৰা সকলো আনুপাতিক বস্তুখিনি এটা উৰলত খুন্দি গুৰি কৰি লোৱা হয়। যেতিয়া গুৰি হয়, তেতিয়া তিয়াই থোৱা চাউলখিনিত তাৰ লগতে মিহলি কৰি পুনঃ ভালকৈ খুন্দি পিঠা গুৰিৰ দৰে কৰা হয়। তাৰ পিছত এটা পাত্ৰত সেইবোৰ জমা কৰি অলপমান পানী ছটিয়াই আৰু মথি এঠালি মাটিৰ দৰে কৰি লোৱা হয়।

এই এঠালিযুক্ত বস্তুখিনিৰ পৰা সৰু সৰুকৈ পিঠাৰ দৰে চেপেটা কৰি তৈয়াৰ কৰি লোৱা হয়। তাৰ পাছত এই পিঠাৰ দৰে চেপেটা বস্তুবোৰৰ প্ৰত্যেকটোৰ দুয়ো ফালে পুনঃ পুৰণি বাখৰ সানি দিয়া হয়। তাৰ পাছত এইবোৰ বস্তু এখন কুলা বা বাঁহৰ চাৰিৰ ওপৰত আকৌ নতুন খেৰ নতুন ৰাড়নি পাৰি তাৰ ওপৰত এই বস্তুবোৰ পাতলকৈ ৰাখি তাৰ ওপৰত আকৌ নতুন বাড়নি পাতলকৈ মেৰি ৰখা হয়। এনেকৈ কেইদিনমান নিৰাপদ ঠাইত ভালকৈ শুকাবলৈ দিয়া হয়। শুকোৱাৰ পিছত বাড়নিবোৰ এৰুৱাই এটা মাটিৰ টেকেলিত বতাহ নোপোৱাকৈ টানকৈ মুখ বন্ধ কৰি ৰাখিব লাগে। বাহিৰৰ বতাহ আৰু জলীয় ভাপ পালে 'বাখৰ' নষ্ট হবৰ সম্ভাৱনা। সেইকাৰণে বাখৰ খুব সাৱধানে নিৰাপদ স্থানত ৰাখিব লাগে। এয়েই বাখৰ প্ৰস্তুত প্ৰণালী।

## বোৱা-কটা আৰু সাজ-পাৰ

অতি প্ৰাচীন কালৰেপৰাই ৰাভা তিৰোতাসকলে নিজহাতে ধুনীয়া ধুনীয়া চানেকিৰ বিচিত্ৰ ফুলাম কাপোৰবোৰ তৈয়াৰ কৰি আহিছে। এই বোৰেই ৰাভা তিৰোতাসকলৰ বয়ন শিল্পৰ প্ৰতি থকা অনুৰাগ আৰু পাৰদৰ্শিতাৰ পৰিচয়। অতীজতে ৰাভাসকলে পাহাৰত কপাহ খেতি কৰিছিল, আৰু কপাহৰপৰা নিজহাতে সূতা কাটি কাপোৰ বৈ লৈছিল। এড়ি গছৰ খেতি কৰি এড়ি পলু পুহি তাৰ লেটাৰ পৰা সূতা কাটি এড়ি কাপোৰ তৈয়াৰ কৰি লৈছিল। নানা গছ-গছনিৰ বাকলি আৰু গুটিৰ দ্বাৰা বিচিত্ৰ ৰং প্ৰস্তুত কৰি নিজ হাতে কটা সূতাবোৰ ৰঞ্জিত কৰি লৈছিল আৰু সেইবোৰ সূতাৰে বিচিত্ৰ ফুলাম কাপোৰ বৈ লৈছিল। তিৰোতাসকলে পৰিয়ালৰ সকলোৰে বাবে কাপোৰৰ যোগান ধৰিছিল। তলত ৰাভাসকলৰ নিত্য ব্যৱহাৰ্য সাজ-পাৰবোৰৰ উল্লেখ কৰা হ'ল।

(১) 'বু'ফান' বা 'পাতানি' ঃ—ই ভমকা ফুলীয়া, $৩\frac{১}{২}$/৪ হাত দীঘল আৰু বহলে $২\frac{১}{২}$ হাত। সৰু ডাঙৰ অনুসৰি কাপোৰখন কম বেছি দীঘল বহলকৈ বৈ লোৱা হয়। 'বু'ফান ছাকাই' (ৰঙা পাতানি) কাপোৰ ববলৈ হলে পিপিনীয়ে তিনিটা 'মাকো' ব্যৱহাৰ কৰিবলগীয়া হয়। সাধাৰণতে গাভৰু ছোৱালীসকলে ৰঙা 'বু'ফান' হে ব্যৱহাৰ কৰে।

কোচা ৰাভাসকলৰ 'লুফুন' এই জাতীয় সাজপাৰ।

(২) 'কাম্বুং' ঃ—ইয়াক 'ৰিহা' বুলিয়ে কব পাৰি। গাভৰু ছোৱালী আৰু তিৰোতাসকলে বুকুখন ঢাক খোৱাকৈ ২ $\frac{১}{২}$ হাত দীঘল আৰু ১ হাত বহল জোখত এই কাপোৰখন বৈ লয়। ইয়াক কিছুমান ৰাভা গাৱঁত 'কাম্বাং' বুলিও কয়।

(৩) 'খদাবাং' ঃ—এই কাপোৰ তিৰোতাসকলে মূৰত ব্যৱহাৰ কৰে। চুলি-খোপা ঢাক খোৱাকৈ তিৰোতাসকলে এই কাপোৰ মূৰত বান্ধে। ই দীঘলে ৩ হাত আৰু বহলে ১ হাত। উক্ত তিনি বিধ কাপোৰ ক্ৰমে 'লাহাৰঙী', (লা বৰণীয়া) নতুবা বগা বৰণীয়া আৰু ক'লা সূতাৰ দ্বাৰা তৈযাৰ কৰা হয়। বিবাহৰ সময়ত এই তিনি বিধ কাপোৰেৰে সাজ-পাৰ পিন্ধোৱা সমাজৰ বাধ্যতামূলক নীতি।

(৪) পাজাল (চুৰিযা) ঃ— ই দীঘলে ৪ $\frac{১}{২}$ / ৫ হাত আৰু বহলে ১ হাত। ইয়াক মতা মানুহবোৰে পিন্ধে। কোনো কোনো গাৱঁত ইয়াক 'কালাই' বা 'গামছা' বুলিও কয়।

(৫) 'খছনে' বা 'খোপং' ঃ—মতা মানুহবোৰে এই কাপোৰেৰে মূৰ বান্ধে। ই ৩।৪ হাত দীঘল আৰু ১ হাত বহল। ই এখন ফুলাম কাপোৰ। ইয়াক চমুকৈ 'ফাক্‌চেক্' বুলিও কয়। ফাক্‌চেকৰ অৰ্থ ফুলাম।

(৬) 'ফালি' বা 'ছেংকানেন্' ঃ—৩ হাত দীঘল আৰু $\frac{১}{২}$ হাত বহলৰ এখন কাপোৰ মতা মানুহবিলাকে কঁকালত মেৰাই লয়। ইয়ো এখন ফুলাম কাপোৰ।

(৭) 'বুকচিল' ঃ—আগতে ৰাভাসকলে চুটি হাতৰ চোলা নিজ হাতে তৈয়াৰ কৰি পিন্ধিছিল। তাকেই 'বুকচিল' বা 'বক্‌চালি' বুলি কোৱা হয।

(৮) 'পাছুৰা' ঃ—মতা মানুহবিলাকে এই কাপোৰ গাত পিন্ধে। সাধাৰণতে এড়ি সূতাৰে এই কাপোৰ তৈয়াৰ কৰি লয়।

(৯) 'জাৰা' বা 'আংচা' ঃ—মাইকী মানুহবিলাকে গাত লোৱা বিশেষ চাদৰ। আধুনিক সভ্যতাৰ লগে লগে ৰাভা মানুহে আধুনিক সাজ-পৰিচ্ছদো ব্যৱহাৰ কৰিব ধৰিছে; আৰু সেইবোৰ নিজৰ ভাষাৰে নামাকৰণ কৰিছে। তাৰে কেইটামান উল্লেখ কৰা হ'ল ঃ—

লংপেন্ট্ (পেন্টুলং), পায়জামা (ইজাৰ), গেঞ্জি (গুঞ্জি), ধুতি (পাজাল), চেলেং (আংচা), জামা (ঝামা), ৰুমাল (ফালি), ধোচা (আনায়), জল গামোচা (চিকা ৰুকায়), ব্লাউচ (বুছিল), বিছনা চাদৰ (দানকায় নেন), ফুলাম কাপোৰ (পাৰ নেন) ইত্যাদি।

'নেন' অৰ্থ কাপোৰ। আগতে ৰাভা তিৰোতাসকলে কঁকালত 'ফু'মুচিন্দ্ৰাং' লৈ কাপোৰ বৈ লৈছিল। বৰ্তমান 'উৰা মাকোৰে' তাত শালত কাপোৰ বব ধৰিছে। ৰাভা তিৰোতাসকল আগৰেপৰা বোৱা-কটাত পাকৈত। যি তিৰোতাই সূতা কাটিব নাজানে, বয়ন বিদ্যা নাজানে,

সেই তিৰোতা সমাজত অকাজী বুলি পৰিগণিত হয় আৰু অবিবাহিত গাভৰুমাত্রে বিবাহৰ কন্যাৰূপে অনুপযুক্ত হয়।

## ফুলৰ চানেকি

ৰাভা তিৰোতাসকল সৌন্দৰ্য্যৰ পূজাৰিণী। তেওঁলোকে সপোনত ফুলৰ কল্পনা কৰে, বাস্তৱত তাক ৰূপায়ণ কৰে। পৰম্পৰাগত ভাৱে চলি অহা কেইটিমান কাপোৰৰ ফুলৰ (মুগ বা পাৰ) চানেকি উল্লেখ কৰা হ'ল।



ৰাভাৰ কেইবোৰ ফুলৰ চানেকি (ৰেখা-চিত্ৰ)













কাপোৰৰ কেতবোৰ ফুলৰ চানেকি (ৰেখাচিত্ৰ)

| | | |
|---|---|---|
| (১) | কায়তি'কাম পাৰ | মানুহৰ মূৰৰ চিত্ৰ। |
| (২) | বাষ্ঠাও পাৰ | বেঙেনাৰ চানেকি। |
| (৩) | চংতে্লত পাৰ | পোকৰ চিত্ৰ। |
| (৪) | চিংতে্লত পাৰ | উজ্জ্বল ৰেখাৰ চিত্ৰ। |
| (৫) | জেব মহৰ পাৰ | বিছনিৰ চিত্ৰ। |
| (৬) | লৌকাৰ পাৰ | লাউ-গুটিৰ চিত্ৰ। |
| (৭) | কদম পাৰ | কদমৰ চানেকি। |
| (৮) | তাল চাক পাৰ | তাল পাতৰ চিত্ৰ। |
| (৯) | তোপাক ক্রেং পাৰ | পখিলাৰ পাখিৰ চিত্ৰ। |
| (১০) | শিঙ্কিবান্ পাৰ | শিকিয়াৰ চিত্ৰ। |
| (১১) | ফৌদি গোদাগ, কৌদিছ পাৰ | বৰ্গ ক্ষেত্ৰকাৰৰ চিত্ৰ। |
| (১২) | হাচু পাৰ | পাহাৰৰ চিত্ৰ। |
| (১৩) | মায় মুগ পাৰ | ধানৰ চানেকি। |
| (১৪) | কৌদি বাছাৰ পাৰ | ৰম্বাচক্ষেত্ৰাকাৰৰ চিত্ৰ। |
| (১৫) | কি'ম্বিপাৰ মুগ | 'কুম' ফুলৰ চানেকি। |
| (১৬) | ৰি পাৰ | বেত গছৰ চিত্ৰ। |
| (১৭) | পানফাং পাৰ | জোপোহাৰ চিত্ৰ। |
| (১৮) | পাইৰাও মুকুৰ পাৰ | পাৰ চৰাইৰ চকুৰ চিত্ৰ। |
| (১৯) | খেমব্রাম্ চাচেং পাৰ | চেলাৰ ঠেঙৰ চিত্ৰ। |
| (২০) | খৰথাপ পাৰ | মাছৰ বাকলিৰ চিত্ৰ। |
| (২১) | মাছুফাতং পাৰ | গৰুৰ দাঁতৰ চিত্ৰ। |
| (২২) | মাছি নুকুং পাৰ | হৰিণৰ নাকৰ চিত্ৰ। |
| (২৩) | ঘোঁৰাই পাৰ | ঘোঁৰাৰ চিত্ৰ। |
| (২৪) | হুতি পাৰ | হাতীৰ চিত্ৰ। |
| (২৫) | মাছা চামেন পাৰ | বাঘৰ খোজৰ চিত্ৰ। |
| (২৬) | বি'নৃদা বু'কাই পাৰ | শাৰীকৈ থোৱা ফুলৰ চিত্ৰ। |
| (২৭) | বেৰ্কা বেৰ্কা পাৰ | বিচিত্ৰ ফুলৰ চিত্ৰ। |
| (২৮) | বাং[illegible] পাৰ | সূৰ্যৰ চিত্ৰ। |
| (২৯) | চিকা-দাবা পাৰ | পানীৰ সোঁতৰ চিত্ৰ। |
| (৩০) | আপ পাৰ | দৰ্পণ চিত্ৰ। |
| (৩১) | ৰথ কাচি | ৰথৰ চকৰিৰ চিত্ৰ। |
| (৩২) | বাঘা-বাঘি | বাঘ-বাঘিনীৰ চিত্ৰ। |

ভুটীয়াসকলৰ কিছুমান ফুলৰ চানেকিৰ ৰাভাসকলৰ লগত সাদৃশ্য আছে। এসময়ত ৰজা 'দদান' প্রমুখ্যে ৰাভাসকলে ভুটান ৰাজ্যত আশ্রয় বিচাৰি গৈছিল। কিন্তু ভুটান ৰজাই আশ্রয় নিদিলে।[৫] খুব সম্ভৱ, ৰাভাসকল ভুটান ৰাজ্যত কিছুদিন আছিল। সেয়ে ৰাভা তিৰোতাৰ ফুলৰ চানেকিৰ প্রভাৱ ভুটান তিৰোতাৰ ওপৰত পৰিছিল। সেই কাৰণে এতিয়াও এই ফুলৰ সাদৃশ্য বিদ্যমান হৈ আছে।

## সূতাত ৰং কৰা প্রণালী

অতীজৰেপৰা ৰাভাসকলে নিজহাতে কপাহৰপৰা সূতা কাটি সেইবোৰ হাবি বননিৰ গছ-গছনি , গুটি আদিৰে বিচিত্র ৰঙত ৰঞ্জিত কৰি বিচিত্র ফুলাম কাপোৰ বৈ লৈছিল। আধুনিক যান্ত্রিক যুগত বজাৰত বিচিত্র ৰঙৰ সূতা পোৱাত আজিৰ ৰাভা তিৰোতাসকলে সূতা কটা আৰু সূতাত ৰং দিয়া প্রণালী এৰি দিছে। এতিয়াও প্রাচীন কৃষ্টি সংৰক্ষণ কৰি থকা ৰাভা গাঁৱৰ তিৰোতাসকলে সূতাত ৰং কৰা প্রক্রিয়া এৰি দিয়া নাই। তলত ইয়াৰ চমু বর্ণনা দিয়া হ'ল।

(১) হালধীয়া ৰঙৰ বাবে কেঁচা 'আছু' গছৰ ছাল।

(২) বেগুনীয়া ৰঙৰ বাবে শিলিখা (হালাই) গছৰ ছাল।

(৩) কম বেগুনীয়া ৰঙৰ বাবে 'ছিদাই' গছৰ ছাল।

(৪) ক'লা ৰঙৰ বাবে 'জিয়া' গছৰ ছাল।

(৫) গাঢ় হালধীয়া ৰঙৰ বাবে কঁঠাল গছৰ ছালৰ ভিতৰত থকা হালধীয়া গুৰিবোৰ।

(৬) নীলা ৰঙৰ বাবে 'নীল' গছৰ ছাল।

(৭) ৰঙা ৰঙৰ বাবে 'জেতুকা' ৰ পাত।

ওপৰত উল্লেখ কৰা ৰংবোৰ সূতাত ৰঞ্জিত কাৰবলে হলে, উল্লিখিত গছৰ চাল আৰু পাতবোৰ বগা সূতাৰ অনুপাত মতে এটা কেৰাহীত পানীৰে সিজাই ৰসখিনি (ৰং) উলিয়াই লব লাগে। তাৰ পাছত ৰং কৰিবলগীয়া বগা সূতাখিনি তাত দি কিছু সময় সিজাব লাগে। সিজোৱাৰ পিছত সেইবোৰ পচা বোকা মাটিৰে মিশ্রিত কৰি এৰাতি এটা পাত্রত ৰাখি থব লাগে। নদীৰ পলসুৱা মাটি হলে খুব ভাল। বোকা মাটিৰে মিশ্রিত কৰি ৰাখিলে সূতাৰ ৰং স্থায়ী হয়। কোনো কোনোৱে বোকা মাটি মিশ্রিত নকৰি আনুপাতিক হাৰে 'লোণ' বা 'ফিটকৰি' মিহলাই থয়। লোণ মিহলি কৰিলে সূতা বেচি দিন নিটিকে। বোকা মাটিৰপৰা উলিয়াই সূতাখিনি ভালদৰে পানীৰে ধুই ছাঁত শুকাই ললে ৰঙীন সূতা পোৱা যায়।

'বেগুনীয়া' ৰং কৰিবলৈ হলে 'জেতুকা'ৰ পাত আৰু 'নীল' গছৰ ছাল মিহলি কৰিব লাগে। 'সুমথিৰা' ৰং কৰিবলৈ হলে 'জেতুকাৰ' পাত আৰু 'আছু' গছৰ ছাল মিহলি কৰিব লাগে। 'সেউজীয়া' ৰং কৰিবলৈ হলে 'আছু' গছৰ ছাল আৰু 'নীল' গছৰ ছাল মিহলি কৰিব

---

৫ Das, B. M, The Ethnic Affinities of the Rabha, P. 119.

লাগে। 'মটীয়া' ৰং কৰিবলৈ হলে 'জেতুকাৰ' পাত, 'নীল' গছৰ ছাল আৰু 'আছু' গছৰ ছাল একেলগে মিহলাই ওপৰত বৰ্ণনা কৰা প্ৰক্ৰিয়া মতে ৰং কৰিব লাগে।

## অলংকাৰ আৰু অংগৰাগ

অলংকাৰে তিৰোতাৰ শোভা বৰ্দ্ধন কৰে। সেয়েহে ৰাভা তিৰোতাসকল বৰ অলংকাৰপ্ৰিয়। তেওঁলোক এক মুহূৰ্ত্তও অলংকাৰ বিহীন হৈ থাকিব নোৱাৰে। অলংকাৰবিহীন তিৰোতাক তেওঁলোকে ঘিণ কৰে। তলত ৰাভা তিৰোতাসকলৰ নিত্য ব্যবহাৰ্য্য অলংকাৰাদিৰ উল্লেখ কৰা হ'ল ঃ—












ৰাভাৰ কেতবোৰ অলংকাৰ (ৰেখা-চিত্ৰ)

(১) 'নামৱি' ঃ— এভৰি ওজনৰ সোণ বা ৰূপৰ অলংকাৰ। ইয়াক দুখন কাণৰ লটিত পিন্ধে।

(২) 'বোলা-নামৱি' ঃ— ইয়াক দুয়োখন কাণৰ ওপৰৰ অংশত পিন্ধে। ই সোণ বা ৰূপেৰে নিৰ্মিত।

(৩) 'নাকাপতি' ঃ— এসিকি ওজনৰ সোণ বা ৰূপেৰে নিৰ্মিত। ইয়াক নাকত পিন্ধে।

(৪) 'ছান' ঃ— সোণ, ৰূপ বা তামেৰে নিৰ্মিত এবিধ গোটা খাৰু। ইয়াক 'চান্দাপ বকক' বুলিও কয়।

(৫) 'খুছ মাক্রং' ঃ— ই ৯/১০ ইঞ্চি দীঘল লোৰ শলা। ইয়াক চুলিৰ খোপাত গুজি লয়।

(৬) 'বালি' ঃ—সোণ বা ৰূপেৰে নিৰ্মিত। নাকৰ তলৰ অংশত পিন্ধা অলংকাৰ।

(৭) 'চন্দ্ৰহাৰ' বা 'চন্দ্ৰমুখী হাৰ' ঃ—ই ৰূপেৰে নিৰ্মিত। ইয়াক ডিঙিত পিন্ধা হয়।

(৮) 'হাচা' ঃ—ই গোটা ৰূপেৰে নিৰ্মিত। ইয়াকো ডিঙিত পিন্ধা হয়। ইয়াক 'হিংচিল' বুলিও কোৱা হয়।

(৯) 'হাত-বাজু' ঃ—ই ৰূপেৰে নিৰ্মিত। ইয়াক খাৰুৰ লগত পিন্ধা হয়।

(১০) 'কাঁটা বাজু' ঃ—ইয়ো ৰূপেৰে নিৰ্মিত। ইয়াক হাতৰ বাহুত পিন্ধা হয়।

(১১) জিঞ্জিৰি ঃ— সোণেৰে নিৰ্মিত। ইয়াক ডিঙিত পিন্ধা হয়।

(১২) সিকি বা ছুকিয়া ঃ— আধলি বা সিকিত আকোৰা (তেৰীয়া) লগাই তাক মালাৰ দৰে গাঁথি ডিঙিত পিন্ধে।

(১৩) 'মলখাৰু' ঃ—সোণ বা ৰূপেৰে নিৰ্মিত। ইয়াক হাতত পিন্ধে।

(১৪) 'হাৰ গুলাই' ঃ— সোণ বা ৰূপেৰে নিৰ্মিত। ইয়াক হাতত পিন্ধে।

(১৫) 'মায়াৰ চিং-চাপ' ঃ—সোণ বা ৰূপেৰে নিৰ্মিত। ইয়াক হাতত পিন্ধে।

(১৬) 'ৰুবুক' ঃ—ই তিৰোতাসকলে কঁকালত পিন্ধা সাতধাৰী মালা। ই হাতী দাঁতেৰে তৈয়াৰী। কোচা ৰাভাসকলে ইয়াক 'লবক' বোলে।

(১৭) 'বাউতি' ঃ—ই এবিধ হাতত পিন্ধা শাঁখা। ই পিতলেৰে নিৰ্মিত।

(১৮) 'ভৰিখাৰু' ঃ—ই ৰূপেৰে নিৰ্মিত। এই খাৰু ফোঁপোলা। ভিতৰত বালি সুমাই দি তৈয়াৰ কৰা হয়। খোজ কাঢ়োঁতে ৰুণ্-জুণ শব্দ হয়।

(১৯) 'চাছিতাম' ঃ—ই এবিধ আঙুঠি।

এইবোৰ অলংকাৰ ছোৱালী, গাভৰু, বিবাহিতা তিৰোতা এনেকি বুঢ়ী তিৰোতায়ো পিন্ধিব পাৰে। কেৱল বিধবা তিৰোতাই এইবোৰ অলংকাৰ পিন্ধা আৰু কপালত সেন্দুৰৰ ফোট লোৱা সমাজৰ বিধি নিষিদ্ধ। অবিবাহিতা ছোৱালীয়ো কপালত সেন্দুৰৰ ফোট লোৱা নিষিদ্ধ। বুঢ়ী তিৰোতায়ো এজোৰ 'কাঁটা বাজু' পিন্ধি নিজকে নিজে গৌৰৱ অনুভৱ কৰে। বিলাসিতাৰ প্ৰভাৱত পৰি বৰ্তমান ৰাভা ছোৱালীয়ে আধুনিক নমুনাৰ অলংকাৰ-পাতিলৈ আকৰ্ষিত হোৱা দেখা যায়।

## বাদ্যযন্ত্ৰ আৰু স্বৰ

অসমৰ সকলো জনজাতিৰ বাদ্য-যন্ত্ৰসমূহ তুলনামূলকভাৱে বিশ্লেষণ কৰি চালে দেখা যায় যে, ৰাভা জনজাতিৰ বাদ্য-যন্ত্ৰ সমূহ সকলোতকৈ চহকী। এই বাদ্য-যন্ত্ৰসমূহ সৰ্বভাৰতীয় হিচাবেও স্থান পাবৰ যোগ্য। ভাৰতীয় সঙ্গীত শাস্ত্ৰমতে বাদ্য-যন্ত্ৰসমূহ ৪ ভাগত বিভক্ত।



ৰাভাৰ কেইবোৰ বাদ্যযন্ত্ৰ (ৰেখা-চিত্ৰ)

যেনে ঃ— (ক) অৱনদ্ধ বাদ্য, (খ) ঘনবাদ্য, (গ) সুষিৰ বাদ্য আৰু (ঘ) তত বাদ্য। এই শাস্ত্র-সম্মতবাদ্য সমূহ ৰাভাসকলৰ মাজতো আছে। তলত এই বাদ্যসমূহৰ আলোচনা কৰা হ'ল ঃ—

### (ক) অৱনদ্ধ বাদ্য

(১) খাম (দীঘল ঢোল) ঃ—'গমাৰি' গছ বা আন কোনো 'অকাঠি' গছ $4\frac{1}{2}$ ফুটমান বেছি দীঘল কৰি কাটি লোৱা হয় আৰু ভিতৰ অংশৰ কাঠ খুলি উলিওৱা হয়। তাৰ এটা মুৰ হৰিণাৰ চামৰাৰে মজবুতকৈ চিলাই কৰি দীঘল ঢোল তৈয়াৰ কৰা হয়। ঢোলৰ দোৱান (বৰতি) বেত বা চামৰাৰে সুন্দৰকৈ তৈয়াৰ কৰা হয়। ইয়াকে ঢাক বা খাম বুলি কোৱা হয়। ইয়াৰ ব্যাস ১ ফুট মান কৰি লোৱা হয়।

(২) খামনালুক(সৰু ঢোল) ঃ—এই বাদ্য তৈয়াৰ কৰিবলৈ হলেও ভাল কাঠৰ আৱশ্যক। অন্ততঃ $2\frac{1}{2}$ ফুট দীঘল আৰু ২ ফুট ব্যাসৰ এডোখৰ কাঠ খুলি ছাগলীৰ চামৰাৰে দুয়ো ফালে চিলাই কৰি ঢোল তৈয়াৰ কৰা হয়। এই ঢোলটো সাধাৰণতে বিয়াৰ সময়ত আৰু পূজাৰ সময়ত বজোৱা হয়।

(৩) তাৰ্‌চা ঃ—এই বাদ্য তৈয়াৰ কৰিবলৈও ৬ ইঞ্চি দীঘ আৰু ২ ফুট ব্যাসৰ এডোখৰ কাঠ খুলি দুয়ো ফালে ছাগলীৰ চামৰাৰে চিলাই কৰি এই তাৰ্‌চা বাদ্য তৈয়াৰ কৰা হয়। এই বাদ্যও বিয়াৰ সময়ত আৰু পূজাৰ সময়ত বজোৱা হয়।

### (খ) ঘন বাদ্য ঃ

(১) দায়দি (কাঁহ বাদ্য) ঃ—এই বাদ্য কাঁহ-পিতলৰ ধাতুৰ দ্বাৰা নিৰ্মিত কৰি লোৱা হয়। ইয়াৰ ব্যাস সাধাৰণতঃ ৬ ইঞ্চি বা ৯ ইঞ্চি। এই বাদ্য বিয়া বা পূজাৰ সময়ত বজোৱাৰ উপৰিও যি কোনো জাতীয় নৃত্য-গীতৰ তালে তালে বজোৱা হয়।

### (গ) সুষিৰ বাদ্য ঃ

(১) ছিংগা (শিঙা) ঃ—এহাত বা ডেৰ হাত দীঘল জোখমতে ম'হৰ শিঙেৰে তৈয়াৰ কৰি লয়। এই বাদ্য পূজাৰ সময়ত, নৃত্য গীতৰ সময়ত এনেকি সামূহিকভাবে কোনো ডাঙৰ মাছ থকা বিলত মাছ মৰাৰ আগ জাননী দিবলৈও বজায়। বাঁহৰ চুঙাৰ সমষ্টিৰ দ্বাৰাও শিঙা প্ৰস্তুত কৰি (ঝাপকাবা) নৃত্য-গীতৰ তালে তালে সুললিত সুৰে বজায়।

(২) মুখ ব্ৰাংছি (মুখ বাঁহী) ঃ—জাতি বাঁহ নাইবা নল বাঁহৰ দ্বাৰা ১ হাত মান দীঘলকৈ তৈয়াৰ কৰা এবিধ বাঁহী। এই বাঁহীৰ ৬ টা বিন্ধা আছে। এটা মূৰৰ আগ জোঁখৰত চুঙাৰ এটা খলপৰ ভিতৰত মুখখন ভৰাই ফু দিলে মধুৰ ধ্বনি নাহিৰ হয়।

(৩) **কাৰা বা খাৰা ব্ৰাংছি (দীঘল নলৰ বাঁহী) :**—এই বাঁহী নল বাঁহৰ দ্বাৰা তৈয়াৰ কৰা হয়। ই ৬/৭ ফুট দীঘল। বাঁহ টুকুৰাৰ ভিতৰৰ গাঁঠিবোৰ ফুটাই বিন্ধা কৰি লোৱা হয়, যাতে ৬/৭ ফুট দীঘল সুৰুঙা হয়। সুৰ সংযোজনাৰ বাবে ইয়াৰ এটাও বিন্ধা নাই। মাথোন বাঁহ ডালৰ আগ মূৰত ফু দিব পৰা এটা বিন্ধা থাকে আৰু আন মূৰত সুৰ বা ধ্বনিৰ গভীৰতা ৰক্ষাৰ বাবে খাপ খোৱাকৈ এটা ডাঙৰ বাঁহৰ চুঙা লগোৱা থাকে। এই বাঁহীৰ সুৰৰ ধ্বনি তোলোতে বৰ কৌশলেৰে ফু দিয়া হয়। ফু দিয়াৰ কৌশল নজনা মানুহে এই বাঁহী বজাব নোৱাৰে। এই বাঁহী পূজা-পাতল আৰু নৃত্য-গীত আদিত বজোৱা হয়। এই বাঁহীৰ ধ্বনি অতি মধুৰ আৰু কৰুণ। কাৰা বাঁহীৰ উৎপত্তি সম্বন্ধে ৰাভাসকলৰ মাজত এটা প্ৰাচীন সাধু আছে।

(৪) **ঝাপকাৰা বা ঝাপখাৰা :**— এই বাঁহীটো 'কাৰা' বাঁহীৰ দৰেই দীঘল। খাপ খাপকৈ কিছুমান চুঙাৰ টুকুৰা বাঁহৰ শিঙাৰ দৰেই জোৰা লগাই দীঘল কৰি লোৱা হয়। এই জোৰা লগোৱা চুঙাৰ আগফালে এটা গাঠি থকা চুঙা জোৰা লগোৱা হয়।সেই গাঁঠিটোত এটা বিন্ধা কৰা হয়, এই বিন্ধাৰেই ফু দিয়া হয়। আনটো মূৰত সুৰৰ গভীৰতা ৰক্ষাৰ বাবে চুঙাত লগাই লব পাৰে। এই বাঁহীৰো সুৰ সংযোজনৰ বাবে এটাও বিন্ধা নাই। গতিকে কৌশলেৰে বজাব লগীয়া হয়।

(৫) **ত্ৰিস্বৰ বাঁহী :**—$১\frac{১}{২}$ ফুটমান দীঘল বাঁহী। এই বাঁহীত তিনিটা বিন্ধাত তিনিটা সুৰ ধ্বনিত হয়। যেনে :— সা, গা, পা।

(৬) **সপ্তস্বৰ বাঁহী :**—এই বাঁহী সাতোটা সুৰৰ সমষ্টি।

(৭) **লাখৰ ব্ৰাংছি :**—ই ২ হাতমান দীঘল। দেও বাঁহৰ দ্বাৰা তৈয়াৰী চুঙাটোৰ আগফালে গাঁঠি ৰখা হয়, আৰু তাৰ ওচৰতে এটা বিন্ধা ৰখা হয়। আন ফালে খোলা ; গাঁঠি ৰখা নহয়। বাঁহীডালৰ ঠিক সোঁ-মাজতে আৰু এটা বিন্ধা ৰখা হয়। এই বিন্ধাৰে ফু মাৰি গ'ৰখীয়া গীতৰ সুৰ-ধ্বনি তোলা হয়। সাধাৰণতে গ'ৰখীয়াবোৰে এই বাঁহী বজায়, সেয়ে এই বাঁহীৰ নাম লাখৰ ব্ৰাংছি (গ'ৰখীয়া বাঁহী)।

(৮) **গুণ্ডমেল :**—ইয়াক মাটিৰে তৈয়াৰ কৰা হয়। ইয়াৰ গঠন 'ভেঁপু'ৰ দৰে। ইয়াৰ গাত কোনো বিন্ধা নাই। মাথোন সন্মুখৰ ফালে ২টা বিন্ধা থাকে। এই বাঁহীও গ'ৰখীয়াবোৰে বজায়।

(৯) **গং-গ্লেং :**—ইয়ো মাটিৰে তৈয়াৰী। ৬ ইঞ্চিমান দীঘল। ইয়াৰ গাত ২টা মাত্ৰ বিন্ধা থাকে। এই বাঁহীৰ বিশেষত্ব এয়ে যে ইয়াক নাকেৰে বজাব লাগে। নিশ্বাসৰ কৌশল নাজানিলে এই বাঁহী ধ্বনিত কৰা টান।

(১০) **বুৰুবেঙ্গ :**—'বডা-বন' বা 'টঙ্গা-বন'ৰ ডাল এডাল $১\frac{১}{২}$ হাতমান জোখত কাটি লব লাগে। তাক দুফাল কৰি তাৰে একফালত বাকলি পাতলকৈ এৰবাই পেলাব লাগে। তাক

দুফাল কৰি তাৰে এফালত বিন্ধা কৰি ফু মাৰিলে 'ৰাউ-ৰাউ' এটা ধ্বনি বাহিৰ হয়। এই 'বুবুৰেঙা' বাদ্যৰ উৎপত্তিৰ বিষয়ে ৰাভাসকলৰ প্ৰাচীন সাধু আছে।

(১১) ছানাই (কালী) ঃ—এইটোও ৰাভাসকলৰ প্ৰাচীন বাদ্য। এই বাদ্য অতীজৰে পৰা বিবাহ উৎসৱত বজাই আহিছে।

(ঘ) তত বাদ্য ঃ

(১) বাদুংদু'প্পা বা বাগাদুং ঃ—এই বাদ্যটো ডাঙৰ কাঁক বাঁহৰ দুয়ো ফালে গাঁঠি থকা বাঁহ এটুকুৰাৰ ওপৰ অংশৰ পৰা কৌশলেৰে তিনিটা মিহি গুণ (চোঁছ) উলিওৱা হয় আৰু ধ্বনিত কৰিবৰ কাৰণে তাৰ দুয়ো ফালে বাঁহৰ সৰু টুকুৰা দুডোখৰ সুমুৱাই গুণ তিনিডাল ওফোন্দাই ৰখা হয়। তাৰ পাছত দুডাল ৬।৭ ইঞ্চি দীঘল কাঠ বা বাঁহৰ মাৰিৰে সেই গুণ কেই ডালত কোব মাৰিলেই গভীৰ আৰু মধুৰ ধ্বনিত হয়। যদিও এই বাদ্য তাঁৰ বাবে গুণেৰে গঠিত তথাপি ইয়াক 'অৱনদ্ধ' বাদ্যৰ দৰেহে তাল ৰক্ষা কৰি বজোৱা হয়। প্ৰাচীন ভাৰতৰ শাস্ত্ৰীয় সঙ্গীতৰ 'তত বাদ্য'ৰ লগত ইয়াৰ বহুতো সাদৃশ্য আছে। এই বাদ্যক যি কোনো সময়তে বজোৱা প্ৰাচীন ৰাভা সমাজত নিষিদ্ধ আছিল। দেৱতাৰ পূজাৰ সময়তহে মাথোন প্ৰধান পুৰোহিতে মন্ত্ৰৰ (স্তৱ) সুৰে সুৰে তাল ৰক্ষা কৰি এই বাদ্য বজাইছিল। সঙ্গীত শাস্ত্ৰত যি শততন্ত্ৰ বীণাৰ উল্লেখ পোৱা যায় ৰাভাসকলৰ এই বাদ্যটো তদনুৰূপ।

(২) গমনা বা গমেনা ঃ—এই বাদ্যটো বাঁহেৰে'নাইবা কোনো ধাতুৰে তৈয়াৰ কৰি মুখেৰে বুজায়। এই বাদ্যৰ মাজতো সৰু তন্ত্ৰী আছে। জিভাৰে কোবাই ধ্বনিত কৰা হয়। গতিকে ইয়াকো "তত বাদ্য"ৰ শাৰীত পেলাব পাৰি।

ৰাভাসকলৰ আদিম বাদ্য বাদুং-দু'প্পা, ত্ৰিস্বৰ বাঁহী আৰু বুবুৰেঙা, এই তিনিটাই আছিল বুলি অনুমান হয়। তাৰ পাছত সঙ্গীতৰ সুৰৰ মাধুৰ্য্য আৰু তাল, মান ৰক্ষাৰ আৱশ্যকতা বোধে বাকীবোৰ বাদ্য-যন্ত্ৰ আপোন উদ্ভাৱনী শক্তিৰে সৃষ্টি কৰি লয়। উল্লিখিত প্ৰত্যেক বাদ্যৰেই একো একোটা সৃষ্টি ৰহস্য ৰাভাসকলৰ প্ৰাচীন লোক সাধুবোৰত সন্নিবিষ্ট হৈ আছে।

ৰাভা গীতৰ লয়, মাত্ৰা প্ৰথমে অৱৰোহণৰপবাহে হয়। সা, গা, পা, ধা, নি, সা (শুদ্ধ) এই কেইটাই ৰাভা গীতৰ স্বৰ। এইবোৰৰ সমন্বয়ত যি কৰুণ সুৰৰ সৃষ্টি হয়, সেয়েই প্ৰকৃত ৰাভাগীতৰ স্বৰ।

## অস্ত্ৰ-শস্ত্ৰ আৰু চিকাৰ প্ৰণালী

ৰাভা জাতিৰ প্ৰত্যেক দলৰ মানুহৰ ঘৰতে একে ধৰণৰ অস্ত্ৰ-শস্ত্ৰ দেখা পোৱা যায়। তেওঁলোকৰ ঘৰত এতিয়ালৈকে সংৰক্ষিত হৈ থকা অস্ত্ৰ-শস্ত্ৰবোৰৰ ভিতৰত তলত উল্লেখ কৰাবোৰেই প্ৰধান। এতিয়ালৈকে গৱেষণাৰ কামত যিবোৰ অস্ত্ৰ-শস্ত্ৰ দৃষ্টিগোচৰ হৈছে, সেইবোৰহে মাথোন উল্লেখ কৰা হ'ল।



ৰাভাৰ কেইবোৰ অস্ত্ৰ-শস্ত্ৰ আৰু চিকাৰ সঁজুলি

(১) 'খুছুং খাপাক' বা ঢাল ঃ—১ ফুটৰ পৰা $১\frac{১}{২}$ ফুট জোখৰ ব্যাসৰ ঘূৰণীয়া গঁড়ৰ ডাঠ ছালেৰে তৈয়াৰ কৰা অস্ত্ৰ। এই ঢাল অস্ত্ৰৰ বৰ্হিভাগৰ সোঁমাজতে এটা আৰু তাৰ চাৰিওফালে চাৰিটা পিতলৰ টোপোৰা টানকৈ সজোৱা আছে। ভিতৰফালে লৰচৰ কৰিব নোৱাৰাকৈ কৌশলেৰে এটা হাত ধৰা সঁজুলি লগোৱা আছে। হতাহতি যুদ্ধত শত্ৰুৰ হাতৰপৰা নিজক ৰক্ষা কৰিবলৈ ৰাভাসকলে এই ঢাল অস্ত্ৰ ব্যৱহাৰ কৰিছিল।

(২) 'তৰাল' বা তৰোৱাল ঃ—৩ ফুটৰ পৰা $৩\frac{১}{২}$ ফুট দীঘল। লোৰে নিৰ্মিত, বৰ চোকা আৰু তীক্ষ্ণ অস্ত্ৰ। ই ২ ইঞ্চিৰ পৰা ৩ ইঞ্চিলৈ বহল। হতাহতি যুদ্ধত ৰাভাসকলে এই তৰোৱাল ব্যৱহাৰ কৰিছিল।

(৩) 'খাপাৰ' বা খাপৰ ঃ—৪/৫ সেৰ ওজনৰ লোৰে তৈয়াৰ কৰা চেপেটা বহল তীক্ষ্ণ বিষসনা অস্ত্ৰ। ই ৯ ইঞ্চিৰ পৰা ১৮ ইঞ্চিলৈ দীঘল। ১২/১৩ ফুট দীঘল 'দেওবাঁহৰ' গুৰি এডালত সুন্দৰকৈ লো বা পিতলৰ 'সামি' (বেৰী) লগাই মজবুতকৈ লাৰে খাঁজি লয়। এই অস্ত্ৰ বনৰীয়া বাঘ, হৰিণ, গাহৰি আদি চিকাৰ কৰোঁতে ব্যৱহাৰ কৰা হয়। আগতে হতাহতি যুদ্ধৰ উপৰিও গৰিলা যুদ্ধৰ সময়তো এই অস্ত্ৰ ব্যৱহাৰ কৰা হৈছিল।

(৪) 'ফিক্‌জুৰাবী' বা 'জোং শৰ' ঃ— ই লোৰ দ্বাৰা নিৰ্মিত। তিনিটা শিৰ আছে। ই বেছি বহল নহয়। খাপৰ অস্ত্ৰৰ দৰেই ৯ ইঞ্চিৰ পৰা ১৮ ইঞ্চিলৈ দীঘল। এই শৰতো তীব্ৰ বিষ সনা আছে। ১২/১৩ ফুট দীঘল 'দেওবাঁহৰ' গুৰি এডালত লো বা পিতলৰ 'সামি' অৰ্থাৎ বেৰী লগাই মজবুতকৈ লাৰে খাঁজি লয়। হাবিত চিকাৰ কৰোঁতে এই অস্ত্ৰ ব্যৱহাৰ কৰে। হতাহতি আৰু গৰিলা যুদ্ধৰ সময়ত ইয়াক ব্যৱহাৰ কৰিছিল।

(৫) 'জোং হাডোচ' বা 'জোং বন্দুক' ঃ—$২\frac{১}{২}$ / ৩ ফুট দীঘল লোৰ অস্ত্ৰ। ইয়াক দেখোঁতে গোটা, কিন্তু ভিতৰখন ফোপোলা। অস্ত্ৰৰ গুৰি ভাগৰ ২ আঙুলি পৰিমিত আঁতৰত এটা বিন্ধা আছে. ৰাভাসকলে খাৰ-বাখৰ তৈয়াৰ কৰিব জানিছিল। অস্ত্ৰৰ মুখত সীহৰ গুলি ভৰোৱা হয়। বিন্ধাইদি 'খাৰ-বাখৰ' ভৰোৱা হয়। খাৰ-বাখৰত জুই লগাই দিয়া মাত্ৰকে 'ধুমকৈ' শব্দ হয়, আৰু সীহৰ গুলিবোৰ জোৰেৰে ওলাই যায়। এই জোং-বন্দুক চিকাৰ কৰা আৰু যুদ্ধৰ সময়ত ব্যৱহাৰ কৰা হৈছিল।

(৬) যোৰা-বাই-ভু'মক্‌ঃ—ই এবিধ লোৰে নিৰ্মিত অস্ত্ৰ, ৫ সেৰ পৰ্য্যন্ত ওজন ৰাখি ইয়াক তৈয়াৰ কৰিছিল। এই ধেনুৰে তীব্ৰ বিষসনা কাঁড় শত্ৰুলৈ নিক্ষেপ কৰিছিল।

(৭) 'যোৰা-কিজিমুক' ঃ—ইয়ো এবিধ লোৰে নিৰ্মিত অস্ত্ৰ। চোকা বিষ-সনা শৰ বা কাঁড়েৰে এই অস্ত্ৰ ব্যৱহাৰ কৰিছিল।

(৮) 'বোল-বলাপ' বা 'হুডো' (বন্দুক) ঃ—লোৰে তৈয়াৰ কৰা ৩ সেৰ ওজনৰ বন্দুক।

(৯) 'চাম্ভি' (শেল) ঃ—৪ সেৰ ওজনৰ লোৰে নিৰ্মিত শেল অস্ত্ৰ।

(১০) **'তোৰজাপ মেৰাপাৰ'** ঃ—১/২ সেৰ ওজনৰ লোৰে নিৰ্মিত। এই অস্ত্ৰ সৰু ডাণ্ডৰ দুবিধ আছে। ইয়াক **'ৰেৰাপাৰ'** বুলিও কোৱা হয়।

(১১) **হায়তাৰ (খড়গ)** ঃ—ই এখন তীক্ষ্ণ, গধুৰ লোৰ দ্বাৰা নিৰ্মিত অস্ত্ৰ। পূজাত দেৱদেৱীৰ সন্মুখত ছাগলী, গাহৰী, ম'হ আদি বলি দিওঁতে ৰাভাসকলে এই অস্ত্ৰ ব্যৱহাৰ কৰে। ই ২৬$\frac{১}{২}$ ইঞ্চি দীঘল, বহলে ৩ ইঞ্চিতকৈ বেছি।

(১২) **হাণ্ডা** ঃ—ৰাভাসকলৰ মাজত তৰোৱাল সদৃশ 'হাণ্ডা' নামে এবিধ তীক্ষ্ণ অস্ত্ৰ আছে। ই দীঘলে ৩৪ ইঞ্চি আৰু বহলে ২$\frac{১}{২}$ ইঞ্চিৰ পৰা ৩ ইঞ্চি। এই অস্ত্ৰ হতাহতি যুদ্ধৰ সময়ত ব্যৱহাৰ কৰিছিল।

(১৩) **'শূৰখাং'** ( দ্বিশূল) ঃ—ৰাভাসকলৰ মাজত 'শূৰখাং' নামে এবিধ অস্ত্ৰ আছে। ই দেখাত ত্ৰিশূলৰ দৰেই, কিন্তু মাজৰ শূলটো নাই। লোৰে নিৰ্মিত শূল দুটা ৬ ইঞ্চিকৈ দীঘল। শূল দুটাত তীব্ৰ বিষসনা থাকে। সৰু 'দেওবাঁহৰ' গুৰি এডাল ৬ ফুট পৰিমিত ওজনত কাটি সুন্দৰকৈ লো বা পিতলৰ বেৰী লগাই লাৰে টানকৈ খাঁজি লয়। হতাহতি আৰু গৰিলা যুদ্ধৰ সময়ত এই অস্ত্ৰ ব্যৱহাৰ কৰা হৈছিল।

(১৪) **শূল** ঃ—৬ ফুট দীঘল, মূৰটো জোঙা। তীব্ৰ বিষসনা লোৰ অস্ত্ৰ।

ওপৰত উল্লেখ কৰা লো, তাম, সীহ আদি ধাতুৰে নিৰ্মিত অস্ত্ৰ-শস্ত্ৰ বোৰ ৰাভাসকলে কোন সময়ত, কাৰ লগত আৰু কোন কোন যুদ্ধত ব্যৱহাৰ কৰিছিল গৱেষণা কৰিলে আভাস পোৱা যাব।

এসময়ত ৰাভাসকলে আশ্ৰয় আৰু জীৱনৰ নিৰাপত্তা বিচাৰি হাবি-বননিয়ে ঘূৰি ফুৰোঁতে বহুতো আদিম জাতিৰ লগত যুঁজ কৰিবলগীয়া হৈছিল। তেওঁলোকক ভুটান ৰজায়ো আশ্ৰয় নিদিয়াত নিশ্চয় তেওঁলোকৰ লগতো সংঘৰ্ষ কৰিব লগা হৈছিল।[৪] এইবোৰ ৰাভা কাহিনীত পোৱা যায়।

আটং জাতিৰ ৰজা 'ছছেঙে', ৰাভাসকলক খেতি-বাতি কৰিবলৈ সোমেশ্বৰী উপত্যকালৈ নিছিল। সেই সময়ত গাৰোসকলে খেতি পদ্ধতি নাজানিছিল। পাছত ব্ৰাহ্মণ মন্ত্ৰীয়ে ষড়যন্ত্ৰ কৰি 'ছছেঙক' হত্যা কৰি তেওঁৰ আশ্ৰিত ৰাভাসকলক তাৰ পৰা খেদি দিছিল।[৫] তেওঁলোক সহজতে সেই ঠাই এৰি অহা নাছিল। ফলত বহুত দিন তেওঁলোকৰ লগত হতাহতি আৰু গৰিলা যুদ্ধ হৈছিল।

তাৰ পাছত তেওঁলোকে তুৰা পাহাৰত আশ্ৰয় লৈছিল। তুৰা পাহাৰতো শেষত গাৰোসকলে প্ৰবল শক্তিমান হৈ ৰাভাসকলক আক্ৰমণ কৰিছিল। তেওঁলোক যুঁজত পৰাজয়

৪ Das, B. M : The Ethnic Affinities of the Rabhas, p. 119.

৫ Friend Pereira, I.E. : The Rabhas in Census of Assam 1911. Vol. III, part I; p 145.

হে ভৈয়ামলৈ নামি আহিব লগা হৈছিল।[৬] এই যুদ্ধ দুবছৰলৈ চলিছিল। ইয়াৰ বিবৰণ কাহিনী গীতত পোৱা যায়।

ৰাভা ৰজা 'দদানে' প্ৰধান সেনাপতি মাৰুক্ষেত্ৰীৰ সহায়ত ব্ৰেক, ব্ৰক, মেৰ্মেৰ, মুৰ্মুৰ্, চামত্ৰং, চিক্ৰাং আদি ৰজাসকলক যুদ্ধত বধ কৰিছিল।[৭] এইবোৰৰ বিস্তৃত বিৱৰণ কাহিনী গীত আৰু সাধুবোৰত পোৱা যায়।

'কাশী' ৰজাৰ লগত যুদ্ধ কৰাৰ সময়ত 'দদানে' তেওঁৰ ভাগিনীয়েক 'নদাই'কো (মাৰুক্ষেত্ৰীৰ পত্নী) আদেশ দিছিল— "Proceed with your husband, Marukhetri, taking bows and arrows in your hands and with great valour fall upon the enemy as speedily as kites." ৰজাৰ আদেশ মতে নদায়ো স্বামীক সহায় কৰিবলৈ যুদ্ধক্ষেত্ৰলৈ গৈছিল। মাৰুক্ষেত্ৰীয়ো ৰজাৰ আদেশ মতে সশস্ত্ৰ সৈন্যবাহিনীক প্ৰস্তুত কৰি নিজেও— "Took his bow, shield, sword,and arrows in his hands and proceeded to valley of Sipansila where he met the enemy He took aim at Kashi Raja.[৮] এই 'চিপন শিলা' ৰণক্ষেত্ৰত 'মাৰুক্ষেত্ৰী' আৰু 'কাশী ৰজাৰ' তযাময়া যুদ্ধ হয় আৰু যুদ্ধত কাশী ৰজাৰ মৃত্যু ঘটে।

ইংৰাজী সোতৰ শতিকাৰ দ্বিতীয় দশকৰ পৰা ৰাভাৰ দেশত বা অঞ্চলত (দক্ষিণকূলত) ভীষণ যুদ্ধ হৈছিল। কোঁচ ৰজা পৰীক্ষিত নাৰায়ণৰ মৃত্যুৰ আগতে 'মিৰ্জা নাথান' নামে এজন মুছলমান ফৌজদাৰ দক্ষিণকূলত বহুদিন যুঁজ কৰিব লগা হৈছিল। সেই সময়ত ৰাভাবীৰ পৰশুৰামে 'শাস্তুৰ' ৰাজ্যত ৰাজত্ব কৰিছিল। 'আগিয়াৰ' পৰা এমাইল উত্তৰে থকা বৰ্তমান শোলমাৰী গাঁওখনেই শাস্তুৰৰ ৰাজধানী আছিল।

বৰ্তমান গোৱালপাৰা জিলাৰ দক্ষিণ পাৰৰ শোলমাৰী, বালিজানা, কেন্দেৰা (গেণ্ডেৰা), কঁঠালবাৰী, মাকৰি পৰ্বত (বৰ্তমান পঞ্চৰত্ন পাহাৰ), ৰংদান, মাণিকপুৰ (হাবৰাঘাট), আমজোঙা, ৰংজুলী আদি ঠাইবোৰেই সেইদিনৰ প্ৰধান ৰণক্ষেত্ৰ আৰু ৰণশিবিৰ আছিল।

"Volley of arrows, guns. connon, missiles and ballistas were showered from the fort."[৯]

যেতিয়া 'মিৰ্জা নাথানে' পৰ্শুৰামৰ 'শাস্তুৰ' দুৰ্গ আক্ৰমণ কৰে, তেতিয়া পৰ্শুৰামৰ সৈন্যবোৰে দুৰ্গৰ পৰা উল্লেখিত যুদ্ধৰ অস্ত্ৰ-শস্ত্ৰবোৰ (যেনে :— যুগপৎ নিক্ষিপ্ত বহু সংখ্যক তীৰ, বন্দুক, কামান, ক্ষেপন আৰু নিক্ষেপ কৰিব পৰা বৃহৎ প্ৰস্তৰাদি) 'মিৰ্জাৰ' সৈন্যবাহিনীৰ ওপৰত বৃষ্টিপাতৰ দৰে বৰ্ষণ কৰিছিল।

শেষত 'ৰংজুলি' গড় ৰক্ষাৰ নিমিত্তে 'পৰ্শুৰামে' 'মিৰ্জা নাথান'ৰ লগত যেতিয়া যুদ্ধ কৰিছিল তেতিয়া মিৰ্জাৰ সৈন্যবাহিনীত ৭০০ (সাত শ) ৰাভা সেনা পদাতি আছিল। এই

---

৬ Friend Pereira, I.E. : op. cit. p. 145.

৭ Das, B.M. : The Athnic Affinities of the Rabhas, p. 120.

৮ Friend Perira, I.E. : The Rabha in Census of Assam 1911 Vol. III, part V, p. 132.

৯ Baharistan-I-Ghaybi, Vol. II, p. 507.

সকল ৰাভা সেনা পদাতি উত্তৰ বঙ্গ, উত্তৰ গোৱালপাৰা আৰু ভুটান পাহাৰৰ নামনি অংশত থকা ৰাভাসকলেই যে হব ই নিশ্চয়। কিন্তু সৰলমতীয়া হোজা ৰাভাসকলে যেতিয়া দেখিলে যে তেওঁলোকৰ স্বজাতিৰ বীৰ পৰ্শুৰামৰ বৰঘৰ 'ৰংজুলি' খনো এতিয়া মুছলমানৰ হাতলৈ যাওঁ যাওঁ তেতিয়া স্বদেশ প্ৰেমত আপ্লুত হৈ এই সকলোবোৰ সৈন্যই একেলগে কাম পৰিত্যাগ কৰি পৰ্শুৰামৰ সৈন্যদলত সশস্ত্ৰে যোগদান কৰি ৰংজুলি গড় ৰক্ষাৰ কাৰণে আপ্ৰাণ চেষ্টা কৰিছিল।[১০]

এইখিনিতে এটা প্ৰশ্ন উঠে—ৰাভা জাতিয়ে অৰ্থাৎ 'পৰ্শুৰাম'ৰ সৈন্যবোৰে কামান, বন্দুক আদ্রি যুদ্ধৰ অস্ত্ৰ-শস্ত্ৰবোৰ ক'ৰ পৰা নাইবা কাৰ পৰা পাইছিল আৰু ক'ত এই মাৰণ অস্ত্ৰবোৰ তৈয়াৰ কৰিবলৈ শিকিছিল?

এই প্ৰসঙ্গত ভাবিব পাৰি যে—কোঁচ ৰাভা জাতিৰেই এটা দল বা শাখা। 'কোঁচ' বা 'কোচ্ছে' বংশৰ নাতিৰো পৰিনাতি 'পৰ্শুৰাম'ৰ পিতা আছিল, আৰু 'মেছে' বংশৰ নাতিৰো পৰিনাতি 'হাৰিয়ামণ্ডল' আৰু তেওঁৰেই ল'ৰা 'বিশু' আৰু 'শিশু'। কোচ্ছে, মেছে, লিঙ্গ আৰু লিম্বু—তেওঁলোকৰ চাৰি ভাই-ককাই আছিল। (এই বিষয়ে বিস্তৃত পৰিচয় দিবপৰা নগল) ..............চিলাৰায়ে যদিও দিগ্বিজয় কৰি ফুৰিছিল, তথাপি পৰ্শুৰামৰ ৰাজ্য আক্ৰমণ কৰা নাছিল। আনপিনে দেখা যায়—সিহঁতৰ মাজত যথেষ্ট বন্ধুত্ব ভাব আছিল। 'মিৰ্জা নাথানে' যেতিয়া পৰ্শুৰামৰ ৰাজ্য আক্ৰমণ কৰে, তেতিয়া পৰীক্ষিতৰ ভায়েক 'যদুনাৰায়ণে' সহায় কৰিছিল,আৰু যেতিয়া 'বধুনগৰ'ৰ জমিদাৰৰ পুতেক 'উত্তৰ নাৰায়ণে' মুছলমান সৈন্য 'কবৈবাৰীৰ' অধিপতি 'চন্দ্ৰনাৰায়ণৰ' ৰাজ্য আক্ৰমণ কৰে, তেতিয়া 'পৰ্শুৰামৰ' ৰাজ্য 'শান্তুৰ'ত (শূলমাৰীত) আশ্ৰয় লৈছিল। সেই কাৰণে জানিব পাৰি যে—তেওঁলোক বংশ মৰ্যদা ৰক্ষাৰ বাবে সদায় সহযোগী হৈ আছিল। গতিকে পৰীক্ষিতৰ ভায়েক 'যদুনাৰায়ণে'ই ৰাভাবীৰ 'পৰ্শুৰাম'ক কামান, বন্দুক আদি যুদ্ধৰ অস্ত্ৰ-শস্ত্ৰবোৰ দি সহায় কৰাটোও প্ৰমাণিত হয়।

প্ৰাচীন ৰাভাসকলে এই অস্ত্ৰ-শস্ত্ৰবোৰ নিজেই তৈয়াৰ কৰিব জানিছিল। এই অস্ত্ৰ-শস্ত্ৰ তৈয়াৰ কৰা ৰাভাৰ কমাৰবিলাক অতি পৈণত আছিল। ধেনুৰ কাঁড় বা জোংশৰবোৰ বিষ সানি তৈয়াৰ কৰিব জানিছিল। বিষাক্ত জীয়া সাপৰ পৰা কেনেকৈ বিষ উলিয়াই, সেই বিষেৰে কেনেকৈ অস্ত্ৰবোৰ বিষাক্ত কৰি তৈয়াৰ কৰিব লাগে, এই প্ৰক্ৰিয়া ৰাভা জাতিৰ মানুহে জানিছিল এতিয়াও এই প্ৰক্ৰিয়া জনা মানুহ ৰাভা জাতিৰ মাজত আছে। বন্দুক, কামান বাৰুদো তেওঁলোকে তৈয়াৰ কৰিব জানিছিল।

একো একোজন বীৰৰ নাম আৰু কোন বীৰে, কোন যুদ্ধত কোন বিধ অস্ত্ৰ ধৰি শত্ৰু সৈন্য বিনাশ কৰিছিল, তাৰ সুন্দৰ বৰ্ণনা ৰাভাৰ সাধুকথা আৰু কাহিনী গীতবোৰত যথেষ্ট পোৱা যায়। প্ৰাচীন ৰাভা জাতিৰ তিৰোতাবিলাক বীৰাঙ্গনা নাৰী হিচাবেও পৰিচিত। ৰণক্ষেত্ৰত

১০ Bāhāristān-I-Ghāybi, Vol. II, p. 532.

শত্ৰুসৈন্যৰ লগত যুদ্ধ কৰোঁতে পুৰুষৰ লগত নাৰীয়েও প্ৰধান অংশ গ্ৰহণ কৰা উদাহৰণ যথেষ্ট বোৱা যায়।

ৰাভাসকলে এই অস্ত্ৰ-শস্ত্ৰবোৰ কেৱল যুদ্ধতেই নহয়, হাবিত চিকাৰ কৰা ক্ষেত্ৰতো ব্যৱহাৰ কৰিছিল। ৰাভাসকলে চিকাৰ কৰা বহু কৌশল জানিছিল। চিকাৰ কৰোঁতে তেওঁলোকে অস্ত্ৰ-শস্ত্ৰৰ উপৰিও নিজে হাতে তৈয়াৰী সৰু ডাঙৰ হৰেক প্ৰকাৰৰ জাল ব্যৱহাৰ কৰিছিল। ৰাভাসকল আন আন জাতিৰ তুলনাত অতি চিকাৰ-প্ৰিয় আছিল। তেওঁলোকে হাতী, গঁড়, বাঘ, ভালুক, পহু আদিৰ চিকাৰ কৰিছিল। তেওঁলোকৰ সংৰক্ষিত প্ৰাচীন ঢাল অস্ত্ৰবোৰে প্ৰমাণ কৰে যে, এসময়ত গোৱালপাৰা আৰু গাৰো পাহাৰৰ হাবিবোৰতো গঁড় পোৱা হৈছিল। চিকাৰত হাতী ধৰি বা মাৰি তাৰ মূল্যবান দাঁতেৰে তিৰোতাবিলাকে কংকালত পিন্ধা সাতধাৰী মালা (ৰুবুক বা লবক) তৈয়াৰ কৰি লৈছিল। চিকাৰ কৰা ক্ষেত্ৰতো পুৰুষবিলাকৰ লগত তিৰোতাবিলাকেও সমানে অংশ গ্ৰহণ কৰিছিল। চিকাৰ কৰা ক্ষেত্ৰত প্ৰত্যেক ঘৰৰ মানুহ, মতা-তিৰোতা উভয়ৰে বাধ্যতামূলক আছিল। চিকাৰলৈ যোৱা গৰ্ভৱতী তিৰোতাই চিকাৰৰ দুভাগ পাইছিল। এতিয়াও এই প্ৰথা চলি নথকা নহয়। ৰাভা তিৰোতাবিলাকে হাবিলৈ যাব লৈ ভয় নকৰে। তিৰোতাবিলাকেই হাবিলৈ গৈ নিজ ঘৰৰ বছৰেকৰ বাবে খৰি জমা ৰাখিব লাগিছিল। যি তিৰোতাই নিজৰ ঘৰৰ বচৰেকৰ খৰি জমা ৰাখিব নোৱাৰে, সেই তিৰোতা সমাজত অকাজী বুলি পৰিগণিত হয়, আৰু অবিবাহিতা ছোৱালীবিলাক বিবাহৰ কন্যাৰূপে অনুপযুক্তা হয়।

# বিবিধ সাংস্কৃতিক সমল

## (ক) কামৰ সা-সঁজুলিবোৰ

| ৰাভা | অসমীয়া | ৰাভা | অসমীয়া |
|---|---|---|---|
| নাঙল | নাঙল | কাচিচ | কাচি |
| ফাল | ফাল | দাংকুৰা | মৈটকা |
| যুঙল | যুঁৱলি | ইছু | নাঙলৰ ডিলা |
| ময় | মৈ | বাখু | খনিত্ৰ |
| কোদাল | কোৰ | ঘান্টাবাৰি | ওখোন |
| বাকেং | কুঠাৰ | কনদাম/দাংগায় | টাঙোন |
| কাংকা | দা | বেধা | বিন্ধা |
| তাৰাছুৰি/তৰাল | তৰোৱাল | হাতুৰা | হাতুৰী |
| কাট্ৰায় | কটাৰী | কাৰখেপ/চিপা | চেপেনা |

| ৰাভা | অসমীয়া | ৰাভা | অসমীয়া |
|---|---|---|---|
| তাছিকৰাত | হাত কৰত | লঙ্কা/হালুৱা | এছাৰি |
| চুংকৰাত | ডাঙৰ কৰত | পেন্তা | |
| বাচিলা | চাঁচ, বাচুলা | বুখ্রি | জাপি |
| ৰেন্দা | ৰেণ্ডা | বাংকোৱা | হোলোঙা |
| খুৰ কাট্রায় | খুৰ | ভাৰ্তি | কানমাৰি |
| কাঞ্চি | কেঁচী | ছেকোৱা | শিকিয়া |
| ছানছিলি/ৰুংচি | শান | পেস্তা | আধাৰি |

## (খ) ৰন্ধা-বঢ়া সঁজুলি

| ৰাভা | অসমীয়া | ৰাভা | অসমীয়া |
|---|---|---|---|
| মাতেক-মেতেক | বাচন-বৰ্তন | তি'কলি | টেকেলি |
| থাল | কাঁহী | চামচ | চামুচ |
| চুৰিয়া | গামলা | কচোপাত/কুনচিলি | কৰচ, হেতা |
| বাল্টিম, বাটলাই | বাল্টি | দাবৰ | ডাঙৰ কলহ |
| গেলাচ | গিলাচ | মাতেক | হাড়ি |
| লোস্তা/লোটা | ঘটি | মেতেক | চৰু |
| ঘটুৱা | ঘট | পাটলাই | এবিধ আঞ্জা ৰন্ধা |
| ঘাৰা | গাগৰি | | হাড়ি |
| কাৰঘা/কাৰায় | কেৰাহি | ফোংকা | উধান |
| কু'মবায় | কলহ | খুৰি | বাটি |
| ৰংকাগ্রি'কায়/শিল পাটা | যাঁত, পটাগুটি | বাৰদাম | জুহাল |
| | | বাৰজিব্রা | জুইশলা |

## (গ) আন ব্যৱহাৰিক সা-সঁজুলি

| ৰাভা | অসমীয়া | ৰাভা | অসমীয়া |
|---|---|---|---|
| চবেং | জাকৈ | [illegible]/তেপা | চেপা |
| খোকদুৰ/খুদুৰ | খালৈ | [illegible] | খোহা |
| ৰংকা/পলো | পল | [illegible]/চাংগ্রি | চালনি |
| চেক | পৰণ্ডি জাল | পাচি | পাচি |

| ৰাভা | অসমীয়া | ৰাভা | অসমীয়া |
|---|---|---|---|
| দকা | খৰাহী | কুৰ | তমাল |
| তোন | দোন | দখম | পীৰা |
| কৰায় | তূণ | খাট | খাট |
| ঢিংকী | ঢেঁকী | চাংগ্রা | চাং, চাঙি |
| ছাম | উৰাল | পালেং | পালেং |
| গায়নাং/মাঃকুনা | উৰাল-মাৰি | জাপ | বিচনি |
| নবেক | বাঢ়নী | মাকাপ | ধানখেৰ |
| খোক | হোৰা | বাৰ খুন্চি/বাৰগুন্দি | খেৰ জুমুঠি |
| লেম | লেম্প | পাগা | ৰছী |
| দোত্ | দীপচাকি | বাৰ জোম্বা | জোঁৰ |
| চাতি | বন্তি | ব্রেক | তিতলাওৰ খোল |
| বাহান/ভান | খৰি | ৰাবুখং | লাওৰ খোল |
| বাকছো | বাকচ | জাম্বি | মদ চেকা সাঁজুলি |
| তালা | তলা | পনাতপ | খাৰ চেকা সাঁজুলি |
| চাবি | চাবি | বৰো/তি'ক | মদ পতা মৃৎপাত্র |
| হাতিনা | কমাৰৰ ভাতী | বয়ঠা | বঠা |
| গানজাল | গজাঁল | ৰুং/ৰুংমান্দি | নাব |
| আয়না/আপ | দাপোণ | ভেলা/ৰেকভুৰা | ভুৰ |
| খচেং | ফনী | গাড়ি | গাড়ী |
| বেন্জি | বেজী | চুজুক/খাম্রি | মদৰ ঘটী |
| চাপ/নক্সা | ছবি | দেংগা | কাঠৰ হেতা |
| ছাতা/নক্জোৰায় | ছাতি | বাকচিকং | গাহৰিক আহাৰ |
| বুৰছি | বৰশী | | খুওৱা এবিধ কাঠৰ ডাঙৰ পাত্ৰ |

## (ঘ) ঘৰ আৰু ঘৰৰ অংশ

| ৰাভা | অসমীয়া | ৰাভা | অসমীয়া |
|---|---|---|---|
| নোক্ | ঘৰ | গুলি | গোহালী |
| হাম্প্রেং নোক | খেৰী ঘৰ | কোঠাৰাপ | কোঠালী |
| নোক্ চুংবা | বৰ ঘৰ | ফাক্/নোকফাক্ | খুঁটা |
| দিন্থৰি নোক্ | চ'ৰা ঘৰ | বাখোপ/খাওৱা | কামি |

| ৰাভা | অসমীয়া | ৰাভা | অসমীয়া |
|---|---|---|---|
| নোখ্ৰাং | ঘৰৰ চাল | তাংছাৰ নোক্ | তাঁতশাল |
| নোক্মুন্ধা | ঘৰৰ মূধচ | নোক্দাৰ | ঘৰৰ বেৰ |
| হামপ্ৰেং | খেৰ | চাল/নোক্দাম | মজিয়া |
| নায়ৰাম | খিৰিকি | চাত্লা | চোতাল |
| নকো | দুৱাৰ | নোক্থাপ | মাৰল ঘৰ |
| দিবাকা/বালাম | বাৰান্দা | মায়ঝাম | ভঁৰাল |
| তগ্ৰাব | গুদাম ঘৰ | প্লৌ/ধাম | মাৰলী |
| নোকপিমুং/নোছা | পাকঘৰ | বাপ্লুম/বেৰছি | ৰুৱা |
| আতাল | চিলিং | বি'ৰ্বাং | ধৰনা |
| বাৰদাম | জুহাল | ক্ৰাংছাং | ধোঁৱাচাং |
| তোনগৰ | কুকুৰা গঁৰাল | নেনছাং | আল্না |
| বাকনগৰ | গাহৰিৰ গঁৰাল | কমব্ৰেং | ডাঁৰ |

## (ঙ) হস্ততাঁত আৰু বস্ত্ৰশিল্প

| ৰাভা | অসমীয়া | ৰাভা | অসমীয়া |
|---|---|---|---|
| তাংছাৰ | তাঁতশাল | ব্ৰে | ব সূতা |
| নেন্খং | বস্ত্ৰশিল্প | গাৰি | দোৰপতি |
| নেন্তেং | সূতা | নুলি/পেন্তা | মহুৰা |
| নেন্ | কাপোৰ | কু'মচিপ্ৰাং | কঁকালত বান্ধি |
| ৰু'ফান | মেঠনী | | কাপোৰ বোৱা শাল |
| কাম্বুং/কাম্বাং | চাদৰ | নেনফুল/মুগ | চানেকি |
| গামছা | পুৰুষে পিন্ধা চুৰিয়া | ছেংকানেন/ছেংকি'মাৰ | পুৰুষে কঁকালত মেৰিয়াই লোৱা কাপোৰ |
| খোপং/খোপ্ৰং | পুৰুষে মূৰত বন্ধা কাপোৰ, পাগুৰি | | |
| খকাং/খদবাং | তিৰোতাই মূৰত বন্ধা কাপোৰ | ৰুক্চালি | চুটি হাতৰ চোলা |
| | | পাছ্যৰ/পাছ্ৰা | পুৰুষে গাত লোৱা কাপোৰ |
| পাজাৰ | গলবস্ত্ৰ | | |
| মাকু | মাকো | আনায় | খোচা কাপোৰ |
| খচেং | ৰাঁচ | ফাক্চেক নেন/পাৰ্নেন | ফুলাম কাপোৰ |
| চাৰ্খা | যঁতৰ | | |

| ৰাভা | অসমীয়া | ৰাভা | অসমীয়া |
|---|---|---|---|
| ব্ৰেকন | বমাৰি | চোলা | কামিজ |
| নেন্‌তেং দ্ৰা | মোটা সূতা | গুঞ্জি | গেঞ্জি |
| নেনতেং ছানি | মিহি সূতা | ঘোনা | আঠুৱা |
| জেন | বানি | দাম | ঢাৰি |
| ৰো | দীঘ | নেনদ্ৰা | মোটা কাপোৰ |
| মাথাকন | শলামাৰি | পেন্তলুং | লংপেণ্ট |
| চুৰকি | চেৰেকী | ইজাৰ | পায়জামা |
| ঘুংকিলা | গৰকা | জাৰা | ৰিহা |
| তাংছাৰ ফাক | তাঁতৰ খুঁটা | আংচা/আওছা | চেলেং চাদৰ |
| চামত্ৰং | ফুল বচা চিৰি | ঝামা | জামা |
| খদম | গাৰু | ফালি/আংচা | ৰুমাল |
| নেন এৰা/দানকায নেন | বিছনা চাদৰ | আংচা | |
| লেপ | লেপ | বুছিল | ব্ৰাউজ |
| তছক | তুলী | ব্ৰেবাকক্ | বোচুঙা |
| | | চিৰিখাতি/ চিউৰি | ফুল বছা কাঠি |

## (চ) খাদ্য বস্তু

| ৰাভা | অসমীয়া | ৰাভা | অসমীয়া |
|---|---|---|---|
| মায়ৰুং | চাউল | চিংকু | আদা |
| মায় | ভাত | মচলা | মচলা |
| মি | আঞ্জা | খাৰি ছি'ম | নিমখ |
| খাৰ্‌চি | খাৰ | চিনি | চেনী |
| মি ৰু'মকায় থুচি/ জাতি থুচি | মিঠাতেল, সৰিয়হৰ তেল | গুৰমি'ঠায় | গুড় |
| | | মায় মাখাম | বাহী ভাত |
| থুচি | তেল | মায় আন্তা | পঁইতা ভাত |
| হাল্‌দি | হালধি | না | মাছ |
| ৰায়ছুং ছাকায় | পিয়াজ | কাকা | মাংস |
| ৰায়ছুং বকায় | নহৰু | না ৰানকায় | শুকান মাছ |
| বামচি | পিঠাগুৰি | নাখেম | শুকান মাছৰ গুৰি |
| জা্লুক | জলকীয়া | কাণ্টা | কাঁহিট |

| ৰাভা | অসমীয়া | ৰাভা | অসমীয়া |
|---|---|---|---|
| কাকা ৰানকায় | শুকান মাংস | বাম ৰাংগ্রে | খোলাচাপৰি পিঠা |
| মাকান/কাকা | মাংস, মঙহ | নালা গুংলাই বাম | সুতুলি পিঠা |
| কিংজুং | হাড় | মায় ফাকায় | চুঙাত সিজোৱা ভাত |
| ৰম্‌পে | কৰাই | | |
| ৰুংচু | ধান চিৰা | ফকচাক | চুঙাত সিজোৱা পিঠা (প্রসাদ) |
| আটাকুটা | সান্দহ | | |
| ৰেং | কচু | পোংনা | ভাপত সিজোৱা ভাত বা পিঠা |
| খান | আলু | | |
| ওলা | ওল কচু | ৰম্পে গুনজি | সান্দহ গুৰি |
| খানথে | আলুগুটি | পায়কং | অৰহৰ |
| খান বামব্রি | মিঠা আলু | মিখি/জিম | খৰিচা |
| খান পামচু | কাঠ আলু | মেবা | বাঁহ গাজ |
| তু'পায় | মাটিমাহ | ফাপ | মদ প্রস্তুত কৰা বাখৰ |
| হাদাৰ/ছাকায় | খাদ্য, আহাৰ | | |
| পিচি | কণী | ছিথা/জুগ্‌লি | মদ-পিঠা |
| নু/দুধ | গাখীৰ | মাখাম ছিথা | নিচাযুক্ত ভাতৰ দৰে খোৱা মদ |
| দয় | দৈ | | |
| ঘিউ | ঘি | গাঞ্জা | ভাং |
| খিকায়/কানজি | টেঙা | আওলা/তাংখু | ধপাত, চাধা |
| বাম | পিঠা | দিপ্‌তা | মুখত খোৱা চাধা |
| চকো | মদ | বিৰি | বিড়ী |
| চকো/ৰাংচি/ৰাংচিং | মদৰ ৰস | ছিগিৰিত | চিগাৰেট |
| মায় ৰুফাং | অকৰা চাউল | কুই/দাখৰ | তামোল |
| বাম্‌চি মি | পিঠাগুৰিৰে প্রস্তুত কৰা আঞ্জা | চুণি | চুণ |
| | | ফাতি | পাণ |
| বাম ৰানকায় | শুকান পিঠা | চাহা | চাহ |
| বাম গুন্দি | আকাৰত ডাঙৰ পিঠা | খাছেৰেং/খাছুলাং | চুৰট |
| | | ছিলাম | চিলিম |
| | | হোংকা | হোঁকা |

* * *

# তৃতীয় অধ্যায়

# সামাজিক ৰীতি-নীতি

## বিবাহ-প্ৰথা

গৱেষকসকলৰ মতে পৃথিবীৰ উৎপত্তিৰ পিছতেই মানুহ জাতিৰ সৃষ্টি হয়—দুই লিঙ্গৰ প্ৰতীকত। এই দুই লিঙ্গৰ সঙ্গম বা মিলনৰ ফলতেই মানুহ জাতিৰ সংখ্যাও ক্ৰমবৰ্দ্ধমান হৈ থাকে। সময়ৰ সোঁতত এই মানুহ জাতিটোৱে সকলোৰে ওপৰত প্ৰভুত্ব বিস্তাৰ কৰিবলৈ ধৰে। অতীজত মানুহ পশুৰ নিচিনাই আছিল, ক্ৰমে জগাজুত বিবেচনা শক্তিৰ উন্মোচন হয়। উৎকৰ্ষ সাধনৰ যোগ্যতা লাভ কৰাৰ ফলতেই সংস্কৃতিও গঢ়ি উঠে।

পৃথিবীত বাস কৰা পশু, কীট-পতঙ্গ আদি সকলো সমাজ-প্ৰিয়। আদিম মানুহ জাতিও তদ্ৰূপ আছিল। পৰিয়ালৰ সংখ্যা বঢ়াৰ লগে লগে একো একোটা দলৰ সৃষ্টি হ'বলৈ ধৰে। এনেকুৱা দলবোৰৰ মাজতেই সেইদিনৰ একোখন সমাজ গঢ়ি উঠে। এনেকুৱা দল গঠন হোৱাৰ আগতে সেইদিনত হয়তো আদিমবাসী সকলৰ নিজৰ যৌন প্ৰবৃত্তি চৰিতাৰ্থ কৰাৰ অনুশীলনীত কোনো ধৰা-বন্ধা নিয়ম নাছিল। পুৰুষ তিৰোতা সকলোৱে একগোট হৈ বাস কৰাৰ ফলত ইচ্ছা অনুসৰি যাৰে তাৰে লগত যৌন প্ৰবৃত্তি চৰিতাৰ্থ কৰাত কোনো বাধা নাছিল। দলবোৰৰ মাজত এনে সঙ্গমৰ ফলত উৎপন্ন হোৱা ল'ৰা-ছোৱালীবোৰৰ ভৰণ-পোষণৰ গুৰু দায়িত্ব আছিল সাৰ্বজনীন। শেষত শ্ৰেণী প্ৰসাৰণৰ ফলতেই একোটা পৰিয়ালৰ সৃষ্টি হ'ল। লগে লগে বিবেক, বুদ্ধি আৰু জ্ঞান বিকাশৰ লগে লগে সমাজ সংস্কাৰ হৈ আহিবলৈ ধৰিলে। কালৰ সোঁতত বিবাহৰ মূলনীতিটোক সমাজে সমৰ্থন কৰি এটা সমসাময়িক সামাজিক অনুষ্ঠান গঢ়ি তোলাৰ ফলতেই হ'ল বিবাহৰ উৎপত্তি।

"সামূহিকভাৱে একোখন সমাজে সমৰ্থন কৰা নাইবা স্বীকাৰ কৰি লোৱা দুজন বা ততোধিক পুৰুষ আৰু তিৰোতাৰ মাজত হোৱা মিলন বা সম্বন্ধেই বিবাহ।"

বিবাহৰ প্ৰয়োজনীয়তা বহুতো হলেও যৌন প্ৰবৃত্তি চৰিতাৰ্থ কৰাই ইয়াৰ মূল উদ্দেশ্য। তাৰ মূলতেই নিজৰ বংশ বা কুল সংৰক্ষণ আৰু জীৱনৰ অন্তিম কাললৈকে একজনী সঙ্গিনী গ্ৰহণ ; যাতে সুখে-দুখে বিপদ-বিঘিনি সকলো সময়তে তৈণীয়েকে স্বামীৰ লগত চিৰসঙ্গিনী হৈ থাকিব পাৰে।

অন্যান্য ধৰ্মাসকলৰ মতেও 'বিবাহ' এটা জীৱনৰ অতি প্ৰাগৈতিহাসিক ঘটনা। তেওঁলোকে

বিশ্বাস কৰে যে, এজন মানুহে সামাজিক প্ৰথা অনুযায়ী বিবাহ নকৰালে, সন্তান উৎপাদন কৰিবলৈ সি বৈধ দাবী কৰিব নোৱাৰে, নাইবা এটা সন্তান উৎপাদন নকৰাকে সি পৰজন্মত মুক্তি পাব নোৱাৰে ; নাইবা কৌলিক পূজা সম্পাদন কৰাৰ অধিকাৰ তাৰ নাথাকে আৰু পৰিয়ালবৰ্গক সংযোগ কৰি অক্ষুণ্ণ অৱস্থাতো সি ৰাখিব নোৱাৰে। সেইকাৰণে পাৰিবাৰিক চুক্তিৰ নিৰবচ্ছিন্নতা ৰক্ষাৰ কাৰণে প্ৰতিজন ৰাভাই 'বিয়া' কৰোৱা এটা নৈতিক কৰ্তব্য। কিন্তু বিবাহৰ আন এটি লাগতিয়াল দিশ আছে, সেইটো হৈছে যৌন উত্তেজনাৰ সন্তুষ্টিকৰণ। এজনী যুৱতী ছোৱালীৰ লগত তাৰ জাগতিক স্পৃহা পৰিপূৰণ কৰা কাৰ্য যিমানেই সুন্দৰ নহওক, ৰাভাসকলে এই সম্বন্ধক অবৈধ বুলি ভাবে যাৰ লগত তাৰ স্বামী সম্বন্ধ নাথাকে। তেওঁলোকে বিশ্বাস কৰে যে বিয়াই সমাজত পাৰিবাৰিক আৰু দাম্পত্য জীৱনৰ নেতৃত্ব কৰে।

ৰাভা জাতিৰ বিবাহ-প্ৰথাৰ আলোচনা প্ৰসঙ্গত— প্ৰাচীন বিবাহ-প্ৰথাও চমুকৈ আলোচনা কৰা সমীচীন হ'ব। অতীতৰ বিবাহ-প্ৰথাৰ বুৰঞ্জী ফঁহিয়াই চালে কেবা প্ৰকাৰৰ বিবাহ দেখা যায়। যেনে ঃ—

(১) একপত্নী বিবাহ (Monogamy), (২) বহুপত্নী বিবাহ (Polygamy), (৩) বহুস্বামী বিবাহ (Polyandry), (৪) সমূহীয়া বিবাহ (Group marriage) ইত্যাদি।

(১) **একপত্নী বিবাহ (Monogamy)** ঃ যেতিয়া এজন মানুহৰ লগত এজনী মাথোন তিৰোতাৰ বিবাহ হয়, তাকেই একপত্নী বিবাহ (Monogamy) বোলে। এই বিয়াৰ দ্বাৰা গঠিত হোৱা পৰিয়ালবোৰক একপত্নীক পৰিয়াল (Monogamous family) বোলে। অতীতত হৈছিল বেলেগ জাতিৰ মাজত এনেকুৱা বিয়াই। অতীতত যিবিলাক আদিমবাসীৰ খেতি-বাতি সম্বন্ধে কোনো ধাৰণাই নাছিল, অকল চিকাৰ কৰিয়েই জীৱন ধাৰণ কৰিছিল আৰু স্বতঃ উৎপাদিত বস্তুকেই আহাৰ্যৰূপে গোটাই খাইছিল, তেনে ধৰণৰ মানুহৰ মাজত এক পত্নী বিবাহতে বেচি অনুৰাগ দেখা গৈছিল। তেওঁলোকে সেই সময়ত বহু পত্নী গ্ৰহণ কৰা কথাষাৰ ভাল নাপাইছিল আৰু প্ৰয়োজনবোধ কৰা নাছিল। কিন্তু, সেই সময়তো এই নিয়মৰো ব্যতিক্ৰম হোৱা দেখা গৈছিল। আফ্ৰিকাৰ 'বুসমেন' (Bushman), অষ্ট্ৰেলিয়াৰ কেইটামান জাতি আৰু সিংহলৰ 'ভেদ্দা' (Veddah) আদি জাতিৰ মাজত ই সচৰাচৰ প্ৰচলিত আছিল।

ৰাভা জাতিৰ প্ৰাচীন বিবাহ ব্যৱস্থাৰ কথা ফঁহিয়াই চালে দেখা যায়, একপত্নী বিবাহ ব্যৱস্থাই প্ৰচলিত আছিল।

(২) **বহুপত্নী বিবাহ (Polygamy)** ঃ এজন মানুহে বহুপত্নী গ্ৰহণ কৰা বা বহু তিৰোতাক বিবাহ কৰাকে বহুপত্নী বিবাহ (Polygamy) বোলে। এই বিবাহৰ মূল হৈছে— কালৰ সোঁতত আদিম মানুহবোৰে খেতি-বাতিৰ কালে মন মেলি গৰু, ছাগলী, ভেড়া, মাহ আদি পুহি তাৰ দ্বাৰা জীৱিকা নিৰ্বাহৰ পথ বাচি ল'লে। বংশ বৃদ্ধিৰ লগে লগে অৰ্থনৈতিক সমস্যাৰ সন্মুখীন হ'ব লগা হ'ল। অৰ্থনৈতিক সমস্যা সমাধানৰ লগতে আন পৰিসৰ বৃদ্ধিৰ কাৰণে পৰিয়ালত

অপেক্ষাকৃত ভাবে কাম কৰা মানুহৰ আৱশ্যক হৈ পৰিল। তাৰ ফলত বহুপত্নী বিবাহৰ প্ৰথাকো সমাজে স্বীকৃতি দিলে। সাধাৰণতে দেখা যায়, গাওঁ পাতি বাস কৰা মৌজিয়াক বা ভেড়া, ছাগলী আদি চৰাই কৃষি জীৱিকা কৰা মানুহৰ মাজতেই বহু-পত্নী বিবাহৰ প্ৰচলন ক্ৰমে বেছি হবলৈ ধৰে। অতীজত এনে ধৰণৰ বিবাহ-প্ৰথা বহু জাতিৰ মাজত প্ৰচলন আছিল। ভাৰততো এনেকুৱা প্ৰথা প্ৰচলিত। বঙ্গদেশৰ 'কুনা' শ্ৰেণী আৰু 'কুলিন' বামুণ শ্ৰেণীৰ মানুহৰ মাজত ইয়াৰ প্ৰচলন আছে।

পৰবৰ্তী যুগত তদনুৰূপ আৱশ্যকতা বোধ কৰি এজন বাভা মানুহে সাতজনীলৈকে তিৰোতাক পত্নীৰূপে গ্ৰহণ কৰা প্ৰথা হৈছিল। প্ৰতিজনী পত্নীক সুকীয়া সুকীয়া ঘৰৰ ব্যৱস্থা কৰি দিছিল আৰু প্ৰত্যেকৰে পত্নী হিচাপে মৰ্য্যদা সমান আছিল। তেওঁলোকৰ মাজত কাচিৎহে হাই-কাজিয়াৰ সৃষ্টি হৈছিল। কিন্তু, এইটো ঠিক যে, এবাৰত এজনী মাথোঁ তিৰোতা গ্ৰহণ কৰিব পাৰিছিল।[১]

(৩) বহুস্বামী বিবাহ (Polyandry) ঃ এজনী তিৰোতাই এজনতকৈ অধিক পুৰুষক যেতিয়া বিবাহ কৰায় তাকেই বহুস্বামী বিবাহ (Polyandry) বোলে। এনে ধৰণৰ বিবাহ প্ৰাচীন হিন্দু ধৰ্ম্ম-গ্ৰন্থ মহাভাৰতত দেখা যায়। দ্ৰৌপদীৰ পঞ্চস্বামী আছিল। ভাৰতত 'নীলগিৰি' পৰ্ব্বতত বাস কৰা 'টোডা' (Toda) আৰু মালাবাৰ দাঁপপুঞ্জৰ 'নায়াৰ' (Nayar) জাতিৰ মানুহৰ মাজত এনে ধৰণৰ বিবাহৰ প্ৰচলন দেখা যায়। এনে ধৰণৰ বিবাহ আকৌ দুই প্ৰকাৰৰ। (১) ভ্ৰাতৃ সম্বন্ধীয় (Fraternal) আৰু (২) অভ্ৰাতৃ সম্বন্ধীয় ( Non-Fraternal)। অতীজৰ পৰাই বাভা সমাজত এনেকুৱা বহুস্বামী বিবাহ ব্যৱস্থা প্ৰচলিত নাই।

(৪) সমূহীয়া বিবাহ (Group marriage) ঃ কেইজনমান পুৰুষে লগ লাগি একেলগে কেইজনীমান ছোৱালীক বা তিৰোতাক বিয়া কৰালে বা সামূহিক পত্নী হিচাবে গ্ৰহণ কৰিলে তাকে সমূহীয়া বিবাহ বোলে। তেতিয়া সিহঁতৰ মাজত পাৰস্পৰিক স্বামী-স্ত্ৰীৰ ভাব স্বীকৃত হয়। সকলো কেইজনী তিৰোতাৰ যৌন মিলনত সিহঁতৰ মাজত সাৰ্বজনীন ভাব থাকে। অতীজতে এনেকুৱা বিবাহ প্ৰথা তিব্বত, ভোটান পৰ্বতৰ আদিমবাসীসকলৰ মাজত প্ৰচলিত আছিল। নৃতত্ত্ববিদসকলে কয় যে বিবাহ সংস্কাৰত এয়েই প্ৰথম চালুকীয়া অৱস্থা। তাৰ পিছতহে কালৰ সোঁতত ক্ৰমে হৈ অহা সংস্কাৰৰ ফলত নানা ৰকমৰ বিবাহ প্ৰথা প্ৰচলন হৈছিল।

এনে প্ৰথাৰ বিবাহ অতীজৰ পৰাই বাভাৰ সমাজ ব্যৱহৃত নাই। কিন্তু যুগ্ম বিবাহৰ ব্যৱস্থা আছিল যদিও বেলেগ বেলেগ স্বামী-স্ত্ৰী হিচাবেহে সমাজত স্বীকৃতি পায়, সামূহিক ভাবে নহয়।

প্ৰাচীন সমাজবোৰত মনোমত ছোৱালীজনীক কেনেকৈনো কন্যাৰূপে পোৱা গৈছিল তাৰো বহুত প্ৰথা আছে। যেনে ঃ—

---

১ Martin, M. : Eastern India, part III, pp. [illegible]

(১) পাৰম্পৰিক কোৰা মিলা বা চুক্তিমতে হোৱা বিবাহ ঃ বাভা সমাজতো এই প্ৰথাৰ প্ৰচলন আছে।

(২) বলেৰে ছোৱালী হৰণ কৰি নিয়া বিবাহ ঃ বঙ্গদেশৰ 'হো' আৰু উৰিষ্যাৰ 'ভূএগ' শ্ৰেণীৰ মানুহৰ সমাজত এনেকুৱা প্ৰথা অধিককৈ দেখা গৈছিল। বৈদিক যুগতো এই প্ৰথা আছিল, মহাভাৰতেই তাৰ প্ৰমাণ। কছাৰী জাতিৰ মাজতো এই প্ৰথা আছিল যদিও সমাজ-স্বীকৃত নহয়। এনে প্ৰথাত সামাজিক দায়দণ্ড স্বীকৃত। বাভা সমাজত এনে প্ৰথা নাছিল।

(৩) ধন সম্পত্তি দি কিনি আনি কৰোৱা বিবাহ ঃ এনে ধৰণৰ ছোৱালী কিনি অনা প্ৰথা ভীল, চাওতাল, মুণ্ডা, অসমৰ নগা, আবৰ, আৰু মধ্য ভাৰতৰ ওৰাওন জাতিৰ মাজত প্ৰচলিত আছে। বৈদিক যুগতো ইয়াৰ প্ৰচলন আছিল। এই প্ৰথা বাভা সমাজত থাকিলেও সমাজ-স্বীকৃত নহয়।

(৪) সাল-সলনি কৰি কৰোৱা বিবাহ ঃ এই প্ৰথাৰ বিবাহ চাওতাল, মুণ্ডা আদি জাতিৰ মানুহৰ সমাজত প্ৰায় দেখা যায়। বৰ্তমানেও ওখ থাপৰ জাতিৰ মানুহৰ মাজতো এই প্ৰথা বহুক্ষেত্ৰত দেখা যায়। বাভা সমাজত স্বীকৃত হলেও খুব কম দেখা যায।

(৫) সেৱা বা পৰিচৰ্যা কৰি কৰোৱা বিবাহ ঃ এই প্ৰথাৰ বিবাহ মধ্যভাৰতৰ 'ওৰাওন' ভীল আৰু জনজাতিৰ মাজত দেখা যায়। কন্যাৰ পণ দিব নোৱাৰি মানুহজনে কন্যাৰ ঘৰত থাকি ছোৱালীৰ মাক বাপেকক আলপৈচান ধৰা আৰু চাকৰৰ দৰে কিছুমান কাম বন কৰাৰ পাছত ছোৱালী জনীক বিয়া কৰাই লব পাৰে। ইয়াক ঘৰ-জোঁৱাই (ঘৰজীয়া) প্ৰথাও বোলে। বাভা সমাজতো এই প্ৰথা পূৰ্বৰে পৰা চলি আহিছে।

(৬) সেন্দুৰৰ ফোঁট দি কৰোৱা বিয়া ঃ যি কোনো ডেকাই তাৰ মনোনীত ছোৱালীক পত্নীৰূপে পাবৰ আশা কৰি যি কোনো উপায় অবলম্বন কৰেৰে তাইৰ কপালত এটা সেন্দুৰৰ ফোঁট দিব পাৰিলেই তাইক বিয়া কৰোৱা হয়, আৰু সমাজে তাক স্বীকৃতি দিয়ে। চাওতাল জাতিৰ মাজত এই প্ৰথা আছে। বাভা সমাজতো এই প্ৰথা আছিল যদিও পদ্ধতি বেলেগ। (বিস্তাৰিত বিৱৰণ পিছৰ অধ্যায়ত দিয়া হৈছে)

(৭) পলুৱাই নি কৰোৱা বিয়া ঃ কোনো ডেকা বা যুৱতী ছোৱালীৰ মাজত বহুদিনৰ পৰা চলি অহা প্ৰণয়ৰ ফলত নাইবা অসৱৰ্ণ মিলনৰ আশংকাৰ ক্ষেত্ৰত, কন্যাৰ বাপেক-মাকৰ পৰা আশানুৰূপ মতৰ দ্বিধা থাকিলে গোপনে পলুৱাই নি বিয়া কৰোৱা হয়। নেপালী, হৰিজন, চাহ বাগিছাৰ কনুৱা শ্ৰেণীৰ মাজত এনে ধৰণৰ বিবাহ দেখা যায়। নেপালী শ্ৰেণীৰ মানুহৰ মাজত এনেকুৱা পলুৱাই নি বিয়া কৰোৱা কম্য়তাই প্ৰশংসনীয়। উক্ত জাতিৰ মাজতো যে এনে নহয়টে ভালো কব নোৱাৰি। বাভা সমাজতো এনে প্ৰথা দেখোৱা নহয়। বৰ্তমানৰ 'চিভিল মেৰেইজ' আৰু 'কামাখ্যা মন্দিৰত হোৱা বিবাহ' এই বিয়াৰে নামান্তৰ।

এই কেইটা বিয়াৰ প্ৰথাৰ বাহিৰেও কিছুমান জাতিৰ মাজত আৰু কেইটা ধৰণৰ বিবাহৰ

প্ৰচলন দেখা যায়। যেনে :—

(১) লেভিৰেট (Levirate) : কোনো মানুহে তেওঁৰ ভায়েকৰ বা ককায়েকৰ মৃত্যুৰ পিছত বিধবা বৈণীয়েকক পত্নীৰূপে গ্ৰহণ কৰাকেই 'লেভিৰেট্' (Levirate) বিয়া বোলে। লেভিৰেট্ বিয়া দুই প্ৰকাৰৰ। (ক) উচ্চ লেভিৰেট্ (Senior Levirate) আৰু (খ) নিম্ন লেভিৰেট্ (Junior Levirate)।

(ক) কোনো মানুহে যদি তেওঁৰ সৰু ভায়েকৰ বিধবা বৈণীয়েকক পত্নীৰূপে গ্ৰহণ কৰে, তাকেই 'উচ্চ লেভিৰেট্' বুলি কয়। এনে ধৰণৰ প্ৰথা এতিয়া বস্তৰ 'কুনা' আৰু সেবাহকেৰাৰ 'হো' জাতিৰ মাজত প্ৰচলিত আছে। কিন্তু এই প্ৰথা বাঙা জাতিৰ সমাজত একেবাৰে নিষিদ্ধ।

(খ) কোনো মানুহে তাৰ ককায়েকৰ মৃত্যুৰ পিছত তেওঁৰ বিধবা বৈণীয়েকক পত্নীৰূপে গ্ৰহণ কৰিলে তাকেই 'নিম্ন লেভিৰেট্' বুলি কয়। এনে ধৰণৰ বিয়া মধ্যপ্ৰদেশৰ 'গণ্ড' জাতিৰ মাজত প্ৰচলিত। এই প্ৰথা বাভা জাতিৰ সমাজতো প্ৰচলিত আছে।

আদিম সমাজত এই 'উচ্চ লেভিৰেট্' আৰু 'নিম্ন লেভিৰেট্' হোৱাৰ পিছত বিধবা জনীৰ গৰ্ভত যি সন্তানৰ জন্ম হয়, সেই সন্তানটিক মৃত হোৱা ভায়েক বা ককায়েকৰ নামতেই জন্ম পোৱা বুলি সমাজে পৰিগণিত কৰে। সিংহলৰ 'ভেদ্দা' জাতিৰ মাজত এই 'লেভিৰেট্' প্ৰথাৰ মূল্য বৰ বেছি। তেওঁলোকে এইটো এটা নিজৰ কৰ্তব্য জ্ঞান কৰিলেই ককায়েক বা ভায়েকৰ মৃত্যুৰ পিছত তেওঁৰ বিধবা বৈণীয়েকৰ পাণিগ্ৰহণ কৰে। তাৰ অন্যথা কৰিলে তেওঁলোকে নিজকে নিজে পাপী বুলি অনুভৱ কৰে।

(২) ছৰোৰেট (Sorrorate) : কেতিয়াবা আকৌ কোনো এজনৰ বৈণীয়েকৰ মৃত্যু হ'লে, তেওঁ মৃত বৈণীয়েকৰ ভনীয়েক বা বায়েকক পত্নীৰূপে গ্ৰহণ কৰে। ইয়াকে 'ছৰোৰেট' (Sorrorate) বিয়া বোলে। এই ছৰোৰেট্ বিয়া আকৌ দুই প্ৰকাৰৰ। যেনে (ক) উচ্চ ছৰোৰেট (Senior Sorrorate) আৰু (খ) নিম্ন ছৰোৰেট (Junior Sorrorate)।

(ক) উচ্চ ছৰোৰেট্— যদি কোনো মানুহে বৈণীয়েকৰ মৃত্যুৰ পিছত মৃত বৈণীয়েকৰ বায়েকক পত্নীৰূপে গ্ৰহণ কৰে, তাকেই 'উচ্চ ছৰোৰেট্' বোলে। এই প্ৰথা বাভা সমাজত একেবাৰেই নিষিদ্ধ।

(খ) নিম্ন ছৰোৰেট— যদি মানুহজনে মৃত বৈণীয়েকৰ সৰু ভনীয়েকক (খুলশালীয়েকক) পত্নীৰূপে গ্ৰহণ কৰে, তাক 'নিম্ন ছৰোৰেট্' বোলে। এই প্ৰথা বাভা সমাজত এতিয়াও বিদ্যমান।

একে সহোদৰ ভাই-ককাই আৰু বায়েক-ভনীয়েকৰ বাদে আন ওচৰ সম্বন্ধীয় বায়েক-ভনীয়েকৰ মাজতো বিয়া হোৱা প্ৰথা অতীতৰ সমাজত আছিল। এতিয়া ভাৰতৰ বিভিন্ন জনজাতিৰ মাজত এই প্ৰথা প্ৰচলিত হৈ আছে। এনে ধৰণৰ বিয়া আকৌ দুই প্ৰকাৰৰ। যেনে :—

(ক) ক্ৰছ কাজিন মেৰেইজ্ (Cross Cousin marriage)

(খ) পেৰেলেল কাজিন মেৰেইজ্ (Parallel Cousin marriage)

**(ক) ক্ৰছ্ কাজিন মেৰেইজ্** (Cross Cousin marriage) ঃ—কোনো এজন মানুহে তেওঁৰ মাকৰ ভায়েকৰ বা ককায়েকৰ জীয়েকক নাইবা বাপেকৰ ভনীয়েকৰ নাইবা বায়েকৰ জীয়েকক বিয়া কৰালেই 'ক্ৰছ্ কাজিন মেৰেইজ্' বুলি কোৱা হয়। মাকৰ ভায়েকৰ বা ককায়েকৰ, নাইবা বাপেকৰ ভনীয়েকৰ বা বায়েকৰ জীয়েক মানে—সেই নিৰ্দিষ্ট ছোৱালীজনী সম্বন্ধত সেইজন মানুহৰ ভনীয়েক। এনে ধৰণৰ মিলনত অতীজৰ সমাজত পূৰ্ণ সমৰ্থন আছিল। এনে ধৰণৰ বিয়াৰ প্ৰথা ৰাভা সমাজত প্ৰচলিত আছে যদিও মাকৰ ভায়েকৰ বা ককায়েকৰ জীয়েকক মাথোন বিয়া কৰাব পাৰে।

**(খ) পেৰেলেল কাজিন মেৰেইজ্** (Parallel Cousin marriage) ঃ—কেতিয়াবা কেতিয়াবা আকৌ ক্ৰমে দুজন ভায়েক-ককায়েক আৰু আন দুজনী ভনীয়েক-বায়েকৰ মাজতো বিয়া একোখন সমাজত সমৰ্থন পাই আহিছে, এনে ধৰণৰ মিলন প্ৰথাক 'পেৰেলেল কাজিন মেৰেইজ্' বুলি কোৱা হয়। এই প্ৰথা ৰাভা সমাজত এতিয়াও প্ৰচলিত।

অতীজৰ পৰাই ৰাভা সমাজত 'ক্ৰছ্-কাজিন মেৰেইজ' প্ৰথা চলি আহিছে। এই প্ৰথা আদিম সমাজতেই নহয়, বৈদিক যুগতো চলিছিল। এতিয়াও ভাৰতৰ বহু জনজাতিৰ মাজত এই প্ৰথা চলি থকা দেখা যায়। এই প্ৰসঙ্গত তাৰে কেইটামান উদাহৰণ উল্লেখ কৰা হ'ল ঃ—

ঋক্‌বেদৰ এটা অংশতো মাকৰ ভায়েকৰ জীয়েক নাইবা বাপেকৰ ভনীয়েকৰ জীয়েকৰ লগত বিবাহ প্ৰথাৰ অনুশীলন আছে। এই একেই প্ৰথা 'সতপথ ব্ৰাহ্মণতো' উল্লেখ আছে।[২] বৌদ্ধ যুগৰ বিবাহ প্ৰথাতো মাকৰ ভায়েকৰ জীয়েক নাইবা বাপেকৰ ভনীয়েকৰ জীয়েকৰ বিবাহ প্ৰথা দক্ষিণ ভাৰতত আছিল।[৩] যেতিয়া 'পালি' সাহিত্যই ভাৰতত অধিকভাৱে বিকাশ লাভ কৰিছিল, সেই সময়ত পূব ভাৰতৰ মানুহৰ মাজত মাকৰ ভায়েকৰ জীয়েকৰ লগত বিয়া হোৱাতো নিৰ্দ্ধাৰিত বিধি ব্যৱস্থা আছিল (খুব সম্ভৱ, এই সময়ৰপৰাই পূব ভাৰতত থকা ৰাভা জাতিৰ সমাজত এই বিধি ব্যৱস্থা প্ৰচলন নিৰ্দ্ধাৰিত ভাৱেই প্ৰচলন হৈছিল।) শাক্য বংশৰ দুটা বংশলৈকে বুদ্ধ আৰু তেওঁৰ বাপেকৰ দিনত মাকৰ ভায়েকৰ জীয়েকৰ লগত মাত্ৰ বিয়াৰ বিধি ব্যৱস্থা আছিল।[৪]

'ক্ৰছ্ কাজিন মেৰেইজ' দ্ৰাবিড়সকলৰ বিশেষত্ব আছিল।[৫] তেওঁলোকৰ প্ৰধান ভাষা আৰু পৰিভাষা সম্পৰ্কই এই মানুহখিনিকৰ বৰ্তমান 'ক্ৰছ্ কাজিন মেৰেইজৰ প্ৰতীক্'। ভাষা সম্পৰ্কীয় অৱস্থাৰ কালৰপৰা Ghury এ অনুমান কৰিছে, যে দ্ৰাবিড়সকলৰ বিবাহ বিধিত দ্বৈত সংগঠন আছিল।[৬] ভাৰতৰ অধিক সংখ্যক জনজাতিৰ পাৰিভাষিক শব্দই 'ক্ৰছ্ কাজিন

---

২ Kapadia, K.M. : Marriage and Family in India, p. 124.
৩ Ibid, p. 125.
৪ Ghurye, G.S. : Caste Class and Occupation, pp. 35, 37-8.
৫ Rivers W.H.R. : 'Marriage of Cousins in India'.
৬ Ghurye, G.S. : 'Dual Organisation in India' Anthropo Sociological Papers. pp. 1-18.

মেৰেইজৰ' স্পষ্ট পৰিচয় দিয়ে। 'নায়াৰ জাতিৰ সমাজ ব্যৱস্থাত এজন মানুহৰ প্ৰকৃত কন্যা হৈছে তাৰ মাকৰ ভায়েকৰ জীয়েকহে।'[৮] বোম্বাই 'পাশকলচি' নামে এটা জাতিয়ে বাপেকৰ ভনীয়েকৰ জীয়েকক বিয়া কৰোৱা নিষিদ্ধ। কিন্তু মাকৰ ভায়েকৰ জীয়েককহে বিয়া কৰোৱাৰ বিধি ব্যৱস্থা আছে।[৯] (এই বিধিৰ লগত ৰাভা সমাজৰ বিধিৰ মিল আছে।) কৃষক 'তেলেগু' জাতিৰ (Aiyaaran kula) (আয়াৰান কুল) সমাজ ব্যৱস্থাত এজন মানুহে তাৰ মাকৰ ভায়েকৰ জীয়েকক বিয়া কৰোৱা সম্পূৰ্ণ স্বত্ব আছে।[১০] 'গঞ্জাম' জিলাৰ 'দণ্ডসী' জাতিয়ে মাতৃ সম্পৰ্কীয় মোমায়েকৰ জীয়েকক বিয়া কৰাবলৈ স্বীকৃতি দিয়ে। কিন্তু পিতৃ সম্পৰ্কীয় মামীয়েকৰ জীয়েকক বিয়া কৰোৱা একেবাৰেই বিধি নিষিদ্ধ।[১১] (এই বিধিও ৰাভা সমাজৰ লগত পূৰ্ণ সাদৃশ্য আছে) মহাৰাষ্ট্ৰৰ চৰ্ম সংস্কাৰক 'ধোৰ' জাতিৰ মাজত এজন মানুহে তাৰ মাতৃ-সম্পৰ্কীয় মোমায়েকৰ জীয়েকক আৰু পিতৃ সম্পৰ্কীয় মামীয়েকৰ জীয়েককো বিয়া কৰাব পাৰে। কিন্তু মাকৰ ভনীয়েকৰ জীয়েকক বিয়া কৰোৱা একেবাৰেই নিষিদ্ধ।[১২] উত্তৰ প্ৰদেশৰ দ্ৰাবিড়-গোষ্ঠীৰ 'খাচিয়া' জাতিয়ে মাকৰ ভায়েকৰ জীয়েকক আৰু বাপেকৰ ভনীয়েকৰ জীয়েকক বিয়া কৰাব পাৰে।[১৩] মধ্যপ্ৰদেশৰ দ্ৰাবিড়-গোষ্ঠীৰ লঘিষ্ঠ সংখ্যা 'কামাৰ' জাতিয়ে ভায়েকৰ ভনীয়েকৰ ল'ৰা ছোৱালীৰ মাজত বিয়াৰ ব্যৱস্থা কৰে।[১৪] দ্ৰাবিড় গোষ্ঠীৰ প্ৰধান পৰিয়াল 'গণ্ড' জাতিয়ে ভায়েকৰ পুতেকে প্ৰায় ভনীয়েকৰ জীয়েকক বিয়া কৰায়।[১৫] ত্ৰিচিনপল্লী কৃষক শ্ৰেণীৰ 'কঙ্গ ভেলাল' জাতিৰ সামাজিক বিধি ব্যৱস্থামতে মাকৰ ভায়েকৰ জীয়েকেই বিবাহৰ উপযুক্ত কন্যা।[১৬] (এই বিধি ব্যৱস্থাত ৰাভা জাতিৰ লগত মিল আছে) মহৰ জাতিয়ে মাকৰ ভায়েকৰ জীয়েকক বিয়া কৰায়, কিন্তু বাপেকৰ ভনীয়েকৰ জীয়েকৰ লগত বিবাহ নিষিদ্ধ।[১৭] দ্ৰাবিড় গোষ্ঠীয় উৰিষ্যাৰ এটা জাতি 'খণ্ড'। তেওঁলোকও মাকৰ ভায়েকৰ জীয়েকক বিয়া কৰায়।[১৮] (এই ব্যৱস্থাও ৰাভাৰ লগত সাদৃশ্য আছে) নীলগিৰি পৰ্বতৰ 'টোডা' জাতিৰ দ্ৰাবিড় জাতিৰ লগত মিল আছে। 'টোডা' জাতিৰ স্বাভাৱিক বিয়াৰ আদৰ্শমতে বাপেকৰ ভনীয়েকৰ জীয়েকক নাইবা মাকৰ ভায়েকৰ জীয়েকক বিয়া কৰাব পাৰে।[১৯] পৰ্ব্বতীয় 'মৰিয়া' জাতিৰ বিবাহ বিধিমতে বাপেকৰ ভনীয়েকৰ

---

৭ Kapadia, K. M.. op. cit p, 134.
৮ Iyer, L.K., Ananta Krisna . The Cochin Tribes and Castes, Vol. II. pp. 21-22.
৯ Enthrove, R. E. : 'The Tribes and Castes of Bombay', Vol. III p. 162.
১০ Thurston, E. · 'Castes and Tribes of Southern India', Vol. I, p. 20.
১২ Enthroven, R.E. : "The Tribes and Castes. of Bombay. Vol. I. p. 337.
১৩ Crooke, We. : "The Tribes and Castes of the New Western Provines f Oudh, 1896.
১৪ Russel, R.V. and Hiralal. : 'The Tribes and Casts of the Centeral provinces of India. Vol. II. pp. 64-72.
১৫ Ibid. : III. p. 324.
১৬ Thurston, E. : op. cit. Vol. III. p. 418.
১৭ Russel, R.V. and Hiralal : op. cit, Vol. IV, p. 133.
১৮ Risely, H.H. : 'The Tribes and Castes of Bengal, Vol. I. pp. 400-401.
১৯ Rivers, W.H.R. : 'The Todas' pp. 505-512.

জীয়েকক বিয়া কৰোৱা সমাজ স্বীকৃত।[২০] সিংভূম জিলাৰ 'হো' জাতিয়ে দ্বিপক্ষীয় 'ক্ৰছ কাজিন মেৰেইজ'ৰ ব্যৱস্থা দিয়ে যদিও মাকৰ ভায়েকৰ জীয়েকক বিয়া কৰোৱাই অতি প্ৰশস্ত।[২১] মণিপুৰৰ 'পুৰুম' জাতিয়ে অত্যধিকভাৱ ক্ৰছ কাজিন মেৰেইজ' কৰে। তেওঁলোকে মাকৰ ভায়েকৰ জীয়েকক বিয়া কৰায়। আন প্ৰথা ধৰ্মীয় নীতিৰ ফালৰ পৰা নিষেধ।[২২] কুৰ্গ জাতিৰ 'ক্ৰছ কাজিন মেৰেইজ' সৌষ্ঠৱপূৰ্ণ বৈচিত্ৰ্য। তেওঁলোকৰ মাজত কোনো সামঞ্জস্য দেখা নাযায়।[২৩] 'মহলী' জাতিৰ মাজত এই বিধি ব্যৱস্থা নোহোৱা নহয়। তেওঁলোকেও মাকৰ জীয়েকক আৰু বাপেকৰ ভনীয়েকৰ জীয়েকক বিয়া কৰায়। বৰ্তমান তেওঁলোকে এই বিবাহ প্ৰথা পছন্দ নকৰে। জাতীয় মৰ্যাদা ৰক্ষাৰ কাৰণে তেওঁলোকে এই বিধি ব্যৱস্থা সংস্কাৰ কৰিবলৈ বিচাৰিছে।[২৪]

বৈদিক যুগতো 'ক্ৰছ কাজিন মেৰেইজ'ৰ ব্যৱস্থা আছিল। কিন্তু 'মনুৱে' এই বিবাহ বিধিৰ বিৰোধিতা কৰিছিল। তেওঁ 'মনু সংহিতা'ত লিপিবদ্ধ কৰি গৈছে—'এজন মানুহ বাপেকৰ ভনীয়েকৰ জীয়েকৰ লগত নাইবা মাকৰ ভনীয়েকৰ জীয়েকৰ লগত নাইবা মাকৰ বায়েকৰ বা ককায়েকৰ জীয়েকৰ লগত বিবাহ বন্ধনত আৱদ্ধ হোৱাটো এটা মহাপাপ। কাৰণ তেওঁলোক আত্মীয়। যিজনে এই প্ৰথামতে বিয়া কৰায় সি অধঃপতিত হয়।'[২৫]

আনহাতে ব্ৰাহ্মণ্য যুগতো 'ধৰ্মশাস্ত্ৰ' আৰু 'মনুসংহিতা'ত 'ক্ৰছ কাজিন মেৰেইজৰ' ব্যৱস্থা স্বীকৃত আছিল যদিও অখ্যাতি লাভ কৰিছিল। মাত্ৰ দেশৰ যিবোৰ অঞ্চলত অদ্ভুত সামাজিক বিধি ব্যৱস্থা বিবেচিত হৈছিল, সেইবোৰ অঞ্চলতহে এই প্ৰথা প্ৰচলিত আছিল।[২৬]

'ক্ৰছ কাজিন মেৰেইজ' প্ৰথামতে ৰাভা সমাজত মাকৰ ভায়েক বা ককায়েকৰ জীয়েকক অৰ্থাৎ মোমায়েকৰ জীয়েককহে মাথোন বিয়া কৰাব পাৰে। সেই কাৰনে তেওঁলোকে কয়— "মামাৰ বেটী কালাই শাক"। তাৰ অৰ্থ ৰাভাসকলৰ কালাই শাক (মাটি মাহ) অতি প্ৰিয় খাদ্য। আলহীক কুকুৰা মাংসেৰে কালাই শাক ব্যঞ্জিত কৰি ভাত খুৱাব পাৰিলেহে আলহী অভ্যৰ্থনাৰ সন্মান আৰু সাৰ্থকতা হয় বুলি ভাবে। তদ্ৰূপ মোমায়েকৰ জীয়েকক পত্নীৰূপে গ্ৰহণ কৰিব পৰাটোও অতি ভাগ্যবান আৰু প্ৰিয় মিলনৰ কথা। মোমায়েকৰ জীয়েকক বিয়া নকৰাই আন দূৰ সম্বন্ধীয় মানুহৰ জীয়েকক বিয়া কৰাবলৈয়ো সমাজে স্বীকৃতি দি আহিছে। মাথোন একে 'বাৰায়' বা 'হু'ছু'গ' আৰু একে 'ৰুৰি' বা 'ছু'ৰু' নহলেই হ'ল।

বৰ্তমান শিক্ষাৰ আৰু সভ্যতাৰ ৰেঙনি পোৱাত এচাম শিক্ষিত ৰাভা সমাজে কয় যে

---

২০ Grigson, W.V. : 'The Maria Gods of Baster,' pp. 234-247.
২১ Majumdar, D.N. . 'The Affairs of a Tribe' p. 126,
২২ Das, T.C . 'The Purums' p. 241
২৩ Emenean, M.B. : 'Kinship and Marriage among The Coorgs.' Letters Vol. IV, p. 127.
২৪ Sengupta · 'Syamlkanti' 'An Exposition of changes in Socio-religious Status of Scheduled Tribe, Vol. XIII, NO. 4. pp 332-341.
২৫ Kapadia, K.M. op. cit, p. 125.
২৬ Ibid. p. 125.

'ক্ৰছ কাজিন' এটা অতি ওচৰ সম্বন্ধ ; প্ৰায় সহোদৰ ভনীৰ দৰেই। গতিকে তাইৰ প্ৰতি দূৰ সম্বন্ধীয় ছোৱালী স্বৰূপ আকৰ্ষণ থকা উচিত নহয়। তদুপৰি 'ক্ৰছ কাজিন' বিবাহে মাকৰ ভায়েকৰ কৰ্তৃত্ব অতি শক্তিশালী কৰি তোলে—বিজনে নতুন শহুৰেক হয়গৈ। গতিকে আজিৰ শিক্ষিত বাভা সমাজে এই প্ৰাচীন প্ৰথাক ঘৃণা কৰে।

'ক্ৰছ কাজিন মেৰেইজ'ৰ উপৰিও অতীজত চাৰি প্ৰকাৰৰ বিবাহ-প্ৰথা আছিল। যেনে :— (১) বৰি বি'কায়, (২) ক্ৰাংচিবৰি, (৩) বৰিছেকোয় আৰু (৪) নোকথাংকোয়। বৰ্তমান বিবাহ-প্ৰথা মিশ্ৰিত হোৱা দেখা যায়।

(১) বৰি বিকায় :— অতীজতে যিকোনো মানুহৰ উপযুক্ত জীয়েকক বিবাহৰ কন্যাৰূপে পছন্দ হলে, দৰাপক্ষৰ মানুহে (দৰাৰ অভিভাৱক, কেইজনমান ডেকা-গাভৰু) অতি দোকমোকালিতে অজ্ঞাতসাৰে কন্যাৰ অভিভাৱকৰ ঘৰ ঘেৰাও কৰে। লগত যোৱা গাভৰু ছোৱালীবোৰৰ সেই পছন্দ হোৱা ছোৱালীজনীৰ মূৰত বলপূৰ্বক মিঠাতেল ঢালিবলৈ আৰু কপালত সেন্দুৰৰ ফোঁট দিবলৈ চেষ্টা কৰে। ছোৱালীজনী বিবাহত অমত হলে দৌৰি গৈ কৰবাত লুকাবলৈ চেষ্টা কৰে। তেতিয়া ছোৱালীবোৰে তাইৰ পিছে পিছে খেদি গৈ মূৰত মিঠাতেল ঢালিবলৈ আৰু কপালত সেন্দুৰৰ ফোঁট দিবলৈ চেষ্টা কৰে। ছোৱালীজনীৰ মূৰত তেল ঢালিবলৈ আৰু কপালত ফোঁট দিব নোৱাৰিলে দৰাঘৰীয়াই হতাশ অন্তৰে ঘৰলৈ উভটি আহিব লগা হয়। কেনেবাকৈ বলপূৰ্ব্বকভাবে হলেও এই কাম সমাধা কৰিব পাৰিলে তাই বিবাহত অমত নোহোৱাকৈ থাকিব নোৱাৰে। দৰাজন অনুপযুক্ত, অঙ্গহীন বা ৰুগীয়া হলেও তাই বিয়া হবই লাগিব। ইয়াৰ বাবে কন্যাৰ অভিভাবক, আত্মীয়, কুটুম্বই কোনো বিৰোধিতা কৰিব নোৱাৰে। তেতিয়া দৰাঘৰীয়াই কন্যাঘৰীয়া মানুহৰ লগত একেলগে আনন্দমনেৰে লগত লৈ যোৱা জোঙা মদটো খায় , আৰু সেইদিনাই কন্যা ঠিক হোৱা চিন স্বৰূপে এটোপোলা চাউল-চিৰা, এখন 'কাম্বুং', এখন 'বু'ক্ষান' কন্যাক অৰ্পন কৰি আহে। ইয়াকে 'সুতাবান্ধা' বা 'চিতাবুন্দা' বোলে। সেইদিনাখনেই দুয়োপক্ষৰ আলোচনাক্ৰমে বিয়াৰ নিৰ্দ্দিষ্ঠ দিনো ঠিক কৰে। সমাজৰ প্ৰাপ্যগণ, অভিভাৱক, পিতৃ-মাতৃয়ে পাবলগীয়া সম্মানজনিত জাপন, কাপোৰাদি বিয়াৰ আগতেই অৰ্পণ কৰা হয়। কন্যাৰ বিবাহৰ সম্পূৰ্ণ পোচাক, অলংকাৰ আদি বিয়াৰ দিনাখনেই পিন্ধায়।

বৰ্তমান এই প্ৰথা কিছু ঢিলাই দিয়া হৈছে। দুয়োপক্ষৰ অভিভাৱকৰ আলোচনা আৰু সন্মতিক্ৰমে তেল ঢালিবলৈ আৰু সেন্দুৰৰ ফোঁট দিবলৈ যোৱা হয়। যদি কিবা কাৰণত ছোৱালীজনী বিয়াত অমত হৈ পৰে, তেন্তে কন্যাৰ সন্মতি আৰু অভিভাৱকৰ সুস্থিৰ বিবেচনাৰ বাবে এটোপোলা চাউল-চিৰা কন্যাঘৰৰ বৰঘৰৰ বাৰান্দাত আঁৰি থৈ অহা হয়। যদি ছোৱালী অমত হয়, তেন্তে পিছদিনা বাত্তিপুৱাই দৰাঘৰলৈ শুভোটাই পঠাব লাগে। অন্যথায় বিবাহত সন্মতি থকা বুলি ধৰি লোৱা হয়।

(২) ক্ৰাংচিবৰি বিয়া ঃ—যদি কোনো ল'ৰাই কোনো ছোৱালীক পছন্দ কৰে বা কোনো ছোৱালীয়ে কোনো ল'ৰাক পছন্দ কৰি উভয়ে বিয়াৰ বাবে সম্মতি প্ৰদান কৰে, কিন্তু কন্যাৰ মাক বাপেক বা অভিভাৱকে এই বিয়াত সম্মত নিদিয়ে, তেনে ক্ষেত্ৰতো এই বিয়া হব পাৰে। তেতিয়া দৰাপক্ষীয় অভিভাবকে সমাজৰ মানুহক লগত লৈ গৈ কন্যাৰ অভিভাবকৰ লগত আলোচনা ক্ৰমে এই বিয়াত সম্মত কৰায় আৰু সেইদিনাই নিৰ্দিষ্ট দিন স্থিৰ কৰে। ল'ৰা-ছোৱালীয়ে সমাজৰ সাক্ষাতত বিয়াৰ সম্মতি প্ৰদান কৰিলে পিতা-মাতা বা অভিভাবকে কোনো অমত হব নোৱাৰে। এই প্ৰথাটোকে 'ক্ৰাংচিবৰি' বিয়া বুলি কয়। সেইদিনাই তেল ঢলা, সেন্দূৰৰ ফোঁট দিয়া কাম সমাধা কৰা হয়।

(৩) বৰিছেকোয় বিয়া ঃ— দৰাঘৰীয়াই পছন্দ হোৱা ছোৱালীৰ ঘৰলৈ বিবাহৰ প্ৰস্তাব লৈ যায়। দুই পক্ষৰ আলোচনা ক্ৰমে স্পষ্টভাৱে ছোৱালীৰ সন্মত বিচাৰে। ছোৱালীৰ সম্মতি নাপালে পিতৃ-মাতৃয়ে সম্মতি দিব নোৱাৰে। এই বিষয়ত সাৱধান নহলে বিবাহৰ সকলো আয়োজন নষ্ট হৈ যোৱাৰ সম্ভৱনা থাকে। কন্যাৰ সম্মতি পালে সেইদিনাই মূৰত তেল ঢেলা আৰু কপালত সেন্দূৰৰ ফোঁট দিয়া কাম সমাধা কৰা হয়। দৰাঘৰীয়াই কন্যাৰ মাক বাপেক বা অভিভাবকক এৰকেশ টকাৰপৰা পঞ্চাশ টকালৈ গা-ধন দিবলগীয়া হয়। পঞ্চাশ টকাৰ অধিক দাবী কৰিব নোৱাৰে। দৰাঘৰীয়াই কন্যাক তলত উল্লেখ কৰা সাজ-পোচাক আৰু অলংকাৰ পাতিবোৰ বিয়াৰ আগতে সমাজ বিদ্যমানে দিব লাগে। যেনে ঃ—

(১) বু'ফান ছাক্কায় (ৰঙা পাতানি কাপোৰ) (২) ছান্ (এজোৰ খাৰু) (৩) বোলা নাম-ব্ৰি (কাণত পিন্ধা ৰূপৰ অলংকাৰ) (৪) নাকাপত্তি (নাকত পিন্ধা সোণৰ অলংকাৰ)।

এই প্ৰথামতে বিয়াৰ দিনাখন সমূহ ৰাইজক এক সাজ আৰু গিয়াতি ৰাইজক দুইদিনলৈকে আমিষ ভোজ দিব লাগে। কমেও পোল্কৰ মোন চাউলৰ মদ প্ৰস্তুত কৰা বাধ্যতামূলক আছিল, আৰু ৰাইজক তাৰ হিচাব দাখিল কৰিব লাগিছিল। ভোজত দিয়া গাহৰিবোৰ ৰাইজৰ চকুত লগা হব লাগিছিল।

(৪) লোক থাংকায় বিবাহ ঃ—কোনো পিতৃ-মাতৃ বা অভিভাবকে বিবাহ-উপযুক্তা ছোৱালীক আনৰ ঘৰলৈ বিয়া নিদি—কোনো এজন উপযুক্ত চৰিত্ৰবান কৰ্মী ডেকা ল'ৰাক 'ঘৰজোৱাই' ৰাখিব পাৰে। পিতৃ-মাতৃ বা অভিভাবকে সমাজৰ সাক্ষাতত ডেকা ল'ৰাৰ সম্মতি লৈ সামাজিক বিধি ব্যৱস্থা মতে বিয়াৰ ব্যৱস্থা কৰে। সেইদিনাখনেই কন্যাৰ অভিভাবকে ৰাইজক 'ছাবৃৰি' (সভবি) দাখিল কৰে। 'ছাবৃৰি' দাখিল কৰাৰ পাছত ল'ৰা বা ছোৱালী কোনোৱে পাছত বিবাহত অমত হব নোৱাৰে।

প্ৰাচীন কালৰেপৰা ৰাভা সমাজত 'বিধৱা' বা 'ৰবলা'ৰ পুনঃ বিবাহ হোৱা প্ৰথা আছে।

মাইতৰি ৰাভাৰ প্ৰথামতে ঃ বিয়াৰ দিনাখন দিনতে কন্যা আনিবলৈ গৈছিল। ঢোল, কাঁহ, চেনাই বজাই গৈছিল। দৰাঘৰীয়াই কন্যাঘৰলৈ যাওঁতে মদ, তামোল-পাণ, চিৰা, কণ্ঠৰ

আৱশ্যকীয় পোচাক-পৰিচ্ছদ, অলংকাৰ পাতি আদি লৈ যায়। কন্যাক ম'হৰ গাড়ীত তুলি লৈ আহে। দিনৰ বেলিকাই বিয়া সমাপন কৰে। দৰাঘৰলৈ কন্যাক আনি প্ৰথমে চোতালত বভাৰ তলত দৰা-কন্যাক বহুৱাই বিছি দেৱতাৰ নামত সমাজৰ পুৰোহিতে পূজা কৰে. কন্যাজনীক দৰাজনৰ সোঁফালে বহুৱায়। পূজাৰ শেষত কুকুৰা এহাল (মতা আৰু মাইকী) মন্ত্ৰপূত কৰি ডিঙি মুচুৰি মাটিত পেলাই দিয়ে। কুকুৰাহাল ধপ্‌ধপাই যদি একেলগে লগলাগি মৰি যায়, তেতিয়া সিহঁতৰ ভৱিষ্যত সংসাৰ সুখকৰ, আৰু যদি বেলেগ বেলেগকৈ আঁতৰত গৈ মৰে,. তেতিয়া সিহঁতৰ ভৱিষ্যত সংসাৰ অশান্তিপূৰ্ণ—এনেকি বিচ্ছেদ হোৱা বুলি সম্ভাৱনা কৰে। তাৰ পাছত দৰা-কন্যাক ৰবঘৰত বহুৱাই বাইজৰ মানুহে মতা-তিৰোতা উভয়ে যৌতুক প্ৰদান কৰে। যৌতুক প্ৰদানৰ কাম শেষ হলেই সমাজৰ জ্যেষ্ঠসকলক (মতা তিৰোতা উভয়কে) দৰা-কন্যাই সেৱা কৰি আশীৰ্বাদ গ্ৰহণ কৰে। ৰেলি মাৰ নৌযাওঁতেই বাইজক আদৰি ভোজন কৰায়। কন্যাঘৰৰ মানুহে বিয়াত উপস্থিত থাকে। তেওঁলোকক 'নোক্‌স্বামী' বুলি কোৱা হয়। 'নোক্' অৰ্থ ঘৰ, 'স্বামী' অৰ্থ মালিক (ঘৰৰ মালিক)। এই কন্যাঘৰীয়া মানুহক (নোক্‌স্বামী) দৰাঘৰীয়াই অতি সাৱধানে মদ, ভাত খুৱাই অভ্যৰ্থনা কৰিবলগীয়া হয়। অলপ ত্ৰুটী-বিচ্যুতি হলেই 'নোক্‌স্বামীয়ে' দৰাঘৰীয়াক দণ্ডনীয় কৰিবপৰা অধিকাৰ থাকে। সম্ভৱ এই অধিকাৰ থকাৰ বাবেই কন্যাঘৰীয়া মানুহবিলাকক 'নোক্‌স্বামী' বুলি কোৱা হয়। আগতে বিয়াৰ পিছত দুই দিনলৈকে বাইজক মদ, ভাত, খুৱাই অভ্যৰ্থনা কৰা বাধ্যতামূলক আছিল। এই দুদিন মতা-তিৰোতা, ডেকা-গাভৰু, ল'ৰা-ছোৱালী সকলোৱে মদ ভাত খাই আমোদ-প্ৰমোদ কৰিছিল। বিয়াত 'গেইট' বা 'তোৰণ' সজা প্ৰথা বাধ্যতামূলক।

কোনো কোনো আঞ্চলিক সমাজৰ বিধি ব্যৱস্থা মতে—কন্যাক বভাৰ তলত নবহুৱাই পোনে পোনেই ৰবঘৰত বহুৱায়। বভাৰ তলত পুৰোহিতে বিছি দেৱতাৰ পূজা কৰি তেওঁৰ নামত পাঁচটা কুকুৰা বলি দিয়ে। এই বিছি দেৱতাসকলৰ নাম হৈছে—(১) শিব-দাবমাং (২) বেঙ্গাদাবা (৩) শিংৰা (৪) মংৰে আৰু (৫) মাৰাহাতক। পূজাৰ পিছতহে দৰাজনক ৰবঘৰত কন্যাৰ বাওঁফালে বহুৱাই 'লগুণ-গাঁথি' বান্ধি দিয়ে। তাৰ পাছত কন্যাৰ বা দৰাৰ নিজৰ ভিনীহিয়েকে মৰ্দ্দ কুকুৰা পোৱালি (মতা আৰু মাইকী) দুটা বিছি দেৱতাৰ নামত সমস্বৰে সমাজে জয়ধ্বনি কৰাৰ লগে লগে ডিঙি মুচুৰি মাটিত পেলাই দিয়ে, আৰু দৰা কন্যাৰ ভৱিষ্যত সংসাৰৰ সম্ভাব্য পৰিণাম নিৰ্ণয় কৰে। তাৰ পাছত কন্যাই বিয়াৰ সাজ পোচাক সোলোকাই আন আন (তিৰোতা) বান্ধনীৰ লগত ৰন্ধনশালালৈ গৈ ৰন্ধনশালাৰ কামত যোগদান কৰে। বাইজৰ ভোজনত প্ৰথমে কন্যাজনীয়ে নিয়মি কৰণে অলপ অলপকৈ সমাজৰ মানুহ বিলাকক ভাত আঞ্জা দি যায়। এই ভাত আঞ্জা কাঠেৰে তৈয়াৰ কৰা 'হেংগা' (হাতা)ৰে লব লাগে। আন কোনো ধাতুৰ পাত্ৰত ভাত আঞ্জা দিলোৱা অশুচি বুলি ধৰি লয়। ইয়াকে 'হাসাদুৱালি' বুলি কয়। 'চকো পাৰ-কাৰ' অৰ্থাৎ মাটি মদলাৰ ব্যৱস্থা আছে। সমাজৰ মুৰত মাটি, মদলালৈ

শহুৰেকৰ ঘৰলৈ যাওঁতে এযোৰ ডাঙৰ মদ লৈ যাব লাগে। আঞ্চলিকভাবে বিবাহ প্ৰথা বেলেগ বেলেগ দেখা যায়।

**ৰংদানি ৰাভাৰ প্ৰথামতে :—** বিয়াৰ দিনাখন কন্যাক লৈ আহি গেইটত বহুৱায়। 'গেইট'ত 'নোকস্বামী' সকলক (মতা তিৰোতা উভয়কে) বৰা চাউলৰ মদৰ ৰস খুৱাব লাগে। ই বাধ্যতামূলক। ভৰি, হাত-মুখ ধুই মতা 'নোকস্বামী' সকলে চোতালৰ ৰভাৰ তলত আৰু তিৰোতা 'নোকস্বামী' সকলে বৰ ঘৰত বহে। কন্যাজনীকো বৰ ঘৰতে বহুৱায়। বৰঘৰীয়া ঘৰৰ চ'কৰ বাহিৰত বাৰটা কুকুৰা বলি দি ৰিছি দেৱতাৰ পূজা কৰে। ৰিছি দেৱতাক বাৰ ভাগ প্ৰসাদ দিয়ে। এই দেৱতাক বলি দিয়া কুকুৰাটোৰ মাংস দৰা-কন্যাৰ 'বাবায়' সকলে খাব নাপায়। তাৰ পাছত সমাজৰ পুৰোহিতে এহাল কুকুৰা (মতা আৰু মাইকী) মন্ত্ৰপাঠ কৰি ৰিছি দেৱতাৰ নামৰ জয়ধ্বনি দি একেলগে ধৰি ডিঙি মুচুৰি ৰভাৰ তলত পেলাই দিয়ে আৰু ৰাইজে দৰা-কন্যাৰ ভবিষ্যত সংসাৰৰ পৰিণাম নিৰ্ণয় কৰে। এই কুকুৰাহাল ৰাইজে বা বাবায়সকলে নাখায়। ল'ৰা-ছোৱালীবোৰক দি দিয়ে। তাৰ পাছত বৰ ঘৰৰ ভিতৰৰ সমূহ তিৰোতা মানুহৰ সন্মুখত কন্যাজনীয়ে দৰাজনক সেৱা কৰে। তাৰ পাছতহে বৰঘৰত বোস্তাক পূজা কৰে। বোস্তাক পূজাৰ পিছত দৰা কন্যাই ৰাইজৰ মতা তিৰোতা উভয়কে *সেৱা কৰি* আশীৰ্বাদ গ্ৰহণ কৰে। সেৱা কৰোঁতে প্ৰথমে দৰাজনে সেৱা কৰে, তাৰ পিছত কন্যাজনীয়ে সেৱা কৰে। সেৱা লওঁতেই ৰাইজৰ মানুহে উছৰ্গা বা যৌতুক প্ৰদান কৰে। তাৰ পাচত কন্যাজনীয়ে বিয়াৰ পোচাক সোলোকাই ৰন্ধনশাললৈ যায়। এই অৱসৰতে কন্যাঘৰীয়াক 'জোৰা মদ' খুৱায় আৰু বৰামদৰ ৰস (ৰহি) খুৱায়। লগে লগে 'কালাই শাক' আৰু 'চেনামাছৰ' ঘাৰা নোকস্বামীসকলক ভাদ খুৱায়। এই অভ্যৰ্থনা কৰাৰ পাচত দৰাঘৰীয়া কন্যাঘৰীয়া সকলোৱে 'জোৰা মদ' খায়। তাৰ পাছত সকলোৱে আমিষ ভোজন কৰে। বাতিপুৱা নোকস্বামীসকলক ভাত-চিৰা খুৱায়। তাৰ পাছত মদ খোৱাৰ কাম আৰম্ভ হয়। সকলোৱে মিলি আনন্দতে 'কমনা-চন্দনা'ৰ কাহিনী গীত গায় আৰু বাদ্যযন্ত্ৰৰ ছেৱে ছেৱে নাচি বাগি স্ফুৰ্তি কৰে। আবেলিপৰত সামূহিক ভোজনৰ পাছত 'নোকস্বামী'ক বিদায় দিয়া হয়। বিদায় দিয়াৰ আগতে দৰা-কন্যাই প্ৰতিজন নোকস্বামীকে মদ খুৱাব লাগে। গেইটলৈ গৈ পাওঁতে পুনঃ মদ খুৱাব লাগে। নোকস্বামীসকলে বিদায় লৈ যাওঁতে বাটত খাবলৈ বুলি দুই কলহ মদ আৰু 'খাচৰেং' (শালপাতৰ বিড়ি) পঠিয়াব লাগে। সাত দিনৰ পিছত শাহুৱেক-শহুৰেকৰ ঘৰলৈ বা অভিভাৱকৰ ঘৰলৈ আঠমঙলা খাবলৈ যায়। আঠমঙলালৈ গৈ সিদিনাই ঘূৰি আহিব লাগে। এওঁলোকৰ বিবাহ প্ৰথা বেলেগ বেলেগ থাকিলেও মায়তাৰি আৰু ৰংদানি ৰাভাসকলৰ বিয়াৰ দিনাখন ৰভাৰ তলত ৰিছি দেৱতাৰ নামত কুকুৰা এহাল ডিঙি মুচুৰি দৰা-কন্যাৰ ভবিষ্যত সংসাৰ নিৰ্ণয় কৰা নিয়ম তিনি প্ৰচলিত। আন আন শাখাবো এই প্ৰথা আছিল যদিও বৰ্তমান হেৰাই গৈছে।

**দাহৰী ৰাভাৰ প্ৰথামতে :—** কন্যা ঘৰলৈ গৈ গলে গোটা তামোল খোৱাৰ ব্যৱস্থা

আছে। গোটা তামোল খুওৱাৰ পাছত 'পাণ্চিনি' বা জোৰণৰ ব্যৱস্থা কৰে। জোৰণত নামতীয়ে গীত গায়; ঢুলীয়াই ঢোল বজায়, লগতে মাথে গীতবো ব্যৱস্থা কৰে। বিয়াৰ দিনাখনো নামতী আৰু ঢুলীয়াৰ ব্যৱস্থা আছে। আগতে তেওঁলোকে জোৰণত সাত ভাৰ চিৰা দিব লাগিছিল; বৰ্তমান এভাৰ চিৰা, এভাৰ চাউল আৰু কল লৈ যায়। পাণচিনিৰ দিনাই সম্পূৰ্ণ বিয়াৰ দাবী দৰাঘৰীয়াই কন্যাঘৰক দিয়ে আৰু বিয়াৰ দিনাখন সেই দাবী পূৰণ কৰে। এওঁলোকে বিয়াৰ দিনাখন বৰ ঘৰত বিছি দেৱতাৰ পূজা কৰে; আৰু ৰঙা ডেকেৰা কুকুৰা কাটি দিয়ে। কোনো ছোৱালীয়ে বিয়া হ'ম বুলি নিজে গা যাচি আহিলেও এনেকৈ কুকুৰা কাটি দিয়ে। চোতালত ৰভাৰ তলত দৰা-কন্যাক বহুৱাই হিন্দু-প্ৰথামতে বিয়াৰ ব্যৱস্থা কৰে। ৰভাৰ তলত মণ্ডপ সাজি ঘট প্ৰতিষ্ঠা কৰে। বিয়াত ধূপ চাউল ছটিওৱা, লগুণ গাঁথি দিয়া, পাশা খেল কৰা ইত্যাদি প্ৰথা চলি আছে। মদ-ভাতেৰে বাইজক অভ্যৰ্থনা কৰিব লাগে।

কোচা ৰাভাসকলৰ 'ভোটা বু'লিন' নামে এটা বিয়াৰ প্ৰথা আছিল। এই প্ৰথামতে—বিয়াৰ দিনাখন দৰাঘৰত যথাবিহিত ভাবে দেৱদেৱীৰ পূজা পাতালৰ পিছত বাইজক আমিষ ভোজন কৰাব লাগে। কন্যাঘৰীয়াও এই বিবাহ-ভোজত যোগদান কৰে। ভোজনৰ আগতেই বাইজৰ সন্মুখত ন-কন্যাই ন-দৰাক পাতত ভাত আঞ্জা বাঢ়ি দি শ্ৰদ্ধাৰে সেৱা কাঢ়ি ভাত খাবলৈ অনুৰোধ জনাব লাগে। দৰাই আহি সেই ভাত আঞ্জা এগৰাহ মাথোন খাওঁতেই তেওঁৰ লগৰীয়া সকলে সেই ভাতৰ পাত কাঢ়ি লয় আৰু পেলাই দিয়ে। দৰাজন তেতিয়া বহা আসনৰপৰা উঠে ; তেতিয়াই বিয়াৰ কাৰ্য সমাপন হয়। তাৰ পিছতেই সামূহিক ভোজনৰ ব্যৱস্থা হয়। অৱশ্যে বৰ্তমান বহুতেই হিন্দু সমাজৰ বিবাহ প্ৰথামতেই বিয়াৰ কাৰ্য সম্পাদন কৰে যদিও ব্ৰাহ্মণৰ কোনো প্ৰয়োজন নহয়। সমাজৰ "দেজি" বা 'ওজাই' (পুৰোহিত), বিয়াৰ সম্পূৰ্ণ কাৰ্য সম্পাদন কৰে। বৰ্তমানো 'ভোটা বু'লিন' প্ৰথামতে বিয়াৰ কাৰ্য সম্পাদন কৰা হয় যদিহে কোনো ৰৰলাই কোনো বিধৱা পত্নী ৰূপে গ্ৰহণ কৰে। 'চপনীয়া' বাৰি বিয়া কৰোৱা 'কেলাং দাঙিনেম্' আৰু কন্যাক দৰাৰ ঘৰলৈ আনি বিয়া কৰোৱা প্ৰথাক 'বৌ কৈছাঙি নেম্' প্ৰথা বুলি কোৱা হয়।

পাতি, বিতলীয়া আদি ৰাভাসকলে পোনতে শুভ দিন শুভ ক্ষণ চাই কেইজনীমান তিৰোতাই পছন্দ হোৱা কন্যাৰ ঘৰলৈ লৈ পাণ-তামোল কাটি থৈ আহে, আৰু সেই দিনাখনেই 'চিৰা টোপোলা' লৈ যোৱাৰ দিন নিৰ্দিষ্ট কৰি আহে। নিৰ্দিষ্ট দিনা 'চিৰা টোপোলা' এটি লৈ যায়। কন্যাঘৰীয়াই ছোৱালী দিবলৈ সন্মত নহলে 'চিৰা টোপোলা' ঘূৰাই দিয়ে। দৰাঘৰীয়াই জোৰকৈ থৈ আহিবলৈ চেষ্টা কৰে। যদি চিৰা টোপোলা ৰাখি ছোৱালী দিবলৈ সন্মতি প্ৰকাশ কৰে, তেতিয়া 'গোটা তামোল' খুওৱাৰ এটি দিন নিৰ্দিষ্ট কৰি আহে। নিৰ্দিষ্ট দিনা কেইজনমান সভা মানুহেৰে সৈতে তিৰোতা কেইগৰাকীয়ে কন্যাৰ ঘৰলৈ যায়। কন্যাঘৰীয়ায়ো সেইদিনা বাইজৰ বা নিয়াতিৰ মানুহক মাতে। বাইজৰ মানুহক সামাজিক বিধি ব্যৱস্থামতে গোটা তামোল

আৰু পাণ ভগাই দিয়ে। সেইদিনাই ছোৱালী দিয়াৰ স্বীকৃতি প্ৰাপ্ত হৈ যায়। তাৰ পাছত 'পাণচিনি' বা জোৰণৰ নিৰ্দিষ্ট দিন ঠিক কৰে। সেই দিনা দৰাঘৰীয়াই ঢুলীয়া পাৰ্টি আৰু আয়তী সকলোৰে সৈতে ৰাইজৰ মানুহক লৈ কন্যাঘৰলৈ যায়। কন্যাঘৰীয়াও সেইদিনা সমূহ ৰাইজক মাতে। দুয়ো পক্ষৰ ৰাইজৰ সাক্ষাতত তামোল পাণ খোৱা হয়। লগতে চিৰাৰ ভাৰ আৰু কলৰ ভাৰ লৈ যায়। সামাজিক বিধি ব্যৱস্থামতে বিবোৰ পণ বা গাধন, যাৱতীয়া পণাদি, পিতা-মাতাৰ মান সম্মানাদিৰ কাপোৰ আৰু ৰাইজৰ সাক্ষাতত কন্যাৰ পিতাকে বা অভিভাৱকে প্ৰকাশ কৰে। সেইদিনাই কন্যাক শাখা আঙুঠি, কাপোৰ আদি কন্যাৰ চিনস্বৰূপে দি মূৰ ফণিয়াই সেন্দূৰৰ ফোঁট দি আহে।

তাৰ পাছত 'মালঙ্কাৰ' দিন নিৰ্দ্ধাৰিত কৰে। 'মালঙ্কাৰ' দিনাখন গৈ জোৰণত প্ৰকাশ কৰা যাৱতীয় পণাদি সন্মানৰ কাপোৰকানি আদি দি আহেগৈ। সেইদিনাখনো দুয়োপক্ষৰ ৰাইজৰ মানুহ উপস্থিত থাকে।

তাৰ পাছত শুভদিন, শুভক্ষণ চাই বিয়াৰ দিন ঠিক কৰা হয়। বিয়াৰ দিনা কন্যা আনিবলৈ যাওঁতে ঢুলীয়া, নামতি সহ দৰাঘৰীয়া ৰাইজে কন্যাৰ ঘৰলৈ যায়। সেইদিনাখন চিৰা, কল আৰু পাণ তামোলৰ ভাৰ লৈ যায়। ৰাইজৰ মানুহে পাণ তামোল খায়। দৰাঘৰীয়াই সন্ধ্যাৰ পিছতেই কন্যাৰ মূৰ ফণিয়াই আৱশ্যকীয় অলংকাৰেৰে সজ্জিত কৰি, সাজ পোচাক পিন্ধাই ম'হৰ গাড়ী বা মটৰ গাড়ীৰে দৰা ঘৰলৈ লৈ আহে। গেইটৰ তলত কন্যাক থিয় কৰাই 'চালনি বাত্তি' সৰকায়। তাৰ পাছত কন্যাক বৰঘৰলৈ লৈ যায়। 'নোকস্বামী' সকলে হাত ভৰি ধুই মতাবিলাক চোতালত ৰভাৰ তলত বহে, আৰু তিৰোতা সকলে বৰঘৰত বহেগৈ। চোতালত ৰভা সাজি মণ্ডপ তৈয়াৰ কৰে, আৰু সেই মণ্ডপতে 'ঘট' প্ৰতিষ্ঠা কৰি চাকি বন্তি জ্বলায়। অলপ পাছতে দৰা কন্যাক পুনঃ গা ধুৱাই, দৰা কন্যা ৰূপে সাজ-সজ্জা কৰি ৰভাৰ তলত স্থাপন কৰা বেদীৰ ওপৰত বহুৱায়। দৰাৰ সোঁফালে কন্যাক বহুৱায়। সাধাৰণতে দৰা-কন্যাক মূৰ ফণিয়া দুগৰাকী তিৰোতাই চাৰিও ফালে ধূপ চাউল চটিয়ায়। কন্যাৰ মোমায়েক বা ককায়েক 'টিকি ধৰা' হয়। দৰাই মুকুট পিন্ধে আৰু কন্যাই মুকলি পিন্ধে। বিয়াৰ সময়ত বোমা, ফুলঝাৰী, মাতাম আদি আতবাজী ব্যৱহাৰ কৰে। ধূপ চাউল চটিওৱাৰ পিছতে দৰা আৰু কন্যা পক্ষৰ মানুহে যৌতুক উৰ্চগা আদি দিয়ে। তাৰ পাছত দৰা কন্যাই পাশা খেল খেলে। শেষত হৰিধ্বনি দি বিয়াৰ কাম সমাপন কৰে। বিয়াৰ সময়ত দৰা কন্যাক 'লগুণ গাঁথি' দিয়া হয়। সেই লগুণ গাঁথিৰেই কন্যা আগে আগে আৰু দৰাই পাচে পাচে গৈ বৰ ঘৰত সোমায়। বৰঘৰত 'ঘৰ গোসানীক' (বোৱাক) সেৱা লয়, তাৰ পাচত দৰা কন্যাই ৰাইজৰ মানুহৰ জ্যেষ্ঠসকলক সেৱা কাঢ়ি আশীৰ্বাদ গ্ৰহণ কৰে। তাৰ পাছত সামূহিক ভোজনৰ ব্যৱস্থা হয়। গাহৰি, কুকুৰা, মাছ আদিৰে ভোজ দিয়ে। তাৰ পিছদিনাখন ৰাইজৰ মানুহক আমিষ ভোজন দিয়ে। আবেলিকে 'নোকস্বামী' সকলে বিদায় গ্ৰহণ কৰে। আগতে সমাজৰ মানুহক মদ খুওৱাৰ ব্যৱস্থা আছিল

যদিও বৰ্তমান এই ব্যৱস্থা উঠাই দিয়া হৈছে।

বৰ্তমান আৰ্থিক জটিলতাৰ বাবে গোটা তামোল খুওৱা, আৰু 'মলাজাৰ' ব্যৱস্থা উঠাই দিয়া হৈছে। আগতে ভোজনৰ আগতে কন্যাই 'হাতা' চুই দিব লাগিছিল, বৰ্তমান এই প্ৰথাও তুলি দিয়া হৈছে। বৰ্তমান পাতি ৰাভাসকলে সমাজ ব্যৱস্থা অতি সৰল কৰিছে। শিক্ষাৰ আৰু সভ্যতাৰ পোহৰত ৰাভাসকলে হিন্দু ৰীতি অনুযায়ী দৰা সাজি কন্যাৰ ঘৰত বিয়াৰ ব্যৱস্থা কৰিব ধৰিছে। কিছুমানে আকৌ বামুণ গোঁসাইৰ দ্বাৰা হোম-যজ্ঞৰ দ্বাৰাও বিয়াৰ কাৰ্য সমাপন কৰা দেখা যায়, আকৌ কিছুমানে সমাজৰ পুৰোহিতৰ দ্বাৰাই পৌৰোহিত্য কৰাই কাৰ্য সমাপন কৰা দেখা যায়। দৰা আৰু কন্যাপক্ষৰ ইচ্ছা সাপেক্ষেই বিয়াৰ কাৰ্য সমাপন কৰাত সমাজে স্বীকৃতি নিদিয়াকৈ নাথাকে।

## 'বাৰ' বা 'বাৰায়' বা 'হু'ছুগ' (গোত্ৰসমূহ)

অতি প্ৰাচীন কালৰে পৰা ৰাভাসকলৰ গোত্ৰবোৰ চলি আহিছে। এই গোত্ৰবোৰ মাতৃ-তান্ত্ৰিক। মাকৰ ফালৰ পৰাহে গোত্ৰ নিৰ্ণয় হয়। মাকৰ যি গোত্ৰ, ল'ৰা ছোৱালীবোৰ উভয়ে সেই গোত্ৰ ধাৰণ কৰে। পিতৃৰ গোত্ৰ গ্ৰহণ যোগ্য নহয়। ৰাভাসকলে কয় যে, এই গোত্ৰবোৰ বংশ পৰম্পৰা তেজৰ লগত সম্বন্ধ হৈ আহিছে। কিন্তু এই গোত্ৰবোৰৰ নামাকৰণ সম্বন্ধে কোনো সন্তেদ পোৱা নাযায়। প্ৰাচীন লেখকসকলৰ বহুতেই এই গোত্ৰবোৰৰ সম্পৰ্কে গৱেষণামূলক-বিৱৰণ লিখি থৈ যোৱা নাই। কেৱল 'ফ্ৰেণ্ড্-পেৰেইৰাই' ৰংদানীয়া ৰাভাৰ ১০ টা বাৰায়ৰ নাম উল্লেখ কৰি গৈছে।[২৭] আৰু 'The Rabhas of West Bengal'ত ৩০ টা কোচা ৰাভাৰ 'হু'ছুগ'ৰ নাম উল্লেখ কৰা আছে।[২৮]

বৰ্তমানলৈকে অনুসন্ধান কৰি যিবোৰ 'বাৰায়' আৰু 'হু'ছু'গ'-ৰ সন্ধান পোৱা গৈছে, সেইবোৰ তলত উল্লেখ কৰা হ'ল।

(ক) ৰংদানি ৰাভাৰ 'বাৰায়'সমূহ—

(১) পাম/পামিলা (২) ৰংদুং (৩) টৈটং (৪) খান্দা (৫) চিবা (৬) হদু (৭) চুৰুচুং (৮) ৰংখো/ৰংখন (৯) ফেনাং (১০) লেম (১১) মেজেং/মেজেঙা (১২) হালো (১৩) নিবাৰি/নিব্ৰি (১৪) দাবাং (হাছুং) (১৫) চাবাং (১৬) তবাং (১৭) বাক্‌ছো/বাকছোক (১৮) চুংদুং (চন্দু) (১৯) জুৰো (২০) বাগুৱা/বাগু (২১) বাঠৌ (২২) ডিল (২৩) ডেকা (২৪) হাটো/হাটক (২৫) বাৰচুং (২৬) অবা (২৭) চিক্কাঙ্কলাং (২৮) তমা (২৯) বহিক (৩০) বতক (৩১) ৰংকাখেল (৩২) নাবাজি (৩৩) দিপকা (৩৪) জিৰা (৩৫) তিমুলি (৩৬) দাৱক (৩৭) চুৰে (৩৮) খাৰকো (৩৯) নুকচেৰ (৪০) কামা (৪১)

২৭ Census of India (Reprint) 1961, Vol. III, Assam, pt. VA, p. 127.
২৮ Das A.K., & Raha N.K. . The Rabhas of West Bengal, p. 71.

চাংথো (৪২) হাকাছাক/হাকাছনাং (৪৩) নাচান (৪৪) ৰংবুক (৪৫) কাৰা (৪৬) দাপাৰ (৪৭) মাজা (৪৮) হাইপাং (৪৯) ৰাংচা (লাংচা) (৫০) জালো (৫১) ছমানাং (৫২) নক্মান (৫৩) নাং (৫৪) দুদুং (৫৫) ৰবি (৫৬) চাক (৫৭) ওৱানাং (৫৮) ৰাংচোং (৫৯) চেবান/চেৰেঙা (৬০) নালং (৬১) মাতা (৬২) দাবমাই (৬৩) পামানাং পামনাং (৬৪) পামন্ত্ৰাক (৬৫) চনদাম (৬৬) বায়দা (৬৭) তাৰা (৬৮) গায়নাং (৬৯) ওকছি (৭০) হৰো (৭১) হাটাক (৭২) নুক্চাৰ (৭৩) ৰংদুক (৭৪) ছম্ভোক (৭৫) গাছিচাং (৭৬) পান (৭৭) যেনাং (৭৮) ৰাদুং (৭৯) অংগিৰা (৮০) কেটেং (৮১) ছায়নাং (৮২) মজা (৮৩) ছামন্ত্ৰাক (৮৪) নিব্ৰি (৮৫) ৰংগাদেক (৯৬) গফনাং (৮৭) দৰণে (৮৮) ছদাম (৮৯) ছুদু (৯০, কুৰ (৯১) দফনাং (৯২) নালং (৯৩) পোম (৯৪) ৰংখদক (৯৫) ৰংগদেক ইত্যাদি।

(খ) মায়তাৰি ৰাভাৰ 'ৰাৰায়'সমূহ—

(১) পাম (২) ৰংদুং (৩) চিৰা (৪) চুৰচুং (৫) হাদু (৬) ৰায়দুং (৭) যেনাম (৮) লেম (৯) ৰংথো/ৰংথন (১০) দাবাং (১১) অবাং (১২) বাক্ছে (১৩) ছম্ভোক (১৪) জুৰো (১৫) বাৰচুং (১৬) বাঠো (১৭) ৰাণ্ড (১৮) ডেকা (১৯) হাটো/হাটক (২০) তাৰা (২১) তয়া (২২) দাযবং (২৩) বায়ফো (২৪) কামা (২৫) চিক্চান (২৬) হাকাচান (২৭) নক্চেৰ (২৮) মাজাৰ (২৯) ওক্ছি (৩০) চেৰেঙা (৩১) নুকছাৰ (৩২) গায়ৰং (৩৩) নাচাম (৩৪) পান (৩৫) পামন্ত্ৰাক (৩৬) নালং (৩৭) বাইদা (৩৮) হাকাছনাং (৩৯) হালো (৪০) চংদাম (৪১) গাছিচিং (৪২) নাত্ৰা (৪৩) মাত্ৰ (৪৪) টেংটেং (৪৫) মেজেঙা (৪৬) চামামাং (৪৭) বাৰাং (৪৮) হাৰো (৪৯) চামন্ত্ৰাক (৫০) দৈনাং (৫১) কাম্বা (৫২) কেটেং (৫৩) অংগিৰা (৫৪) চেবান (৫৫) ছুদুং (৫৬) কুৰ (৫৭) পামানাং (৫৮) মাজাৰ (৫৯) ৰংগদেক (৬০) ৰংদুক (৬১) ৰাদুং (৬২) ৰংবুক

(গ) পাতি ৰাভাৰ ৰাৰায়সমূহ ঃ—

(১) চুৰচং (২) পাম (৩) বাক্ম্ভোক (৪) তাৰা (৫) নিবাৰি (৬) হাটো (৭) ৰংদুং (৮) জুৰো (৯) চিৰা (১০) খান্দা (১১) বাংফো (১২) যেনাং (১৩) ৰংথো (১৪) জিৰা (১৫) মেজেং/মেজেঙা (১৬) বাঠো (১৭) টেংটং (১৮) চুৰে (১৯) ৰংটক (২০) লেম (২১) জিৰা (২২) খান্দাংখাপাং (২৩) হাদু (২৪) ৰাণ্ড (২৫) নেত্ৰা (২৬) চেৰেঙা (২৭) অবাং (২৮) পান (২৯) খ্ৰিছু (৩০) চেবান ইত্যাদি।

(ঘ) ডাহৰি ৰাভাৰ 'ৰাৰায়'সমূহ—

(১) লেম (২) বাক্ছে (৩) তাৰা (৪) ৰংথো (৫) জুৰো (৬) দাইনাং (৭) মেজেঙা (৮) উনি (৯) কামা (১০) অবাং (১১) কেনাচাম (১২) বাঠো (১৩) নাত্ৰা (১৪) মজা (১৫) ৰংগাদা (১৬) জিৰা (১৭) কাৰা (১৮) নিবাৰি (১৯) খান্দা (২০) কনাং (২১)

দুন্দুং (২২) চন্দন (২৩) ৰুংদুং (২৪) পাম (২৫) নাৰুং (২৬) মাজাৰ (২৭) চেৰান (২৮) ছুংদুং (২৯) ছুংদাম (৩০) বাঠৌ (৩১) ৰংখন (৩২) মাতা (৩৩) পান (৩৪) হাদু (৩৫) বাগু (৩৬) পামানাং (৩৭) তাবা (৩৮) চুচ্‌ৰে (৩৯) লেম (৪০) চেৰেঙ (৪১) দৰনে ইত্যাদি।

ৰংদানি, মায়তৰি, পাতি আৰু দাহৰি বাতাৰ 'হৰি'সমূহ—

(১) (ক) ৰুংদুং (খ) পাম (গ) টেংটেং
(২) (ক) মেজেং (খ) হাটো (গ) জুবো
(৩) (ক) ফেন্নাং (খ) চুৰচুং
(৪) (ক) ৰুংদুং (খ) জিবা
(৫) (ক) লেম (খ) তৰাং (গ) বাক্‌ছোক
(৬) (ক) ৰংখো (খ) ৰংটক (গ) ৰংকাথেপ্
(৭) (ক) দৈনাং (খ) চুচ্‌ৰে
(৮) (ক) ৰায়ফো (খ) তৰাং (গ) বাক্‌ছোক্
(৯) (ক) উনি (খ) কামা
(১০) (ক) ৰংখো (খ) ৰংগাদা
(১১) (ক) চুৰচুং (খ) হাটো (গ) ৰুংদুং (ৰায়দুং)
(১২) (ক) জুবো (খ) মেজেং (গ) জিবা
(১৩) (ক) তৰাং (খ) বাক্‌ছোক (গ) লেম
(১৪) (ক) তাবা (খ) কাবা
(১৫) (ক) উনি (খ) কামা
(১৬) (ক) পাম (খ) কেনচাম্
(১৭) (ক) হাদু (খ) বাগু (বাগুৰা) (গ) তাবা
(১৮) (ক) খান্দা (খ) বাদুং
(১৯) (ক) পাম (খ) ৰুংদুং (গ) চুৰচুং
(২০) (ক) বাঠৌ (খ) মাজাৰ
(২১) (ক) ৰংখো (খ) ফেন্নাং (গ) ৰায়দুং
(২২) (ক) হাকাচাম (খ) চিক্‌চাম
(২৩) (ক) বাগু (খ) তাবা
(২৪) (ক) জুবো (খ) মেজেঙা (গ) জিবা
(২৫) (ক) বাঠৌ (খ) খান্দা (গ) ৰুনৰং
(২৬) (ক) অগ্নিবা (খ) নাম্বন (গ) নাগ্রা

(২৭) (ক) কেটেং (খ) টেংটেং (গ) দৰনে

(২৮) (ক) চেৰান (খ) চিৰা (গ) বাৰ্চুং (ঘ) চেৰেঙা (ঙ) নিব্ৰি

(২৯) (ক) ছামফ্লাক (খ) ৰংগদেক (গ) গয়নাং

(৩০) (ক) ছংদাম (খ) বাঠো (গ) মাজাৰ

(৩১) (ক) ছুংদু (খ) বাইদা

(৩২) (ক) কুৰ (খ) বাইদা

(৩৩) (ক) দয়নাং (খ) গাছিচিং, ছামফ্লাক

(৩৪) (ক) নালং (খ) ওক্‌ছি

(৩৫) (ক) পামফ্লাক (খ) পান (গ) পামনাং

(৩৬) (ক) পামনাং (খ) পান (গ) পোম

(৩৭) (ক) বাগু (খ) তাৰা

(৩৮) (ক) বাৰচুং (খ) চিৰা (গ) চেৰনি

(৩৯) (ক) মাজাৰ (খ) বাঠো (গ) ছন্দুক

(৪০) (ক) মাতা (খ) ৰংখ (গ) ৰংখদক

(৪১) (ক) ৰংখন (খ) মাতা (গ) ৰংখদেক

(৪২) (ক) ৰংদেক (খ) ছামানাং

(৪৩) (ক) ৰংদুক (খ) নুকচেৰ

(৪৪) (ক) ৰাদুং (খ) নালং (গ) খান্দা

(৪৫) (ক) ৰুংবুক (খ) ৰংদুক (গ) নুকচেৰ

(৪৬) (ক) হাটক (খ) হাৰো ইত্যাদি

পূৰ্বতে উক্ত বাবায় হুৰিবোৰ ৰাভাসকলৰ মাজত সামগ্ৰিকভাৱে প্ৰচলিত আছিল। কালক্ৰমত তেওঁলোক ৰংদানি, মায়তাৰি, দাহুৰি, পাতিৰাভা আদি বিভিন্ন ভাগত বিভক্ত হোৱাৰ ফলত এই সকলোবোৰ বাবায় হুৰি প্ৰত্যেকটো শাখাতে প্ৰচলিত হৈ নেথাকিল। বহুতো বাবায় হুৰি বিভিন্ন কাৰণত কালৰ গৰ্ভত লীন হৈও গ'ল। বৰ্তমানলৈকে গৱেষণা ভিত্তিত যিখিনি বাবায় হুৰি পোৱা হৈছে, সেইবোৰকে মাথোন ভৱিষ্যতলৈ সংৰক্ষণৰ বাবে এই পুথিত সন্নিবিষ্ট কৰা হ'ল।

উল্লেখনীয় যে, ৰাভাসকলৰ বাবায়বোৰ তেওঁলোকে বাস কৰা কিছুমান পাহাৰ-নিজৰাৰ নাম আৰু কিছুমান সামাজিক [illegible] নিষেধ কৰণৰ ভিত্তিত উৎপত্তি হোৱা বুলি জানিব পৰা যায়। তাৰে কিছুমান [illegible] কাহিনী এতিয়াও বিদ্যমান। হুৰিবোৰ হৈছে কেইটিমান বাবায়ৰ সম্প্ৰীতিৰ গোট। এটা বাবায়ে দুই বা ততোধিক হুৰিৰ গোটৰ

লগত সংযোগ হৈ থকা দেখা যায়। এই হুঁচুবোৰৰ মাজতো বাভাসকলৰ বৈবাহিক সম্বন্ধ সামাজিকভাৱে একেবাৰেই নিষিদ্ধ। এই বিষয়বোৰৰ বিশদ গৱেষণাৰ থল আছে।

(ঙ) কোচা ৰাভাৰ হুঁচুসমূহৰ নাম—

(১) উনি— শাখাবোৰ (ক) উনি বামুণ (খ) উনি চিতাম (গ) উনি চাণ্ডাল (ঘ) উনি লাবাং (ঙ) উনি প্ৰান (চ) উনি চিদাংবুঁৰি।

(২) কাৰা— শাখাবোৰ (ক) কাৰা চুঁম্বিৰি (খ) কাৰা ভুৰলেং (গ) কাৰা বৌদুল (ঘ) কাৰা দেপা (ঙ) কাৰা মাট্ৰেক (চ) কাৰা পুঁদুং (ছ) কাৰা চাণ্ডাল।

(৩) কাণ্ড্ৰাং— শাখাবোৰ (ক) কাণ্ড্ৰাং হাদাম (খ) কাণ্ড্ৰাং মৌন্দু (গ) কাণ্ড্ৰাং ভোগ (ঘ) কাণ্ড্ৰাং হুঁচুল।

(৪) পুঁঞ্চিবক— শাখাবোৰ (ক) পুঁঞ্চিবক গণ্ডক (খ) পুঁঞ্চিবক মাৰগাম।

(৫) কামা— শাখাবোৰ (ক) কামা ৰাজনজি (খ) কামা মচন্ত (গ) কামা চিকাম (ঘ) কামা ৰাভা।

(৬) মুঁজি (মোজা)— শাখাবোৰ (ক) মুঁজি প্ৰান (খ) মুঁজি ৰবৰ (গ) মুঁজি কাৰা (ঘ) মুঁজি টোপ (ঙ) মুঁজি দোং (চ) মুঁজি চাম্পাৰ (ছ) মুঁজি ছুচুক (জ) মুঁজি তুঁবুক (ঝ) মুঁজি হুঁদুঁল (ঞ) মুঁজি টোপল (ট) মুঁজি ভোগ

(৭) বাঙ্কা— শাখাবোৰ (ক) বাঙ্কা জিকাই (খ) বাঙ্কা দাহাই (গ) বাঙ্কা ছাগ (ঘ) বাঙ্কা ছুচুক (ঙ) বাঙ্কা মাট্ৰেক (চ) বাঙ্কা ভোগ (ছ) বাঙ্কা বাঠাও (জ) বাঙ্কা বাহ (ঝ) বাঙ্কা বাঙ্ক (ঞ) বাঙ্কা কুমাৰ (ট) বাঙ্কা চলে (ঠ) বাঙ্কা নক (ড) বাঙ্কা ছাহাম (ঢ) বাঙ্কা উনবৰ।

(৮) নাক্ৰা— শাখাবোৰ— (ক) নাক্ৰা গুগুক (খ) নাক্ৰা চিক্ৰা টাংৰা (গ) নাক্ৰা ছুটুং।

(৯) চাপাৰ (১০) দাপাৰ (১১) বাৰবট (১২) দক্পা (১৩) ৰঙাক (১৪) মামান (লাক্মান) (১৫) লাক্বাক (১৬) মৰজা (১৭) নগিলোং (১৮) ছুৰ্জিনাং (১৯) হাইৰুনাং (২০) চলেং (২১) ছুঁখুঁৰ (২২) লাংগাচা (২৩) ৰংগাদা (২৪) মৰ্দা (২৫) জাৱজা (২৬) ৰাংসোং (২৭) মুৰ্জি (২৮) ব্ৰাংচেঙ (২৯) দাদজা (৩০) দাৱন (৩১) দুদুৰ (৩২) দুঁখুক (৩৩) দ্লাং (৩৪) ৰবজো (৩৫) দুখুৰ (৩৬) ৰাজকুমাৰ (৩৭) ৰাউক (৩৮) কেৰাঙৰ (৩৯) কেপা (৪০) নুঁশিনাং (নেগেন নাং) (৪১) ডেলেং (৪২) ডাকে (৪৩) দুঁজে (৪৪) চিনচেট (৪৫) চিংলাং (৪৬) ছুঁক (৪৭) ৰাবি (৪৮) দাক্লিং (৪৯) ৰান্নাং (ভাজনাং)

(৫০) নালং (৫১) দোলোং (৫২) ৰংচাম (৫৩) বাগ চুঁকুঁল (৫৪) হুমৰী (৫৫) লাংচা কুমাৰ (৫৬) মুঁজি ঠগ (৫৭) ৰংবাক (৫৮) লক্‌বক্ (৫৯) ছৌৰজিনাং (৬০) ছুঁঘুং (৬১) টাংগই (৬২) তাবাক (৬৩) চাম্‌পেটি (৬৪) লাচং (৬৫) পাৰাম্‌দাম (৬৬) চাগুাল (৬৭) বাক্‌ছেম (৬৮) নালাংছা (৬৯) ৰোহৰ (৭০) ছামদাই (৭১) হুংলানি (৭২) কংদম (৭৩) হেংছাৰাং (৭৪) দাৰবা (৭৫) হুঁছু নানাকুটি (৭৬) নাপ্ৰান (৭৭) চম্পক (৭৮) দাৰবা হাচু (৭৯) দৰবোথ (৮০) দপৰ (৮১) দুৰুংগা (৮২) হেংচৰং (৮৩) হৰ্দক (৮৪) লাম্ভোং (৮৫) লোগোবক (৮৬) মুঁছিতক (৮৭) পঞ্জিবক (৮৮) টন্দে (৮৯) ছুঠিৰ (৯০) মেচেং ইত্যাদি।

কোচা ৰাভাৰ হুঁকসমূহৰ নাম—

(১) (ক) কেন্‌চাম (খ) লেম (গ) লুংচুং (ঘ) মেজেং
(২) (ক) কামা (খ) দোল্‌পা (গ) বান্ধা
(৩) (ক) বান্ধা (খ) উনি (গ) হাইফাং (ঘ) কামা
(৪) (ক) নক্ৰা (খ) লুংচুং (গ) চোলেং
(৫) (ক) ৰংবাক (খ) কামা (গ) দোল্পা (ঘ) উনি (ঙ) বান্ধা
(৬) (ক) মুঁজি (খ) নক্ৰা (গ) কাণ্ট্ৰাং (ঘ) টাংগই
(৭) (ক) চোলে (খ) নক্ৰা (গ) কাণ্ট্ৰাং
(৮) (ক) মুঁজি (খ) ছুঁৰজিনাং (গ) টাংগই (ঘ) কেন্‌চাম
(৯) (ক) কাৰা (খ) হুঁৰি (গ) কাণ্ট্ৰাং (ঘ) লেম
(১০) (ক) দাংদং (খ) দাম্বত (গ) ছুঁৰজিনাং
(১১) (ক) টাংগই (খ) মুঁজি (গ) চাপাৰ (ঘ) হুঁৰি
(১২) (ক) ছুম্বিৰ (খ) ছুঁৰজিনাং (গ) নাপ্ৰান (ঘ) কাৰা
(১৩) (ক) মেজেং (খ) লেম (গ) কেন্‌চাম্
(১৪) (ক) কাম (খ) দোল্‌পা (গ) ৰংবাক
(১৫) (ক) কাণ্ট্ৰাং (খ) পামবি (গ) কাৰা ইত্যাদি।

ওপৰৰ উল্লেখিত ৰংদানি, মায়তাৰি, পাতি আৰু দাহৰি ৰাভাৰ 'বাৰায়'ৰ লগত কোচা ৰাভাৰ হুঁচুকৰ কেইটামান নামৰহে মাথোন মিল দেখা যায়। বাকীবোৰ সম্পূৰ্ণ অমিল। ৰাভাৰ 'বিটলীয়া' আৰু 'টোটলা' শাখাৰ 'বাৰায়'ৰ নাম পোৱা নাযায়।

ওপৰত উল্লেখিত বাৰায়-ৰবিবোৰ ৰাভা জনজাতিৰ সকলো উপ-গোষ্ঠীতে বিদ্যমান। তেওঁলোকে বিশ্বাস কৰে যে, 'ৰবি' বা 'হুক' অন্তৰ্ভুক্ত 'বাবায়' বা 'হুঁচুং' সমূহ অতীতত পাৰম্পৰিক প্ৰিয় বান্ধৱ আছিল। এই বন্ধুত্বৰ বিটো 'গোট' তাকেই 'ৰবি' বা 'হুক' বোলে। তেওঁলোক সম্বন্ধ থকা হেতুকে একে বাবায়ৰ মাজত বিবাহ নিষিদ্ধ। অৰ্থাৎ—বন্ধুত্ব প্ৰীতি

বাজোন বকাৰ্থে এৱে 'ছুবি'ৰ অন্তৰ্গত 'বাবায়' সমূহৰ মাজতো বিবাহ নিষিদ্ধ। এই 'বাবায়' বা 'ছুবি'বোৰ বাভা সমাজৰ অসবৰ্ণ বিবাহৰ চিহ্ন। সেই ভাহানি কালতেই সমাজে ইয়াক স্বীকৃতি দিছে।

সমাজ নীতিৰ পৰিবৰ্তনৰ লগে লগে এই প্ৰথাৰ বাজোন ক্ৰমে শিথিল হৈ আহিলেও ৰংদানি, মায়তাৰি, আৰু কোচা বাভাৰ মাজত এতিয়াও চলি আহিছে। পাতি, বিটলীয়া আদি বাভাৰ মাজত এই প্ৰথাৰ শিথিলতা দেখা যায়। সমাজে বিবাহ সংক্ৰান্তত এইবোৰৰ আঁতিগুৰি বিচাৰিহে স্বীকৃতি দিয়ে। কেতিয়াবা আঁতিগুৰি উলিয়াওঁতে ভু লৈ—বিবাহৰ পিছত একে 'বাবায়' বা 'ছুবি'ৰ মাজত বিয়া সম্পন্ন হোৱা জাত হলে সমাজেই দম্পতীক বিচ্ছেদ কৰাই দিছিল। কালৰ সোঁতত সমাজৰ এই কট্‌কটীয়া বাজোন শিথিল হৈ গৈছে। ভুলবশতঃ বিবাহ সম্পন্ন হৈ গলেও পতি-পত্নীৰ ইচ্ছা সাপেক্ষে উদ্ধাৰ প্ৰায়শ্চিত্ত কৰি সমাজত স্থান দিয়াৰ বিধি ব্যৱস্থা হৈছে। এই বিধি ব্যৱস্থা সমাজ অনুসৰি বেলেগ বেলেগ দেখা যায়।

## ৰবলা বা বিধবাৰ বিবাহ ব্যৱস্থা

বাভা সমাজত 'ৰবলা' বা 'বিধবাৰ' বিবাহ ব্যৱস্থা অতীজৰে পৰা চলি আহিছে। এই প্ৰথা সমাজ স্বীকৃত । যুগ্ম-জীৱন যাপনৰ সময়ত কোনো পতি বা পত্নীৰ আকস্মিক বিয়োগ ঘটিব পাৰে। পতিৰ মৃত্যু হলে পত্নী 'জাৰী/ বাৱী'(বিধবা) আৰু পত্নীৰ মৃত্যু হলে পতি 'জাৰা/বাৱা'(ৰবলা) হয়। তেতিয়া তেওঁলোক প্ৰত্যেকে অকলশৰীয়া জীৱন-যাপন কৰিব লগীয়া হয়। তেনে অৱস্থাত কোনো ৰবলা বা বিধবাই তাৰ পত্নী বা পতিৰ বাবায়ৰ মাহাৰী সম্প্ৰদায়ৰ পৰা 'খু'ম' ভাঙি নিজ ইচ্ছানুসৰি যি কোনো এজনক সামাজিক বিধি ব্যৱস্থা মতে 'পতি' বা 'পত্নী' হিচাবে গ্ৰহণ কৰিব পাৰে। কিন্তু সেই নৱ-মনোনীত পতি বা পত্নী নিজৰ 'বাবায়' বা 'ছুবি'ৰ অন্তৰ্ভুক্ত নহ'লেই হ'ল।

পতি-পত্নীৰ কিবা কাৰণত 'পাণ চিৰা-চিৰি' কৰি বিচ্ছেদ হব লগীয়া হলেও, সেই পতি বা পত্নীও আন এজনক 'পত্নী' বা 'পতি' ৰূপে নিৰ্বাচিত কৰি সামাজিক বিধি ব্যৱস্থা মতে 'বিবাহ' বা মিলন হব পাৰে। এই বিধিও সমাজ স্বীকৃত।

## পুষ্য-প্ৰথা (বেটাতাস)

বাভা সমাজত 'পুষ্য প্ৰথা' আছে। কোনো দম্পতী যিকোনো কাৰণতেই হওক—নিঃসন্তান হলে, আন কোনোবাৰ মাউৰা বা মাউৰী সন্তানক পুষ্য হিচাবে গ্ৰহণ কৰি লব পাৰে। কোনো ডাঙৰ ল'ৰা ছোৱালীকো গ্ৰহণ কৰিব পাৰে। নিজৰ ল'ৰা ছোৱালী থকা মানুহেও গ্ৰহণ কৰিব পাৰে। পুষ্য গ্ৰহণ কৰিব লাগিলে বাইজৰ সন্মুখত ধৰ্মক সাক্ষী ৰাখি স্বীকৃতি দিব লাগে। তেতিয়াৰেপৰা সেই ল'ৰা বা ছোৱালী মানুহজনৰ পুষ্য-পুত্ৰ বা কন্যাৰূপে স্বীকৃতি পায়। এই

পুষ্য পুত্র বা কন্যাই পিতৃ বা মাতৃৰ অস্থাৱৰ বা স্থাৱৰ সম্পত্তিৰ সম্পূর্ণ নহলেও কিছু অংশৰ অধিকাৰী হয়। ওৱাৰিশ সকলৰ কোনো আপত্তি নাথাকিলে সম্পূর্ণ সম্পত্তিৰো অধিকাৰী হোৱা দেখা যায়। সমাজক এটা ভোজ দিব লাগে।

## দায়-প্রথা

'দায়' প্রথাও পুষ্য প্রথাৰ দৰেই। কোনো মানুহৰ মাক-বাপেক, ভাই-ভনী নাথাকিলে— আন কোনো শ্রদ্ধাবান বা স্নেহাস্পদক মাক-বাপেক বা ভাই-ভনী হিচাবে ৰাইজক স্বীকাৰোক্তি দি গ্রহণ কৰিব পাৰে। এনে ক্ষেত্রত সম্পত্তিৰ বিশেষ অধিকাৰ নাথাকে, ইচ্ছা কৰিলে কোনোবাই দান সূত্রে দিব পাৰে। পুষ্য হওঁতাই পুষ্য গ্রহণকাৰীৰ এক পৰিয়ালভুক্ত হৈ থাকিব লাগে, কিন্তু 'দায় প্রথাত' থাকিব নালাগে। ইয়াক ধর্ম পিতা-মাতা (বাপদায়) বা ভাই-ভনীৰ স্বীকাৰ কৰি লোৱা বোলে। এই ক্ষেত্রতো সমাজক ভোজ দিব লগীয়া হয়।

## বিচ্ছেদ-প্রথা

অতীজৰে পৰা ৰাভা সমাজত বিচ্ছেদ প্রথা চলি আহিছে আৰু এতিয়াও চলি আছে। তলত তাৰ বিৱৰণ দিয়া হল।

যুগ্ম-জীৱনত পতি-পত্নীৰ মনোমালিন্য যেতিয়া গাঢ় হৈ উঠে, তেতিয়াই বিচ্ছেদ হোৱাটো স্বাভাৱিক হৈ পৰে। পতি- পত্নীৰ অমিল হলে, পত্নীয়ে তাইৰ পিতা-মাতাৰ ঘৰত গৈ থাকিব পাৰে ; তাক সমাজ-স্বীকৃত বিচ্ছেদ বুলি ধৰি লোৱা নহয়। সিহঁতৰ পতি-পত্নীৰ সম্বন্ধ বিচ্ছেদ হৈ নপৰে। মনৰ অশান্ত গতি ঘূৰি আহিলেই পুনঃ মিলন হৈ সাংসাৰিক জীৱন-যাপন কৰিব পাৰে। আজীৱন বিচ্ছেদ অৱস্থাতো থাকিব পাৰে ; কিন্তু পতি-পত্নীৰ অধিকাৰ (খু'ম) মৃত্যুৰ আগ মুহূর্তলৈ বলবৎ থাকে, যদিহে ইতিমধ্যে 'পাণ চিৰা-চিৰি' ব্যৱস্থা নহয।

সঙ্গত কাৰণ বিনা পতি বা পত্নীয়ে বিচ্ছেদৰ প্রস্তাৱ উত্থাপন কৰিব নোৱাৰে। তেনে ক্ষেত্রতো এক পক্ষীয় বিচ্ছেদ হ'ব লগা হ'লে প্রস্তাৱকে (পতি বা পত্নী) সমাজৰ বিধি ব্যৱস্থা মতে দণ্ডনীয় হব লাগে।

যদি যুগ্ম-জীৱনত গিৰীয়েকে পত্নী তথা ল'ৰা-ছোৱালীবিলাকৰ ভৰণ পোষণ কৰিবলৈ অপাৰগ হয়, তথাপিও পত্নীয়ে তাইৰ পতি বা স্বামীৰ পৰা আঁতৰি যাব নোৱাৰে, নাইবা বিচ্ছেদৰ প্রস্তাৱ উত্থাপন কৰিব নোৱাৰে।

সাধাৰণতঃ এজন গিৰিয়েকে এজন পত্নীৰ উপৰিও দ্বিতীয় পত্নী গ্রহণ কৰিলে, দুই পত্নীৰ মাজত মনোমালিন্য হোৱাৰ সম্ভাৱনা থাকে। তেনে ক্ষেত্রতো কোনোমতেই বিচ্ছেদ হব নোৱাৰে, যদিহে গিৰিয়েকে কোনো পত্নীক কোনো প্রকাৰৰ অত্যাচাৰ নকৰে।

ৰাভা সমাজে কোনো দম্পতীৰ ব্যভিচাৰ কামনা নকৰে। যদি কোনো পত্নীয়ে পৰ পুৰুষ

গামী হয়, আৰু ই যদি সমাজৰ বিচাৰত প্ৰমাণিত হয়, তেন্তে গিৰিয়েকে ইচ্ছা কৰিলে, সেই পত্নীৰ পৰা বিচ্ছেদ হব পাৰে; ই সমাজৰ বিধি স্বীকৃত। কিন্তু পুৰুষৰ বেলিকা যদি এই ব্যভিচাৰ হয়, তেন্তে পত্নীয়ে বিচ্ছেদৰ দাবী বা প্ৰস্তাৱ উত্থাপন কৰিব নোৱাৰে। গিৰিয়েকৰ ক্ষেত্ৰত মাথোন দায়-দণ্ডৰ দ্বাৰাই সামাজিক শাস্তিৰ বিধান কৰি তাৰ চৰিত্ৰ সংশোধন কৰিবলৈ চেষ্টা কৰা হয়।

বিধিগত ভাবে বিবাহ সম্পন্ন হৈ যোৱাৰ পিছত যদি আন সমাজৰ পৰা একে 'বাৰায়' বা 'হুৰি'ৰ মাজত বিবাহ হোৱা বুলি প্ৰমাণিত হৈ যায়, তেন্তে সেই দম্পতীক সমাজে বিচ্ছেদ কৰাই দিয়াৰ প্ৰথা আগতে আছিল। বৰ্তমান এনে পৰিস্থিতিৰ উদ্ভৱ হলে 'বাৰায়' বা 'হুৰি'ৰ উদ্ধাৰ প্ৰায়শ্চিত্ত কৰি এই দম্পতীক সমাজতে স্থান দিয়াৰ ব্যৱস্থা হৈছে।

## 'পাণ চিৰা' প্ৰথা

বিচ্ছেদ হবলৈ হলে প্ৰস্তাৱকে (পতি বা পত্নী) সমাজৰ মানুহক মাতি তেওঁলোকৰ সন্মুখত উপযুক্ত কাৰণ দৰ্শাবি লাগে। সমাজে বিচাৰ-বিবেচনা ক্ৰমে উভয়ৰে স্বীকাৰোক্তি গ্ৰহণ কৰে। স্বীকাৰোক্তিৰ পিছত বিচ্ছেদ সন্মত হলে সমাজৰ পুৰোহিতে চোতালত ধৰ্মৰ নামত চাকি-বন্তি জ্বলাই পতি-পত্নীক বিপৰীত মুখাকৈ থিয় কৰায়। বিচ্ছেদৰ সময়ত পতি - পত্নী দুয়োজনে উভয়ৰ ফালে পিঠি দি থিয় হৈ পিছফালে এখিলা পাণ লয়। পাণ খিলাৰ এফালে গিৰিয়েক আৰু আন ফালে পত্নীয়ে ধৰি সমাজৰ নিৰ্দেশমতে একে সময়তে টান মাৰি চিৰি পেলাই দুয়োজনৰ মাজত থকা পতি-পত্নীৰ সম্বন্ধ চিৰদিনলৈ বিচ্ছিন্ন কৰি পেলায়। এই সময়ত সমাজৰ পুৰোহিতে ধৰ্মক সাক্ষী কৰি সিহঁতৰ বিচ্ছেদৰ কাৰণ বৰ্ণনা কৰি ধৰ্মৰ নামত ধ্বনি তোলে। সেইদিনাৰপৰাই সিহঁতক সমাজে ভাই-ভনীৰ সম্বন্ধ ঘটাই দিয়ে। তেওঁলোকৰ (সমাজৰ) বিশ্বাস—যিজনৰ হাতত পাণৰ অংশ বেচি থাকে , সেইজনেই প্ৰথমে নতুন ঘৰ-সংসাৰ কৰাৰ সৌভাগ্যৰ অধিকাৰী হয়। কোনো কোনো সমাজত পুৰোহিতেহে ধৰ্মক সাক্ষী কৰি এখিলা পাণ দুভাগ কৰি চিৰি পেলায়। ইয়াকে ৰাভা সমাজৰ 'পাণ-চিৰা' প্ৰথা বোলে।। পাণ চিৰাৰ পাছত সিহঁতে পুনঃ পতি- পত্নীৰ অধিকাৰৰ দাবী কৰিব নোৱাৰে, বা সেই একেই পৰিয়ালত বসবাস কৰি জীৱন-যাপন কৰিব নোৱাৰে। অন্যথায়—সিহঁত দুয়ো সমাজ দণ্ডনীয় হব লাগে। এই বিধি ব্যৱস্থা মতে সিহঁত প্ৰত্যেকেই পোন্ধৰ টকাকৈ সমাজক দণ্ড দিব লাগে।

এই বিচ্ছেদৰ পিছতো যদি সিহঁতে অনুতপ্ত হৈ পুনঃ পতি-পত্নী হিচাবে দাম্পত্য-জীৱন যাপন কৰিবলৈ ইচ্ছুক হয়, তাতো কোনো বাধা নাথাকে। কিন্তু যি সমাজৰ সাক্ষাতত এই বিচ্ছেদৰ কাম সমাধা হৈছিল, সেই সমাজক মাতি সামাজিক বিধি-ব্যৱস্থা মতে দণ্ডনীয় হৈ পতি-পত্নী হিচাবে পুনৰ্মিলন হব পাৰে।

# 'খু'ম' আৰু 'বাৰ মাহাৰী' প্ৰথা

ৰাভাসকলৰ 'মাহাৰী' প্ৰথাৰ এক বিশেষত্ব আছে। 'মাহাৰী' কাক বোলে? একে 'বাৰায়' বা 'হু'চুগ'ৰ মহিলা সম্প্ৰদায়েই 'মাহাৰী'? সন্মিলিত ভাবে মাহাৰী সকলৰ দাবীৰ অধিকাৰ থকা হেতুকে 'ৰাৰ মাহাৰী' কোৱা হয়। আগতেই উল্লেখ কৰি অহা হৈছে যে, মাকৰ 'বাৰায়' বা 'হু'চুগ' অনুসৰি তেওঁৰ ল'ৰা-ছোৱালীবিলাকৰ 'বাৰায়' বা 'হু'চুগ' নিৰ্ণয় হয়। তলত মাহাৰী অধিকাৰ আৰু স্বত্বৰ বিষয়ে আলোচনা কৰা হ'ল।

যদি কোনো মানুহৰ ঘৈণীয়েকৰ মৃত্যু হয়, আৰু যদি তাৰ পৰিয়াল বা সংসাৰ পৰিচালনাত অসুবিধা থাকে বা সতি-সন্তান কামনা কৰি পুনঃ আন এজনী ঘৈণীয়েক সামাজিক বিধি ব্যবস্থামতে গ্ৰহণ কৰিবলৈ ইচ্ছা কৰে, তেন্তে সি তাৰ ঘৈণীয়েকৰ 'বাৰায় সংশ্লিষ্ট মহিলা সম্প্ৰদায়ৰপৰা অনুমতি লব লাগে।'বাৰ মাহাৰী'য়ে উপযুক্ত কাৰণ বিবেচনা কৰিলে অনুমতি দিয়ে। জীয়েকেও অনুমতি দিব পাৰে। যদি তেওঁৰ দ্বিতীয় ঘৈণীয়েক গ্ৰহণ কৰাৰ বয়স নাথাকে বা সংসাৰ পৰিচালনাৰ উপযুক্ত ল'ৰা-ছোৱালী আছে, একোৰে অভাৱ অভিযোগ নাই, তেনে ক্ষেত্ৰত বাৰ মাহাৰীয়ে অনুমতি নিদিবও পাৰে। এনেকৈ 'বাৰ মাহাৰী'ৰ পৰা অনুমতি লোৱাকে 'খু'ম' বা 'খৌম' প্ৰথা বোলে। 'খু'ম' মানে অনুমতি প্ৰাপ্ত হোৱা।

বাৰ মাহাৰীৰ অনুমতি বিনা কোনো ৰবলাই আন এজনী ঘৈণীয়েক গ্ৰহণ কৰিব নোৱাৰে। অন্যথায় মাহাৰীসকলে আহি তাৰপৰা বিধিগত ভাবে দণ্ড আদায় কৰিব পাৰে। এই দণ্ডৰ নিৰিখ কি আছিল জনা নাযায়। বৰ্তমান বাৰ টকা দণ্ডৰ নিৰিখ নিৰ্দ্ধাৰিত হৈছে। সেই ৰবলাৰ কোনো জীয়েক নাথাকিলে—মৃত ঘৈণীয়েকৰ নামীয় স্থাবৰ সম্পত্তি, যেনে, জমা-জমি আদি আৰু অস্থাবৰ সম্পত্তি, যেনে—অলংকাৰ পাতি, পোচাক পৰিচ্ছদ, বয়নৰ সঁজুলি আদি ব্যবহাৰ্য সামগ্ৰীবোৰ মাহাৰীসকলে কাঢ়ি লৈ ভগাই লব পাৰে। ঘৈণীয়েকৰ মৃত্যুৰ দিনৰপৰা এমাহলৈকে গিৰিয়েকে দাড়ি-গোঁফ খুৰোৱা, চুলি কটা, নখ কটা, খাৰ বা চাবোনেৰে মূৰ ধুৱা, মূৰত তেল দিয়া কাম কৰিব নোৱাৰে। অন্যথায় বাৰ মাহাৰীয়ে দণ্ড বিধান কৰিব পাৰে।

ঘৈণীয়েকৰ জীবিত অৱস্থাতো যদি গিৰিয়েকে মদৰ নিচাত বা খঙৰ ভমকত ঘৈণীয়েকক মাৰপিট কৰি জখম কৰে, নাইবা ঘৈণীয়েকক মাৰপিট কৰিব নোৱাৰি তাইৰ ব্যৱহাৰ্য তাঁত শালৰ যি কোনো সামগ্ৰী কাটে, পিন্ধা উৰা কানি-কাপোৰ চিৰি পেলায়, নাইবা মাছমৰা সৰঞ্জামবোৰ ভাঙি পেলায়, তেনে ক্ষেত্ৰতো মাহাৰীসকলে আহি তাক দণ্ড বিধান কৰিব পাৰে। তদুপৰি ঘৈণীয়েকৰ সন্মান হিচাবে পাঁচ টকা আদায় কৰি ঘৈণীয়েকক দি যায়। এই বিধি সমাজ-স্বীকৃত। সমাজে 'মাহাৰী প্ৰথাৰ' ওপৰত কোনো হস্তক্ষেপ নকৰে। বৰং মাহাৰীৰ বিচাৰ নামানিলে মাহাৰীৰ দণ্ড আদায় কৰি দিয়াৰ উপৰিও অতিৰিক্ত ভাবে সমাজে দণ্ড বিধান কৰে।

যদি কোনোবাই বাৰ-মাহাৰীৰ দণ্ড বিধান অমান্য কৰে, তেন্তে মাহাৰীসকলে তাৰ ঘৰত পোহা ভাতৰ গাহৰি এটা গঁড়ালৰ পৰা জোৰ পূৰ্বক হানি লৈ গৈ ভোজ খায়। গাহৰি

নাথাকিলে কুকুৰা, হাঁহ, পাৰ আদি যি পায় ধৰি নিব পাৰে। ইয়াত আত্মীয় কুটুম্ব বা তাৰ সংশ্লিষ্ট 'বাৰায়'-'হুৰি'ৰ মানুহে কোনো বাধা দিব নোৱাৰে। অন্যথায় তেওঁলোকো সমাজত দণ্ডাৰ্হ হ'ব লাগে।

বিধবা পত্নীৰ ক্ষেত্ৰতো এই একেই বিধি প্ৰযোজ্য। ইয়াকেই 'ৰাৰ মাহাৰী' প্ৰথা বোলে।

## পিতৃ-মাতৃৰ প্ৰাধান্যঃ সম্পত্তিৰ অধিকাৰ

সমাজ গাঁথনিৰ ফালৰপৰা লক্ষ্য কৰিলে দেখা যায় যে, ৰাভা সমাজ পোনতে মাতৃ-প্ৰধান সমাজ আছিল। ক্ৰমে পিতৃ-প্ৰধান সমাজলৈও ৰূপান্তৰিত হৈছে। উত্তৰাধিকাৰ সূত্ৰ, কৰ্তৃত্ব স্থলাভিষিক্ত, বংশানুক্ৰমণ বিবাহৰ পিছত পতি-পত্নীৰ বাসস্থান-এইবোৰলৈ লক্ষ্য ৰাখি এখন সমাজ পিতৃ-প্ৰধাণ নে মাতৃ-প্ৰধান তাক নিৰ্ণয় কৰা হয়। বিয়াৰ পিছত দৰাৰ ঘৰলৈ যদি কন্যা অনা হয় আৰু সেই কন্যাজনী দৰাৰ বাপেক-মাকৰ সৈতে একে পৰিয়াল ভুক্ত হৈ থাকে, তেনে পৰিয়ালৰ সমাজক পিতৃ-প্ৰধান সমাজ বোলা হয়। এই কালৰপৰা ৰাভা সমাজ পিতৃ-প্ৰধান। আনহাতে যদি বিয়াৰ পিছত দৰাইহে কন্যাৰ ঘৰলৈ যাব লগা হয়, তেনেকুৱা সমাজক মাতৃ- প্ৰধান সমাজৰ অন্তৰ্ভুক্ত কৰা হয়। গাৰো, খাচী আদি জাতিৰ সমাজ তদ্ৰূপ। মাতৃ-প্ৰধান সমাজৰ প্ৰথা অনুসৰি ছোৱালীৰ হাতত সকলো ক্ষমতা, ল'ৰাৰ হাতত কোনো ক্ষমতা নাথাকে। ৰাভা সমাজৰ 'নোক ধাকোয়' (ঘৰ জোঁৱাই) বিয়াৰ ব্যৱস্থাক মাতৃ-প্ৰধান বুলি ধৰি লব পাৰি।

ৰাভা সমাজৰ বিভিন্ন অঙ্গবোৰ সম্যকভাৱে গৱেষণা কৰি চালে দেখা যায় যে ল'ৰা ছোৱালীয়ে মাকৰ 'বাৰায়' (হ'ছুগ) অন্তৰ্ভুক্ত হয়। অৰ্থাৎ যদি পিতাকৰ 'বাৰায়' 'ৰংখো' আৰু মাকৰ 'বাৰায়' 'চুৰচুং' তেন্তে ল'ৰা-ছোৱালীৰ 'বাৰায়' হ'ব 'চুৰচুং'। এই প্ৰথামতে ৰাভাসকলক মাতৃ-প্ৰধান বুলি ধৰিব পাৰি। উত্তৰাধিকাৰ সূত্ৰৰ পৰা চালেও দেখা যায় যে, মাকৰ বাৰায়ৰ ফালৰ পৰা যিমানবোৰ বাৰায়ৰ জন্ম হয়, সেইবোৰেই 'মাহাৰী' আৰু তেওঁলোকৰ মাহাৰীসূত্ৰে বা মাহাৰী স্বত্বানুযায়ী নিকটস্থ মাহাৰীৰ সম্পত্তিৰ অধিকাৰত পূৰ্ণ দাবী থাকে। এই একেই মাহাৰীৰ বাৰায়ভুক্ত কোনো পুৰুষে সেই সম্পত্তিৰ দাবীৰ কোনো হেতু নাথাকে। এই ফালপৰা ৰাভাসকলে মাতৃ-প্ৰধান।

আকৌ একে বাৰায় ভুক্ত নহলেও পিতৃ-পুৰুষৰ সম্পত্তিৰ অধিকাৰী হয়। তাৰ পুত্ৰ-পৌত্ৰাদি সকলোৰে এই দাবীৰ অধিকাৰ থাকে। এজন পিতৃৰ যদি সতি-সন্তান নোহোৱাকৈ মৃত্যু হয়, তেওঁৰ সহোদৰ ভায়েক-ককায়েকসকলে প্ৰথম অধিকাৰী হিচাবে দাবী কৰিব পাৰে। স্থলাভিষিক্তও হয় পিতৃ-প্ৰধান সমাজৰ প্ৰথামতে। ঘৰৰ সৰ্বময় কৰ্তা বাপেক, মাক নহয়। গাৱঁৰ সামূহিক পূজা-পাৰ্বণ আদিত পিতাকেহে পৰিয়ালৰ প্ৰতিনিধিত্ব কৰে। ঘৰৰা পূজা, ধৰ্ম সম্বন্ধীয় কৰ্মাদিত পিতাকেহে অগ্ৰভাগ পায়।

বিশেষ মন কৰিবলগীয়া কথা এই যে, যদি মৃতকৰ কোনো ভায়েক নাথাকে বা মৃতকৰ

পত্নীৰ কোনো ল'ৰা সন্তান নাথাকে, তেনেহলে তাইক ৰখাৰ নীতি সমাজত অপ্রচলিত। তেতিয়া তাই আন কোনো মানুহৰ লগত বিবাহ সূত্রত আবদ্ধ হব পাৰে।

কোনো বিধবা পত্নীক যদি মৃত গিৰিয়েকৰ ভায়েকসকলৰ কোনো এজনে গ্রহণ নকৰে আৰু যদি তাই মাক বাপেকৰ ঘৰলৈ গুচি আহে, তেন্তে মৃত গিৰিয়েকৰ সম্পত্তিৰ ওপৰত কোনো দাবীৰ অধিকাৰ নাথাকে। সেই সম্পত্তিৰ অধিকাৰী হয় তাইৰ ল'ৰা সন্তানহে।

কোনো বিধবা পত্নীৰ ল'ৰা আৰু ছোৱালী সন্তান থাকিলে, বিবাহৰ পিছত ল'ৰা সম্পত্তিৰ অধিকাৰী হয়, ছোৱালী নহয়। কিয়নো মাকৰ সম্পত্তিহে ছোৱালীয়ে পায়, বাপেকৰ সম্পত্তি নাপায়।

বিধবা পত্নীক আন কোনো বাৰায়ৰ মানুহে যদি পত্নী হিচাবে গ্রহণ কৰে, তেন্তে বিধবাৰ লগত অহা (আগৰ গিৰিয়েকৰ ঔৰষত জন্ম হোৱা) ল'ৰা সন্তানে নতুন বিবাহিত গিৰিয়েকৰ সম্পত্তিৰ ওপৰত কোনো অধিকাৰৰ দাবী কৰিব নোৱাৰে। এই সন্তানে আগৰ মৃত পিতাকৰ সম্পত্তিৰ অংশ পাবও পাৰে, নাপাবও পাৰে। সেইটো তাৰ মৃত বাপেকৰ 'দায়দী' বা স্বত্ববান ভাগীসকলৰ বিবেচনা আৰু অনুগ্রহৰ ওপৰতহে নির্ভৰ কৰে।

ৰাভা সমাজত পিতৃ-স্বত্ব আৰু মাতৃ-স্বত্ব এই দুটা অধিকাৰৰ প্রথা থাকিলেও বর্তমান সংশ্লিষ্ট দায়দী-ভাগীৰ বিবেচনা আৰু অনুগ্রহ ক্রমে কোনো সম্পত্তি বা তাৰ অংশ পিতৃ-স্বত্বলৈ দানসূত্রে ৰূপান্তৰ হোৱা দেখা যায়। এই প্রথা ৰাভাৰ সকলো শাখাৰ সমাজৰ দ্বাৰাই স্বীকৃত।

গাৰো আৰু খাছী সমাজত নাৰীৰ স্থান বৰ উচ্চ। ৰাভা সমাজৰ মাজত নাৰীৰ স্থান তদ্রূপ নহলেও—নাৰী, পুৰুষৰ তলতীয়া নহয়। পুৰুষেও নাৰীক কোনো আবর্জনা বুলি নাভাবে। মুঠতে সমাজত নাৰীৰ স্থান আছে।

প্রাচীন কালত 'কোচা ৰাভা' সমাজত নাৰীৰ স্থান-পুৰুষতকৈ উচ্চ আছিল। জীয়েকেই মাক-দেউতাকৰ সমূহ ধন-সম্পত্তিৰ উত্তৰাধিকাৰিণী আছিল। জীয়েকক ঘৰতেই ৰাখি উপযুক্ত ল'ৰাক চপনীয়া ৰাখি সামাজিক বিধিমতে বিয়া কৰাই দিছিল। তাকেই 'কেলাং দাঙি নেম্' (চপনীয়া প্রথা) বুলি কোৱা হয়। সেই কালত ল'ৰাবোৰে ছোৱালীবোৰৰ ঘৰলৈ গৈ চপনীয়া হব লাগিছিল আৰু বিয়াৰ পিছত গিৰিয়েকজনেই পৰিয়ালৰ 'মুৰব্বী' হৈ পৰিছিল, কিন্তু গিৰিয়েকজনে ধন-সম্পত্তিৰ কোনো অধিকাৰী হব নোৱাৰিছিল। বর্তমান এই গিৰিয়েকজনো ধন-সম্পত্তিৰ অধিকাৰী হৈ পৰিছে। এতিয়া কন্যাক বিয়া কৰাই দৰাৰ ঘৰলৈ অনাৰ প্রথা সমাজত প্রচলন হব ধৰিছে। ইয়াকে 'বৌ যৌতুক নেম্' প্রথা বুলি কোৱা হয়।

## সম্বন্ধ শব্দ

'সম্বোধন' শব্দৰ পিছত 'ব্রা' বিভক্তি যোগ কৰিলে 'সম্বন্ধ' শব্দ হয়।

| ক্রমিক নং | অসমীয়া | ৰাভা |
|---|---|---|
| ১ | ককাক | জুজুব্রা |
| ২ | আইতাক | বুদিব্রা/বিদিব্রা |
| ৩ | পিতাক/বাপেক | বাব্রা |
| ৪ | মাক | আয়াব্রা/আমায়ব্রা |
| ৫ | জেঠায়েক | ফাজংব্রো |
| ৬ | জেঠীয়েক | আয়চুব্রো/আকায়ব্রা/মাজংব্রো |
| ৭ | খুৰায়েক/দদায়েক | বাংবাংব্রো |
| ৮ | খুৰীয়েক | ছিছিব্রা |
| ৯ | মোমায়েক | মামাব্রা/মাম্‌ব্রা |
| ১০ | মামীয়েক | মানিব্রা |
| ১২ | পেহাক | মামাব্রা/মাম্‌ব্রা |
| ১৩ | পেহীয়েক | মানিব্রা |
| ১৪ | মহাক | বাংবাংব্রো/বাংব্রো |
| ১৫ | মাহীয়েক | আমাংব্রো |
| ১৬ | ককায়েক | দাদাব্রা |
| ১৭ | ভায়েক | মমোব্রা/ফজংব্রো |
| ১৮ | বায়েক | বিবিব্রা |
| ১৯ | ভনীয়েক | জিনিব্রা/জিনংব্রো (মহিলাৰ ক্ষেত্রত) জানাব্রা/জানংব্রো (পুৰুষৰ ক্ষেত্রত) |
| ২০ | ভিনীহিয়েক | গুমব্রা/গিমিব্রা |
| ২১ | খুলশালিয়েক | খুছিব্রা/আনংব্রা |
| ২২ | খুলশালীয়েক | পু'কছিব্রা/নু'ছিলব্রা |
| ২৩ | শহুৰেক | মামাব্রা/নেব্রা মুস্থ |
| ২৪ | শাহুয়েক | আয়াব্রা/নেব্রা মিচা |
| ২৫ | দেবৰেক | জংখব্রা/খোনব্রো |
| ২৬ | ননদেক | নু'নু'ব্রা/নিনাব্রা |

| ক্রমিক নং | অসমীয়া | বাড়া |
|---|---|---|
| ২৭ | নবৌয়েক | বুভিব্রা/জাবকব্রা |
| ২৮ | ভাই বোৱাৰীয়েক | ভাইসানীব্রা/বায়বুঝিব্রা |
| ২৯ | ভতিজাক | বংতেইছা/ভাতিজা |
| ৩০ | ভাতিজীয়েক | ইতেইছা/ ভাতিজী |
| ৩১ | ভাগিনেক | ভাগিনব্রা |
| ৩২ | ভাগিনীয়েক | নামচাকব্রা/নামছাব্রা |
| ৩৩ | ববজনাক | ফোব্রা |
| ৩৩ | জোঁৱায়েক | কিলাংব্রা/জাংব্রা |
| ৩৪ | বোৱাৰীয়েক | বুঝিব্রা/নামছাব্রা |
| ৩৫ | গিৰিয়েক | উ'স্বাব্রা/মিব্রা |
| ৩৬ | ঘৈণীয়েক | মিচিকব্রা |
| ৩৭ | বিয়েয়েক | বিয়াইব্রা |
| ৩৮ | বিয়েনীয়েক | বিয়ানীব্রা |
| ৩৯ | পুতেক | ছাব্রা-মুছা |
| ৪০ | জীয়েক | ছাব্রা-মিচা |
| ৪১ | শালপতিয়েক | দাদাব্রা/সাদুব্রা |
| ৪২ | নাতিয়েক | ছুব্রা মুছা |
| ৪৩ | নাতিনীয়েক | ছুব্রা মিচা |

## সম্বোধন শব্দ

| ক্রমিক নং | অসমীয়া | বাড়া |
|---|---|---|
| ১ | ককাদেউতা/আতা | আওয়া বুদা/জুজু |
| ২ | বুঢ়ী আই/আবু | আয়ে বুদি/উ'বু'ই<br>আমবুদি/বুদি/বিদি |
| ৩ | দেউতা/পিতা | আওয়া/বাউ/বাওয়া |
| ৪ | আইতা/মা | আমায়/আইয়া/আয়া |
| ৫ | জেঠা | ইতেই/ ফাজং |
| ৬ | জেঠী | আকাই/আইচুং/মাজং |
| ৭ | খুৰা | বাংবাং/বু'ংতু'ই |
| ৮ | খুৰী | উ'ন্তি/আমং/ঝিঝি |
| ৯ | মোমাই | মামা |
| ১০ | মামী | মু'নি/মামি |

| ক্রমিক নং | অসমীয়া | বাতা |
|---|---|---|
| ১১ | পেহা | মামা |
| ১২ | পেহী | মু'নি/মার্নি |
| ১৩ | মহা | বাংবাং/বু'ংতু'ই |
| ১৪ | মাহী | আমং |
| ১৫ | ককাই/দাদা | আদাগাদা/দাদা |
| ১৬ | সরু ভাই | আজং/মমো |
| ১৭ | বাইদেউ | বিবি |
| ১৮ | সরু ভনী | জিনং/আনাও/জানং |
| ১৯ | ভিনীহিদেউ | উ'মু'ং/গিমি |
| ২০ | খুলশালি ল'বা | আনং/মমো |
| ২১ | খুলশালি ছোৱালী | নুহিজ/মমো |
| ২২ | শহুবদেউতা | হু'/মামা/বাবা |
| ২৩ | শাহুআই | আয়া/নেই |
| ২৪ | দেবব | মমো/ বোমাং |
| ২৫ | ননদ | মমো/নু'বাং |
| ২৬ | নবৌ | জাবক/বুজি |
| ২৭ | ভাইবোৱাৰী | ভাইসানী/আনবো |
| ২৮ | ভতিজা | বংভৈইছ |
| ২৯ | ভাতিজী | ইভৈইছ |
| ৩০ | ভাগিন | বাগনাইছ/ভাগিনু |
| ৩১ | ভাগিনী | নামছাক/নামছ |
| ৩২ | ভাইশহব/ককজনাক | ফেল্লা/তাসুব |
| ৩৩ | জোঁৱাই | বিলাং/জাত্রাজাং |
| ৩৪ | বোৱাৰী | নামছ/বুনিত্রাতাং |
| ৩৫ | স্বামী | হু'খ/উ'মা/মিবা |
| ৩৬ | স্ত্রী/পত্নী | মিচিল/মিচিক |
| ৩৭ | বিয়ে | বিরাই |
| ৩৮ | বিয়েনী | বিরানী |
| ৩৯ | পুত্র/পো | ছরা মুছ/ছ-মিয়াছ |
| ৪০ | কন্যা/জী | ছামিচিক/ছরামিচা |
| ৪১ | শালপতি | হুংগাম/নাম্মা |
| ৪২ | নাতি | ছুরাবুরা/আবুব |
| ৪৩ | নাতিনী | আবুব/ছুরামিচা |

***

# চতুৰ্থ অধ্যায়

# ধৰ্ম

## ধৰ্ম-বিশ্বাস

প্ৰাচীন মানৱ সমাজত কিদৰে ধৰ্মৰ উৎপত্তি হৈছিল, তাৰ প্ৰকৃত সন্ধান সাংস্কৃতিক নৃতত্ত্বৰ বাহিৰে ধৰ্ম-তত্ত্বই দিব নোৱাৰে। পৃথিৱীৰ মানুহৰ সৃষ্টি কেনেকৈ হৈছিল? আদিম মানৱ সমাজখন কেনে আছিল? ভাষাৰ উৎপত্তি কেনেকৈ হৈছিল? আদিম মানৱ সমাজে খাদ্য সংগ্ৰহ আৰু উৎপাদন কিদৰে কৰিছিল? ইত্যাদি বিষয়সমূহ নৃতাত্ত্বিক জ্ঞান বিনে জনা নাযায়। ধৰ্মক এটা সামাজিক উপাদান বুলিহে ধৰিব পাৰি। এই ধৰ্ম আৰু মানৱ ইতিহাস এটা সনাতন বস্তু নহয়। কিয়নো, এটা ধৰ্মীয় চেতনা লৈ মানুহ পৃথিৱীত আৰ্বিভাৱ হোৱা নাছিল।

বিশ্ববৈচিত্ৰ্য বা সৃষ্টি, স্ৰষ্টা, জগতকাৰণ আদিৰ প্ৰশ্নৰ উত্তৰ আৰু তাৰ নিষ্পত্তিৰ চেষ্টা কৰা সূচনা—এই মানৱ সমাজত সৃষ্টিৰ সূচনাৰপৰাই ধৰিব পাৰি। সৃষ্টি-বৈচিত্ৰ্যৰ লগে লগেই অনুসন্ধিৎসু মানৱে জানিবলৈ ইচ্ছা কৰিলে এই সকলোবোৰৰ আদি আৰু অন্ত ক'ত। আৰু এই সবৰেই বা পৰিণতি কি? মানৱ স্তব্ধ আৰু বিশ্ববিমুগ্ধ হৈ গ'ল—তাৰ চাৰিওফালে প্ৰসাৰিত সৌন্দৰ্য্য-সমৃদ্ধ অনন্ত বিস্তৃত সৃষ্টিৰ বিকাশ দেখি আৰু তেতিয়াই মনত প্ৰশ্ন উদয় হ'ল—এই সৃষ্টিৰ অন্তৰালত কিবা সত্য আছেনে নাই? নে নিৰৰ্থক মিছা প্ৰহেলিকাই ইয়াৰ সৃষ্টি আৰু গতি।

এই প্ৰহেলিকাময় সৃষ্টিৰ কৰণ-কাৰণৰপৰাই আদিম মানৱ সমাজত দেৱ-দেৱতা, ভূত-প্ৰেত আদি অশৰীৰী শক্তিৰ প্ৰতি বিশ্বাস জন্মিল। আদিম মানৱ সমাজে তেতিয়াৰ পাৰিপাৰ্শ্বিক অৱস্থা আৰু তেওঁলোকৰ জ্ঞান জোখেৰে মানৱ সমাজৰ মঙ্গলামঙ্গল, ৰোগ-শোক আদি দেৱ-দেৱতা, ভূত-প্ৰেত আদিৰ ক্ৰিয়া বুলি ধৰি ললে, আৰু তেওঁলোকক সন্তুষ্ট কৰিবলৈ বিভিন্ন প্ৰক্ৰিয়াৰে, বিভিন্ন উপচাৰেৰে পূজা দিয়া বিধি নিৰ্দ্ধাৰণ কৰিলে। এইবোৰৰ বিশ্বাস আৰু পূজা প্ৰকৰণৰ বিধি আজিও বিভিন্ন অসংস্কাৰী জাতিৰ সমাজবোৰত চলিত হৈ আছে। বাভাও তেনে এটা জাতি। এই জাতিৰ মাজতো তেনেকুৱা দেৱ-দেৱতা, ভূত-প্ৰেতাদিৰ পূজা আবহমান কালৰপৰা পৰম্পৰাগতভাৱে প্ৰচলিত হৈ আহিছে।

## সৃষ্টি পাতনিৰ বিশ্বাস (Cosmology)

বাভাসকলৰ মতে—সৃষ্টিৰ আদিতে কেৱল জল বা পানীভাগহে আছিল। সৃষ্টিৰ আগতে ১৮ জন 'ৰিষি' (ঋষি) বা দেৱতা আছিল। এই দেৱতাসকলৰ মাজত 'ৰিসিমিচুং' সকলোতকৈ জ্যেষ্ঠ আৰু 'মৰান' বা সুৰিদা সকলোতকৈ কনিষ্ঠ আছিল। সৃষ্টিকৰ্তাৰ ইয়াত কনিষ্ঠ দেৱতা

নুমিলে প্ৰথমে কেকোঁবাৰ সৃষ্টি কৰে। কেকোঁবাই জলময় তলিৰপৰা বোকা মাটি আনি অতি সুন্দৰ এখনি পৃথিৱী সৃষ্টি কৰে।

তাৰ পিছত কেঁচুৰ সৃষ্টি কৰে। কেঁচুৱে সেই মাটিৰে গাঁঠি গাঁঠি পৃথিৱীৰ ওপৰভাগত পাহাৰ-পৰ্বত, নদ-নদী, খাল-বিল আদিৰ সৃষ্টি কৰে। শেষত সৃষ্টিকৰ্তাই নানা জীৱ-জন্তু, পোক-পৰুৱা, কীট-পতঙ্গ, হাবি-বন, গছ-লতা আদিৰ সৃষ্টি কৰে।

তাৰ পিছত এটা প্ৰকাণ্ড কাছৰ সৃষ্টি কৰি তাৰ ওপৰত এই সুন্দৰ পৃথিৱীখন স্থাপন কৰে। যেতিয়াই এই প্ৰকাণ্ড কাছটোৱে কোনো কাৰণ বশতঃ লৰচৰ কৰে, তেতিয়াই পৃথিৱীখন কঁপি উঠে। ইয়াকে ৰাভাসকলে ভুঁইকপ বা ভূমিকম্প হোৱাৰ কাৰণ বুলি বিশ্বাস কৰে। এতিয়াও কিছুমান ৰাভা বুঢ়া-বুঢ়ীয়ে তেওঁলোকৰ পো-নাতিসকলক এই সৃষ্টিৰ কাহিনী কোৱা শুনা যায়।

কিছুমান ৰাভাৰ মতে—ৰিছি দেৱতাই সকলোতকৈ ক্ষমতাশালী আৰু আদিম দেৱতা। ৰিছি এজন বুঢ়া দেৱতা আৰু তেওঁৰ এগৰাকী পত্নীৰ নাম 'চাৰিপক্'। এই দেৱ-দেৱীক স্বৰ্গত (ৰাংক্ৰোং) থকা বুলি ৰাভাসকলে বিশ্বাস কৰে। এওঁলোকেই পৃথিৱী সৃষ্টি কৰিবলৈ ইচ্ছা কৰিলে। এই ৰিছি দেৱতাৰ আদেশমতেই 'তাক্ বাবা' নামে এজন দেৱতাই এই সুন্দৰ পৃথিৱীখন সৃষ্টি কৰি—লগতে মানুহ, জন্তু, চৰাই-চিৰিকতি, কীট-পতঙ্গ, পাহাৰ-পৰ্বত, নদ-নদী, খাল-বিল আদিৰ সৃষ্টি কৰে। তাক্ বাবাই এই সুন্দৰ পৃথিৱীখন সৃষ্টি কৰিলেও—ৰাভাসকলৰ ই উপাস্য দেৱতা নহয়। এই সৃষ্টি পাতনি মতে ৰাভাসকলৰ প্ৰধান উপাস্য দেৱতা হ'ল—'ৰিছি' আৰু 'চাৰিপক্'। ৰাভাসকলৰ 'সৃষ্টি পাতনি' 'অনাদি পাতন'ৰ 'সৃষ্টি পাতনি'ৰ লগত সাদৃশ্য থকা দেখা যায়।

## জন্মান্তৰবাদ (Reincarnation)

ৰাভাসকলে জন্মান্তৰবাদ বিশ্বাস কৰে। 'ইহলোক' আৰু 'পৰলোক' বুলি যে জীৱৰ স্থান আছে—ইহলোকৰ পাপ-পুণ্যৰ বিচাৰ যে পৰলোকত হয়—ইহলোকৰ কৰ্মফল অনুযায়ী পৰলোকৰ বিচাৰ ক্ৰমে এই সংসাৰত পুনঃ মানুহ, জীৱ-জন্তু, কীট-পতঙ্গ, তৰু-তৃণাদি ৰূপে জন্ম লাভ কৰিব লগা হয়—এই সকলোকে ৰাভাসকলে বিশ্বাস কৰে। তেওঁলোকে 'জীৱাত্মা পৰমাত্মাৰ' অস্তিত্ব স্বীকাৰ কৰে। যম দেৱতাই যে মানুহৰ পাপ-পুণ্যৰ বিচাৰ কৰি জীৱাত্মাক শাসন কৰে, তাক ৰাভাসকলে দৃঢ়বিশ্বাস কৰে। মৃত্যুৰ অধি বী 'যম' (যামৰাজা) ৰজাৰ ৰাজ্য এখন নিৰ্জন দ্বীপৰ ওপৰত স্থাপিত বুলি কল্পনা কৰে। যম ৰজাই জীৱৰ আয়ু টুটি গলে নিৰ্দিষ্ট সময়ত মানুহৰ পঞ্চভূতাত্মা নশ্বৰ দেহটোৰপৰা জীৱাত্মাক উলিয়াই নিবলৈ 'যমদূত' আৰু 'কালদূত'বোৰক আদেশ দিয়ে। সিহঁতে সেইমতেই কাম কৰে। ইয়াকে মৃত্যু হোৱা বুলি কয়। যমপুৰীত জীৱাত্মাৰ পাপ-পুণ্যৰ বিচাৰ আৰু যথাবিহিত ব্যৱস্থাৰ পিছত পুনঃ যমদূত, কালদূতবোৰেই যমৰজাৰ আদেশমতে এই সংসাৰলৈ জন্ম দিবলৈ লৈ আহে। তেওঁলোকৰ

মতে জীৱৰ জন্ম আৰু মৃত্যুৰ অধিকৰ্তা হৈছে যম। যমৰজাক তেওঁলোকে ধৰ্মৰাজ (ধৰম) বুলি মানে আৰু পূজাও কৰে।

## অধ্যাত্মবাদ (Spiritualism)

ৰাভাসকলে অধ্যাত্মবাদো স্বীকাৰ কৰে। মানুহৰ দেহটো যে পঞ্চভূত অৰ্থাৎ—ক্ষিতি (মাটি), অপ্ (পানী), তেজ (অগ্নি বা তাপ), মৰুৎ (বায়ু) আৰু ব্যোম্ (শূন্য)ৰ দ্বাৰা গঠিত—তাক স্বীকাৰ কৰি পাৰস্পৰিক ভাবে অহংকাৰ, গৌৰৱ, হিংসা, নিন্দা, ঘৃণা আদি কামৰপৰা আঁতৰত থাকিবলৈ ৰাভাসকলে মানুহক উপদেশ দিয়ে। জীৱাত্মাই পৰমাত্মাৰ লগত মিলন হৈ এই মায়াময় সংসাৰৰ তিক্ত বিষয়-বাসনাৰপৰা মুক্তি লাভ কৰাকে 'মৃত্যু' হোৱা বুলি ধাৰণা কৰে। সেয়ে মৃতজনৰ পৰিয়ালবৰ্গক মৃতজনৰ বাবে কোনো শোক নকৰি বৰং আনন্দ উপভোগ কৰি জীৱিত কালছোৱাত সুখে-শান্তিৰে জীৱন-যাপন কৰিবলৈ উপদেশ দিয়ে। ৰাভাসকলে পৰম্পৰাগত ভাৱেই দৃঢ়বিশ্বাস কৰি আহিছে যে, 'জীৱাত্মা অজৰ অমৰ' প্ৰত্যেক জীৱাত্মাৰ পৰমাত্মাৰ লগত মিলন অনিবাৰ্য।

## আশাবাদ (Optimism)

ৰাভাসকল আশাবাদী (optimist)। মৃত্যুৰ পিচত তেওঁলোকে পুনঃ মানুহ ৰূপে জন্মলাভ কৰিবলৈ আশা কৰে। তেওঁলোকে ভাবে যে, জীৱিত কালছোৱাত সৎ বা পুণ্যকাম কৰিলেহে পুনঃ মানুহ জন্ম লাভ কৰিবলৈ আশা কৰিব পাৰি। সেইকাৰণে মৃতকৰ আত্মাৰ সদ্‌গতি অৰ্থে কৰা আদ্যশ্ৰাদ্ধৰ দিনা পৰিয়ালবৰ্গ, আত্মীয়-স্বজন, বন্ধু-বান্ধৱৰ মতা-তিৰোতা উভয়ে সন্মিলিতভাবে মৃতজনক সুঁৱৰি, সম্বোধন আৰু কৰুণ স্বৰেৰে ইনাই বিনাই কান্দি চোতালত নাচ-গান কৰে। এই গানৰ যোগেদি তেওঁলোকে অন্য জীৱ-জন্তু, কীট-পতঙ্গ, তৰু-তৃণাদি ৰূপে জন্মগ্ৰহণ নকৰি, ৰাভা জাতিতেই উচ্চ কুলত জন্মিবলৈ দিয়ে, আৰু লগতে সৃষ্টিকৰ্তাৰ ওচৰত সমবেত ভাবে প্ৰাৰ্থনা জনায়।

## সৰ্বপ্ৰাণবাদ (Animism)

ৰাভাসকলে সৰ্বপ্ৰাণবাদ (Animism) স্বীকাৰ কৰে। জড় আৰু প্ৰাকৃতিক পদাৰ্থৰ ওপৰত তেওঁলোকে প্ৰাণৰ আৰোপ কৰে। (The attribution of living soul to inanimate objects and natural phenomena).

অতীজৰেপৰা ৰাভাসকলে পৰম্পৰাগতভাৱে শিলা বা পাষাণ, খেৰৰ ধ্বজা, বৃক্ষাদি প্ৰাকৃতিক পদাৰ্থৰ ওপৰত তেওঁলোকৰ কাল্পনিক দেৱ-দেৱী, ভূত-প্ৰেতাদিৰ প্ৰাণ প্ৰতিষ্ঠা কৰি সাকাৰৰূপে পূজা কৰি আহিছে। নিৰাকাৰ পূজা আৰু ধ্যান-ধাৰণা এওঁলোকৰ নাই। মূৰ্তিপূজা এওঁলোকে কেতিয়াও কৰা নাছিল। কিন্তু বৰ্তমান হিন্দুধৰ্মীয় পূজা-পাৰ্বণৰ প্ৰভাৱত প্ৰভাৱান্বিত

হৈ ৰাভাসকলেও আন আন জাতি আৰু ধৰ্মীয় মানুহৰ লগত সামূহিকভাবে দুৰ্গা, কালী, গণেশ, কাৰ্তিক, শিব আদি দেব-দেৱীক মূৰ্তিৰূপে ৰূপায়িত কৰি সাকাৰভাবে পূজাত বলি-বিধানৰ ব্যৱস্থা কৰে, এইফালৰপৰা এওঁলোক শাক্তধৰ্মী আৰু জড় উপাসক।

সৃষ্টিৰ ৰহস্যৰ ফালৰপৰা ৰাভাসকলে 'অদ্বৈতবাদ' স্বীকাৰ কৰিলেও বহু দেব-দেৱী আৰু ভূত-প্ৰেতাদিৰ অস্তিত্ব দৃঢ়ভাবে স্বীকাৰ কৰে। তেওঁলোকে ভাবে যে, সৃষ্টিকৰ্তাৰ ইচ্ছামতে বহু দেব-দেৱী, ভূত প্ৰেত, ডাইনী-যখিনী আদিৰ সৃষ্টি হৈছে। এই সকলোবোৰে সৃষ্টিকৰ্তাৰে অংশ বিশেষ। এই সকলোবোৰ এফালে যেনেকৈ মানুহৰ বৰ উপকাৰী আৰু হিতৈষী, (Be-nevolent) আন ফালে তেনেকৈ মানুহৰ প্ৰতি হিংসাপৰ আৰু ঈৰ্ষাপৰায়ণ(Molevolent)। ৰাভাসকলে বিশ্বাস কৰে যে, সিহঁতক বলি-বিধান আৰু পূজা-অৰ্চনাৰ দ্বাৰা সন্তুষ্ট কৰি ৰাখিব পাৰিলেহে মানুহৰ উপকাৰ আৰু অভীষ্ট সাধন হয় ; আৰু সিহঁতৰ কোপ-দৃষ্টিত পৰিলে মানুহৰ বহু ক্ষতি সাধন হয়। সেইকাৰণে এই সকলোবোৰৰ প্ৰতি এওঁলোকৰ অগাধ বিশ্বাস আৰু ভক্তি। ৰাভাসকলৰ কেইটিমান দেব-দেৱী আৰু ভূত-প্ৰেতাদিৰ চমু বিৱৰণ তলত উল্লেখ কৰা হ'ল ঃ—

## দেব-দেৱীসমূহ

### (১) 'খোক্চি' আৰু 'বায়খো' ঃ

'খোক্চি' বা 'বায়খো' ৰাভাসকলৰ প্ৰধান অধিষ্ঠাত্ৰী দেৱী। প্ৰাচীন কালৰেপৰা ৰাভাসকলে কৃষি-কৰ্মৰ দ্বাৰা জীৱিকা নিৰ্বাহ কৰি আহিছে। সেইকাৰণে 'খোক্চি' বা 'বায়খো'ক কৃষিৰ অধিষ্ঠাত্ৰী দেৱীৰূপে ৰূপায়িত কৰি বলি-বিধান সহ পূজা-অৰ্চনা কৰি আহিছে। 'খোক্চি' পূজা ৰাভাসকলৰ ডাঙৰ আৰু প্ৰধান ধৰ্মীয় উৎসৱ। এই পূজা সামূহিকভাবে বছৰত এবাৰ কৰে। সাধাৰণতঃ এই পূজা আগতে ব'হাগ-জেঠ মাহৰ ভিতৰত কৰিছিল। বৰ্তমান শাওণ-ভাদ মাহৰ ভিতৰতো কৰে। সাতদিন সাতৰাতি ধৰি এই পূজা উৎসৱ চলে। বৰ্তমান অৰ্থনৈতিক জটিলতাৰ বাবে তিনিদিন তিনিৰাতিলৈকে পূজা উৎসৱ চলায়। পূজাৰ কেইদিন সামূহিকভাবে ভোজন কৰে। মদ খোৱাও যথেষ্টভাবে চলে।

দেৱীৰ সন্মুখত ডাঙৰ আৰু শকত গাহৰিবোৰহে বলি দিয়া হয়। সেইকাৰণে বলিৰ বাবে তেনেকুৱা গাহৰিবোৰহে নিৰ্বাচিত কৰি লয়। ডাঙৰ শকত-আৱত গাহৰি বলি দিয়াৰ উদ্দেশ্য যাতে সেইমতে তেওঁলোকে প্ৰচুৰ পৰিমাণে পথাৰৰ উৎপাদিত শস্য পাব পাৰে, লগতে খেতিৰ বতৰত যাতে যথেষ্ট পৰিমাণে বৰষুণ পাব পাৰে, ৰোগ, বেমাৰ নোহোৱাকৈ যাতে সকলো মানুহে সুখে সন্তোষে জীৱন যাপন কৰিব পাৰে আৰু যাতে ভূমিকম্প নহয়, তাৰবাবে তেওঁলোকে দেৱীক আৰাধনা কৰে। কেতিয়াবা খেতিৰ বতৰত হঠাতে অনাবৃষ্টি হলেও অনুষ্ঠানিকভাবে এই পূজা উদ্‌যাপন কৰে।

অতীজতে 'খোকচি' পূজাৰ পৰিচালনাৰ দায়িত্ব ৪ টা প্ৰধান বাৰায়ৰ মানুহৰ ওপৰত অৰ্পণ কৰা হৈছিল। আন বাৰায় বা গোত্ৰৰ মানুহে এই পূজাৰ কামত হস্তক্ষেপ কৰিব নোৱাৰিছিল। সেই অনুযায়ী (১) 'চুৰুচুং' বাৰায়ে পূজা কৰিছিল (২) পাম বাৰায়ে পূজাৰ সামগ্ৰীবোৰৰ যোগান ধৰিছিল, (৩) ৰুংদুং বাৰায়ে মদ আৰু পূজাৰ ভোগ আদি প্ৰস্তুত কৰিছিল আৰু (৪) টেংটং বাৰায়ে 'দাইদী' নামৰ ধাতুৰ পাত্ৰ (কাঁহৰ) পূজাৰ সময়ত ধ্বনিত কৰিছিল।

ৰাভা গাৱঁৰ বিভিন্ন অঞ্চলত বিভিন্ন প্ৰকাৰে 'খোকচি' পূজা কৰে। কিছুমান ঠাইত খোকচি পূজাক 'যোনি' পূজাৰেই ৰূপান্তৰ বুলি ভবা হয়। যি ঠাইত খোকচি পূজা কৰা হয় তাত 'যোনি' আকাৰৰ মাটিৰ মণ্ডপ তৈয়াৰ কৰি তাৰ ওপৰত ঠিক 'যোনি' সদৃশ ডাঙৰ বহল চেপেটা আকাৰৰ শিল এচটা বহুৱাই মণ্ডপটোৰ জোখমতে নতুন বগা কাপোৰ এডোখৰেৰে চাৰি কোণে চাৰিটা খুটি পুতি চান্দোৱা (চন্দ্ৰতাপ) টানি ৰখা হয়।

'খোকচি দেৱীক ৪ টা ৰূপত ৰূপায়িত কৰি পূজা কৰি অহা দেখা যায়। (১) দাদুৰী (২) ছুছাৰী (৩) নাকাটি আৰু (৪) তামাই। অতীজতে দাদুৰী পূজা গোৱালপাৰা চহৰৰ ৬ মাইল পশ্চিমে দাৰিদুৰী নামে গাৱঁত কৰিছিল। দাদুৰী পূজা কৰা বাবে ঠাইখনৰ নাম দাদুৰী > দাৰিদুৰী হয়। এই পূজাক 'অগ্নি পূজা' বুলিও অভিহিত কৰা হয়। এই পূজা বৰ বিপদজনক। এই পূজাত অগ্নি উপাসনা কৰা হয়। কাঠৰ মেজি সাজি তাৰ চাৰিওফালে ঘূৰি ঘূৰি নৃত্যগীত কৰে। পূজাৰ কামত ব্যতিক্ৰম হলেই জুইত পৰি মানুহৰ মৃত্যুও হ'ব পাৰে। জুইৰ আঙঠাৰ ওপৰত নাচি নাচি জুই নুমাব লাগে। এই পূজা হাতীশিলা, ফটামাটি নামে ঠাইতো কৰা হৈছিল। এই দেৱীৰ প্ৰতীক 'শিল'।

টিক্ৰিকিল্লাৰ ওচৰেদি বৈ যোৱা 'ঘাগুৱা' নৈৰ পাৰত ছুছাৰী দেৱীৰ পূজা কৰা হৈছিল। এই পূজা হাতীশিলা গাওঁতো কৰা হৈছিল। এই ছুছাৰী দেৱীৰ পূজাক লতা পূজা বা লেওৱা টানা পূজা বুলিও অভিহিত কৰা হয়। এই দেৱীৰ প্ৰতীক ৰূপৰ 'চন্দ্ৰহাৰ'।

'নাকাটি' দেৱীৰ পূজাক চক্ৰপূজা বা ব্যুহ পূজা বুলি অভিহিত কৰা হয়। এই পূজা আগতে 'সাতবেংকো' নদীৰ পাৰত কৰিছিল। টিক্ৰিকিল্লাতো এই পূজা কৰা হৈছিল। এই দেৱীৰ প্ৰতীক 'ৰূপৰ হানচা'।

'তামাই' দেৱীৰ পূজাক 'দেৱধ্বনি' বা 'দেওধ্বনি' পূজা বুলি অভিহিত কৰা হয়। এই পূজা 'মাম্বাংপানী' বিলৰ কাষত কৰা হৈছিল। এই পূজাও বৰ বিপদজনক। পূজাৰ সময়ত যুদ্ধৰ সাজ-পোচাকেৰে সুসজ্জিত হৈ ৰণ-নৃত্য কৰে। লগতে দুৰ্গ (কিল্লা) ভাঙি পেলায়। 'কিল্লা' এটা মানুহে সজোৱা কৃত্ৰিম পাহাৰৰ দুৰ্গ। পাহাৰত দুৰ্গৰ আকৃতিৰে বৰ ওখকৈ কাঠৰ দেৱাল বন্ধা হয়। দেৱালখন প্ৰায় ২০/৩০ ফুট ওখ হ'ব। এই দেৱালত উঠি মানুহবোৰে ৰণ-নৃত্য কৰি কৰি দুৰ্গটো ওপৰৰপৰা ভাঙি দিয়ে। দেৱালখন ভাঙোতে সাৱধান নহলে মানুহৰ মৃত্যুও হ'ব পাৰে। এই দেৱীৰ প্ৰতীক 'ৰূপৰ ঢুল'।

ৰাভাসকলৰ প্ৰাচীন কাহিনীৰ যোগেদি 'খোকচি' বা 'বায়খো' পূজাৰ উৎপত্তিৰ কথা

জনা যায়। কাহিনীটো চমুকৈ এই —'তোপ্‌পে' আৰু 'মেচ্‌ছে' নামৰ দুই ধাৰেক-ভনীয়েক মাছ মাৰিবলৈ গৈছিল। মাছ মাৰোতে মাছ মুঠেই নুঠে, মাত্ৰ এডোখৰ শিল সিহঁতৰ জাকৈত উঠে। বাৰে বাৰে এনেকৈ উঠাত সিহঁতে মাছ নামাৰি সেই শিল ডোখৰকে ঘৰলৈ কঢ়িয়াই লৈ আহিছিল। ঘৰ আহি পাওঁতে বাপেকে খালৈত মাছ চাব খোজোঁতে সিহঁতে 'খোক্‌লুখচি' বুলি কৈছিল। অৰ্থাৎ 'খালৈটো চোৱা'। তেতিয়া বুঢ়া বাপেকে সেই শিলডোখৰ পাই ধানৰ ভঁৰালত ৰাখি পূজিবলৈ ধৰিলে। শেষত ব্যক্তিগত ভাবে পূজা কৰোঁতে অভীষ্ট ফল পোৱাত সামূহিক ৰূপত আদ্যাশক্তি দেৱী ৰূপে পূজা কৰিবলৈ ধৰিলে। এই শিল ডোখৰৰ ওপৰতে আদ্যাশক্তিৰ 'তাংগ্ৰা-ছিংগ্ৰা' অৰ্থাৎ মূল আধাৰ বুলি ধৰি লয়লে। সেই 'খোক্‌লুখচি' শব্দৰ পৰা অপভ্ৰংশ হৈ 'খোক্‌চি' নামাকৰণ হোৱা বুলি ৰাভাসকলে কয়। আকৌ এই আদ্যাশক্তি দেৱীক বুজাবলৈ 'বায়নি-খো' (দেৱীৰ শ্ৰেষ্ঠা) অৰ্থাৎ শ্ৰেষ্ঠা দেৱী বুলি নামাকৰণ কৰিলে সেই কাৰণে ৰাভাসকলে এই পূজাক 'খোক্‌চি' বা 'বায়খো' দুই নামেৰে অভিহিত কৰি আহিছে। এইটোৱেই 'খোক্‌চি' পূজাৰ আদি স্তৰ।

দাৰমাং পাহাৰৰ কাষতে 'পোৰক কোজা'—'পেটিক কোৰা' নামে এখন পাহাৰ আছে। এই পাহাৰতে 'নায়ৰংগ্ৰী—বায়ৰংগ্ৰী' নামে 'খোক্‌চি' দেৱীৰ পূজা কৰা হৈছিল। এই পূজাত 'গ্ৰোংছি-গ্ৰু'ন' (বাঘৰ দৰে ফুটুকা ফুটুকি ছাগলী) বলি দিয়া হৈছিল। এই পূজা ৰাজা ৰজা 'দদান'ৰ দিনত কৰা হৈছিল। 'খোক্‌চি' দেৱীক আদ্যাশক্তিৰূপে পূজা কৰিলেও এই পূজাত ছুহাৰী, আগাৰাণী আৰু ৰবমাণীৰ কৰুণ জীৱন কাহিনী গোৱা হৈছিল। তেওঁলোক শহীদ আছিল, সেয়ে এই 'খোক্‌চি' পূজাত তেওঁলোকৰ আত্মাৰ সদ্‌গতিৰ অৰ্থে আৰু সোঁৱৰণী ৰখাৰ কাৰণে কাহিনীৰূপত নৃত্য-গীত পৰিবেশন কৰা হৈছিল। এই শহীদসকলৰ ওপৰত অতি মানৱীয় গুণ আৰোপ কৰি খোক্‌চি দেৱীৰ লগতে আনুষঙ্গিক দেৱীৰূপে পূজা কৰিছিল। এই পূজাৰ স্তৰটোক '২য় স্তৰ' বা 'নায়ৰংগ্ৰী-বায়ৰংগ্ৰী' স্তৰ বুলি অভিহিত কৰিব পাৰি।

ৰজা 'দদান'ৰ মৃত্যুৰ পিছত 'খোক্‌চি' পূজাৰ আন এটি পূজাৰ স্তৰ পৰিলক্ষিত হয়। এই পূজাত খোক্‌চি দেৱীৰ লগতে তামাই, দাদুৰী, নাকাচি, নদাই আনুষঙ্গিক দেৱীৰূপে পূজা কৰা দেখা যায়। এওঁলোকৰ ওপৰতো অতি মানৱীয় গুণ আৰোপ কৰি তেওঁলোকৰ গুণানুকীৰ্তন কৰা হয়। বিশেষ মন কৰিবলগীয়া কথা এয়ে যে, —পুৰুষৰ শহীদক কোনো পূজা আগবঢ়োৱা নহয় কিন্তু গুণানুকীৰ্তন কৰা হয়। উদাহৰণ স্বৰূপে ২য় স্তৰৰ খোক্‌চি পূজাৰ কাহিনী গীতত ৰজা দদান, সেনাপতি মাৰুক্ষেত্ৰীৰ কাহিনী গোৱা নাযায়। তাৰ কাৰণ, সেই সময়ত তেওঁলোক জীৱিত আছিল। কিন্তু দদানৰ মৃত্যুৰ পিছত অৰ্থাৎ ৩য় স্তৰৰ পূজাত—তামাই, দাদুৰী, নাকাচি, নদাই আদি 'দদান'ৰ ভগিনীসকলৰ উপৰিও ৰজা দদান আৰু সেনাপতি মাৰুক্ষেত্ৰীৰ বীৰত্ব কাহিনী গীতত পোৱা যায়।

৩য় স্তৰৰ 'খোক্‌চি' পূজা দদানৰ পৰৱৰ্তী কালত ৰাভাসকলে কৰি আহিছে। যিহেতু ৰাভাজাতি আগতে মাতৃ-প্ৰধান আছিল সিহেতুকে 'দদান' বা মাৰুক্ষেত্ৰীক দেৱতাৰূপত কল্পিত কৰি

পূজা কৰা নাছিল। তথাপি তেওঁলোকৰ স্মৃতিৰ সোঁৱৰণী ৰক্ষাৰ বাবে গুণানুকীৰ্ত্তন কৰিছিল। বৰ্তমান ৰাভা গাওঁবোৰত পাচ'ম অঞ্চলত এই খোক্‌চি পূজা এতিয়াও প্ৰচলন হৈ আছে। মূঠতে খোক্‌চি পূজাৰ পুৰোহিতে কৰা 'স্তব' আৰু পৰিৱেশন কৰা গীত কাহিনীৰ যোগেদি ৰাভা জাতিৰ প্ৰাচীন যুদ্ধ বিগ্ৰহৰ ইতিহাস, সংঘৰ্ষময় জীৱন কাহিনী, সমাজ জীৱনৰ পৰিৱেশ আদিৰ বহুতো লুপ্তপ্ৰায় কথাৰ আভাস পোৱা যায়।

কালক্ৰমত 'খোক্‌চি' পূজাৰ সমান্তৰালভাৱে 'বায়খো' নামক আন এটি পূজাৰ প্ৰচলন হয়। ৰাভাসকলৰ মতে— 'বায়খো' শব্দৰ বুৎপত্তিগত অৰ্থ হৈছে— 'বায়ঃদেৱী, 'খো'প্ৰধান; অৰ্থাৎ শ্ৰেষ্ঠ প্ৰধান দেৱী। সমান্তৰালভাৱে প্ৰচলিত এই দুই দেৱী পূজাক ৰাভাসকলৰ দেৱী পূজাৰ ৪ৰ্থ স্তৰ বুলিবৰ থল আছে। 'খোকচি' আৰু 'বায়খো'ৰ বিষয়ে পৰম্পৰাগতভাৱে চলি অহা সুন্দৰ কাহিনী পোৱা যায়। কাহিনীটো হৈছে—

'বায়খো' আৰু 'খোকচি' বায়েক-ভনীয়েক আছিল। 'বায়খো'ৰ স্বামীৰ নাম 'তুনা'। ৰাভাসকল 'আঠিয়াবাৰী'ত থাকোতে তেওঁলোকৰ গোষ্ঠীটোৱে 'দদান'ৰ গোষ্ঠীটোৰ লগত মনোমালিন্য ঘটি সেই ঠাই এৰি 'দাৰমাং' পাহাৰলৈ গৈ বসবাস কৰিছিল। দাৰমাং পাহাৰৰ সমষ্টি 'দাৰমাং', 'চিপু' আৰু 'চলেং' পাহাৰৰ শাৰী— য'ত নেকি 'খনবাই', 'চিদবাই' নিজৰাৰ সোঁত লগলাগি 'ৰংচাই' নৈত পৰিছে। সৰু ভনীয়েক 'খোকচি' দাইনী বিদ্যা জানিছিল। তাই গোপনে নিজৰ গোষ্ঠীৰ মানুহক ক্ষতি কৰাৰ প্ৰমাণ পাই বায়েক 'বায়খো'ই ৰাগান্বিত হৈ তাইক 'বামুণদাংগা' পাহাৰলৈ খেদি পঠাইছিল। 'খোকচি'ৰ মৃত্যু 'বামুণদাংগা'তেই হৈছিল। তাইৰ মৃত্যুৰ পিছত তাইৰ গোষ্ঠীয় (অনুগামী) মানুহবিলাকে তাইক দেৱীৰূপত ৰূপায়িত কৰি পোনতে 'বামুণদাংগা'ত পূজা-পাতল কৰিছিল। এই পূজা-পাতল কৰা দলটোৱেই হৈছে ৰাভাৰ 'দাহুৰি শাখা'। .....তদ্ৰূপে 'বায়খো'ৰ মৃত্যুৰ পিছতো তাইৰ গোষ্ঠীৰ মানুহবিলাকেও তাইক দেৱীৰূপে ৰূপায়িত কৰি পূজা সেৱা কৰিছিল। 'বায়খো'ৰ মৃত্যু হৈছিল 'দাৰমাং' পাহাৰত। 'বায়খো'ৰ পূজা-সেৱা কৰা দলটোৱে শেষলৈ হৈছে ৰাভাৰ 'মায়তানি' শাখা। এইটো অনুমেয় যে, 'বায়খো'ৰ মৃত্যুৰ ... গতে ৰাভাৰ সকলোৱে 'খোকচি'ৰ পূজা কৰিছিল। খুব সম্ভৱ সেই সময়লৈকে ৰাভাৰ কোনো শাখাৰ বিভাজন হোৱা নাছিল। কেৱল 'বাবাৰ-হুৰি' সমন্বিত গোষ্ঠীহে আছিল। 'বায়খো' পূজাৰ আৱৰ্তনিৰ লগে লগে এই দুই গোষ্ঠীৰ পূজা গোষ্ঠীগতভাৱে বিভাজন হৈছিল যদিও এই ৰক্ষণশীলতাৰ ব্যৱস্থা ক্ৰমে নোহোৱা হৈ আহে।

এই প্ৰসংগত বিশেষ উল্লেখনীয় এয়ে যে, যদিও 'খোক্‌চি' আৰু 'বায়খো'ক দেৱীৰূপে আৰোপিত কৰি পূজা কৰা হয়, তথাপি এই দুইগৰাকী দেৱীৰ নামত পূজা থলীত কোনো থাপনা বা বেদী পতা নহয়। দেৱীৰ নামত কোনো প্ৰসাদ, ভোগ আৰু বলিবিধানৰ ব্যৱস্থাও কৰা দেখা নেযায়। এই দুই দেৱীৰ নামত কিছুমান সকলোৱে দেৱ-দেৱীৰহে পূজা অৰ্চনাৰ লগতে বলি বিধান কৰা হয়। তদুপৰি এই দুই দেৱীৰ পূজাক

'খোক্‌চি' আৰু 'বায়খো'ৰ মৃত্যু স্মৃতিচাৰণ বাৰ্ষিকী বুলিব পাৰি।

'খোক্‌চি' পূজা 'বামুণদাংগা' গাঁৱৰ এটি পাহাৰৰ কাষত ক্ৰমতঃ তিনি স্তূপ দ এখন আহল-বহল গাঁতৰ মজিয়াত কৰা হয়। ঘূৰণীয়া গাঁতৰ ওপৰত চাৰিওফালে পবিত্ৰ নল বাঁহৰ জোপোহাৰে পৰিপূৰ্ণ হৈ আছে। এই পূজা কৃষি ভিত্তিক বহাগ-জেঠ মাহত প্ৰতি বছৰে সামূহিকভাৱে পূজা কৰে। এই পূজাত যথেষ্ট পৰিমাণে ডাঙৰ, শকত-আৱত গাহৰি বলি দিয়া হয় আৰু সেই অনুপাতে মদো অৰ্পণ কৰা হয়। 'খোক্' অৰ্থ 'লুংকি' (ডাঙৰ-দীঘল বাঁহ বা বেতৰ হোৰা), 'ছি' অৰ্থ তেজ। গাহৰিৰ বলিৰ তেজেৰে এই 'লুংকি' পৰিপূৰ্ণ হোৱাৰ বাবে এই পূজাৰ নামকৰণ কৰা হৈছে 'খোক্‌চি'। এই পূজাত গাঁতৰ মজিয়াত ৩২ টা দেব-দেবীৰ পূজা কৰা হয়। এই দেব-দেবী সমূহৰে 'ধৰম ঠাকুৰ' আৰু 'বংবুদি'ক গাঁতৰ পূজাথলীৰ পৰা গুলোৱা বাটিৰ কাষত (পবিত্ৰ প্ৰাচীন ডাঙৰ আম গছৰ গুৰিত উপস্থাপিত) পূজা কৰা হয়। তলত 'খোক্‌চি' পূজাৰ সংলগ্ন দেব-দেবীসমূহৰ নাম উল্লেখ কৰা হ'ল—

(১) ধৰম ঠাকুৰ (২) কাপচন ঠাকুৰ (৩) জগন্নাথ ঠাকুৰ (বামুণদাংগা) (৪) বংবুদি (বামুণদাংগা) (৫) ঘাই বংদান (আঠিয়াবাৰী) (৬) চাম্পায় (ফেদাৰ ডোবা (৭) চাংকাতি (মাক্ৰি) (৮) কেউতী (দাৰিদুৰি) (৯) নিয়তি (১০) স্বৰূপী (হৰকাকুচি) (১১) চিকন্তী (সামকাটা) (১২) মিকৃতী (বাংলাবাৰী) (১৩) মালতী (গোবিন্দপুৰ) (১৪) মায়মতী/মায়াবাণী (উত্তৰপাৰা) (১৫) দায়দুৰি (মালাধৰা) (১৬) নাকাটি (বৰপাহাম) (১৭) চিকাবুদি (১৮) বাহুবলী (১৯) ক্ষেত্ৰী (২০) জলকুঁৱৰী (২১) ধন কুৱঁৰী (২২) কঙ্কমতী/কঙ্কুমতী (২৩) ৰমতী (২৪) লক্ষ্মী (২৫) বুঢ়া লাংপাং (২৬) দাবমাং (২৭) বাকৃচি (২৮) কুবুৰী/কুবুঢ়ী (২৯) কাঞ্চাকাতি (৩০) চাংধৰা (৩১) জাবা ঠাকুৰ আৰু (৩২) নয়া ঠাকুৰ।

তদ্ৰূপে 'বায়খো' পূজাৰ সংলগ্ন দেব-দেবীসমূহৰ নামো তলত উল্লেখ কৰা হ'ল—

(১) দাদুৰী, ছিপু দাবমাং, কনচো, ব্ৰনজুৰি। এই পূজাৰ থলী হৈছে— বাবংগোল্ল, ফটামাটি, বৰবাতাপাৰা, অজগৰ নৈৰ পূৰ্বাঞ্চলৰ ঠাইবোৰ।

(২) নাককাটি বা নাকাটি, ছিংগ্ৰাবুদি। এই পূজাৰ থলী হৈছে— অজগৰ নৈৰ পশ্চিমাঞ্চলৰ ঠাইবোৰ (কদমশালীৰ পৰা নিদানপুৰলৈ)।

(৩) আমাই দেৱীৰ পূজা কৰা হয় ফুলবাৰী অঞ্চলত।

(৪) বৰ্তমান 'ছুদুৰী' দেৱীৰ পূজা কৰা দেখা নাযায়। পূৰ্বতে 'খাওৱা' নৈৰ পাৰত আৰু 'হাতীশিলাত' এই পূজা কৰা হৈছিল।

পূৰ্বতে 'বায়খো' পূজা বুলিলে (১) ছুদুৰী (২) দাদুৰী (৩) আমাই (৪) নাককাটি আৰু (৫) মুদি এইকেইটা দেৱীৰ পূজাকহে বুজাইছিল। সমাজৰ গতিশীলতাৰ লগে লগে বৰ্তমান 'বায়খো' পূজাৰ পৰিবেশনতো পৰিবৰ্তন হৈ আহিছে।

**(২) হাছং ঃ**

'হাছং' দেৱতা মায়তাৰি ৰাভাসকলৰ 'খোক্‌চি' বা 'বায়খো' দেৱীৰে নৱ সংস্কৰণ বুলিব পাৰি। আগতে 'খোক্‌চি' পূজা ৰংদানি ৰাভাসকলে কৰিছিল, কিন্তু বৰ্তমান এৰি পেলাইছে। তাৰ কাৰণ, এই পূজাত অংশ গ্ৰহণ কৰোতা সকল বংশানুক্ৰমেহে পূজাৰীৰ অধিকাৰ পাই আহিছিল। কালত পূজাৰীসকলৰ বংশধৰ যেনে ঃ—ৰংদুং, চুৰচুং, পাম আৰু টেংটং এই বাৰায়ৰ লোকসকলত পাবলৈ টান হৈ পৰিল। আনহাতে এই পূজা খৰচ বহুল আৰু বিপদজনকো আছিল। গাৱঁৰ মানুহবিলাকে পূজাৰ কিছুদিন আগৰ পৰাই, পূজা শেষ নোহোৱালৈকে কঠোৰ নীতি নিয়ম পালন কৰিবলগীয়া হৈছিল। আকৌ পূজাৰ কামত সহায় কৰিবৰ কাৰণে যিবোৰ ছোৱালীৰ আৱশ্যক,সেইবোৰো ভাগিনী সম্বন্ধযুক্ত হব লাগে, আৰু আপোন মোমায়েকে কেৱল পূজাৰ থলীলৈ নিজৰ নিজৰ ভাগিনীসকলক হে নিব পাৰিছিল। গাৱঁৰ মতা মানুহৰ আন সম্বন্ধীয় ছোৱালীয়ে পূজাৰ কামত সহায় কৰিব নোৱাৰিছিল। ডেকাসকলে নিজ নিজ আত্মশুদ্ধিৰ প্ৰমাণ দিবলৈ জ্বলন্ত আঙঠাৰ ওপৰত নৃত্য কৰিব লাগিছিল। ব্যতিক্ৰম হলেই দুৰ্ঘটনাৰ সম্ভাৱনা আছিল। সেই কাৰণে 'খোক্‌চি' পূজাৰ সলনি ৰংদানি ৰাভাসকলে হাছং বা 'বাস্তু' দেৱতাক বৰ্তমানে পূজা কৰে। কাহিনী গীতবোৰ 'খোক্‌চি' গীতৰ দৰে গাবলৈ চেষ্টা কৰা হয়। প্ৰতিখন গাৱঁতে বেলেগ বেলেগ 'হাছং' দেৱতাৰ থান আছে। এই পূজা সাধাৰণতে জেঠ মাহত কৰা হয়।

কিছুমান দেৱতাৰ সমষ্টিকে হাছং দেৱতা বুলি কোৱা হয়। এই দেৱতা সকলক স্থাপন কৰা এটা নিয়ম আছে। দাৰমাং দেৱতাক মাজত স্থাপন কৰা হয় ; তাৰ পাছত সোঁফালে ক্ৰমে—কন্‌চো, ফেন্দৰ, লাঙ্গাচাবা, লাঙ্গাচা আৰু বুঢ়াবাদি আৰু বাওঁফালে ক্ৰমে—চাৰি, কয়নাং, ত্ৰয়নাং, তুবা, পাজাখা আৰু খুচুৰিক স্থাপন কৰা হয়। মুঠ ১২ টা দেৱতাৰ সমষ্টি হাছং। লাঙ্গাচাবা, কয়নাং, ফেন্দৰ, কন্‌চো, পাজাখা, ত্ৰয়নাং দেৱতাক এটাকৈ ডেকেৰা কুকুৰা বলি দিয়া হয়। লাঙ্গাচা, চাৰি, বুঢ়াবাদি আৰু খুচুৰিক এটা ডেকেৰা কুকুৰা বা হাঁহ বলি দিয়া হয়। আৰু তুবাক এটা পঠা ছাগলী আৰু দাৰমাং দেৱতাক গাহৰি বলি দিয়া হয়।

পূজাৰ আগদিনা গাৱঁৰ সকলো মানুহে পূজাৰ থানটো পৰিষ্কাৰ কৰি পূজাৰ প্ৰয়োজনীয় বয়বস্তুবোৰ জোগাৰ কৰি ৰাখে। বাতিপুৱাৰে পৰা গাৱঁৰ সকলো মানুহে থানত গোট খায় ; পূজাৰীসকলে পূজা আৰম্ভ কৰে। প্ৰধান পূজাৰী 'ওজা' আৰু পালি পূজাৰী 'তাৰুৱাই'য়ে ক্ৰমে একো একো দেৱতাক পূজা দি যায়। জোঙালবলীয়া মদ ঢেকি উলিয়াই দেৱতাসকলক উৎসৰ্গা কৰে ; তাৰ আগতে নিৰ্দিষ্ট দেৱতাৰ আগত নিৰ্দিষ্ট বলি কটা হয়। বলিৰ মঙহবোৰ বেলেগ বেলেগকৈ পাগ কৰা হয়। কিছুমান মঙহ বাঁহৰ চুঙাত, টেকীয়া পাত, পিঠাগুৰি আৰু জোল মিহলাই জুইত সেকে. ইয়াকে 'কেৰ্‌চাৰ্' বোলে। তাৰ পাছত এই কেৰ্‌চাৰ্‌বোৰ প্ৰতি দেৱতাক উৎসৰ্গা কৰা হয়। শেষত সামূহিক ভোজন হয়। ভোজনৰ পিছত সকলোৱে

গাত, মুখত পিঠাগুৰি সানি সামূহিক ভাবে নৃত্য-গীত কৰে। নৃত্য-গীতৰ লগে লগে খেতিৰ ধান আৰু অন্যান্য ফচল ভালৰূপে পাবলৈ কামনা কৰি সমস্বৰে আৰাধনা কৰে, যেনে :—

"মৈ মাছি মৈ মায়—উই—উই—উই, খান্ছে—খক্ছে—ওয়ে—ওয়ে" অৰ্থাৎ— "আহা শস্য, আহা ধান, এখন কুলা নাইবা এখন হোৱা ভৰ্তি হৈছে"।

তাৰ পাছত নৃত্য কৰি কৰি পূজাৰীৰ ঘৰলৈ আহে আৰু মদ খায় ; পিছদিনাখনো সহকাৰী পূজাৰীৰ ঘৰত মদ খাই নৃত্য-গীত কৰে।

কিছুমান ৰংদানি গাৱঁৰ 'হাছং' পূজাত ক্ৰমে দাৰমাং, বোস্তাক, খোক্চি, কেত্ৰী, হাচু, ৰাক্চি, তুৱা, ৰিংগা দাৰা আৰু কন্চো দেৱতাৰহে পূজা কৰা দেখা যায়। তেওঁলোকে হাছং পূজাক দাৰমাং পূজা বুলিও কয়। পূজা কৰা পদ্ধতিও আঞ্চলিক বা গাওঁ হিচাবে বেলেগ বেলেগ দেখা যায়।

## (৩) বোস্তাক বা কন্দুক :

'বোস্তাক' পূজাৰ অৰ্থ—ঘৰ গোঁসানীৰ পূজা। প্ৰত্যেক গৃহস্থই এই বোস্তেক পূজা কৰে। এই পূজা ৰাভা জাতিৰ সকলো শাখা গোষ্ঠীয়ে আবহমান কালৰপৰাই এতিয়ালৈকে কৰি আহিছে। এই পূজাৰ পদ্ধতি কালক্ৰমত বেলেগ বেলেগ ৰূপ ধাৰণ কৰিছে। ৰাভা জাতিৰ আদিম পূজা—এই বোস্তাক পূজাকেই ধৰিব পাৰি। পিছতহে নানা দেব দেৱীৰ কল্পনা কৰি নানা পূজা ব্যৱস্থা হোৱা বুলি অনুমান হয়। কোচা ৰাভাসকলৰ মতে পূজাৰ এটি বিৱৰণ দিয়া হ'ল :—

কোচা ৰাভাসকলৰ মূল ঘৰটোৰ দুটা কোঠালী। সাধাৰণতঃ এই ঘৰটো পুবা-পশ্চিমাকৈ সাজে। পুবৰ কোঠালীটোৰ নাম 'নু' আৰু পশ্চিমৰ কোঠালীটোৰ নাম 'নু'হুুৰ'। এই নু'হুুৰত ৰন্ধনৰ কাম কৰা হয়। এই কোঠাটোৰ উত্তৰ-পশ্চিম কোণত ৩ হাত দীঘল, $১\frac{১}{২}$ হাত বহল আৰু ২ হাত ওখকৈ এখন বাঁহৰ চাং সাজি তাতেই মাটিৰ হাঁড়ী এজোৰ (বোস্তাক) চাউলেৰে পৰিপূৰ্ণ কৰি ধান খেৰৰ পেস্তাৰ (কোদৰা) ওপৰত ভালকৈ ৰখাই ৰখা হয়। বোস্তাকৰ দুয়োকাষে প্ৰাচীন ৰাভা জাতিৰ অস্ত্ৰ-শস্ত্ৰবোৰ (ঢাল, তৰোৱাল, খাপৰ আদি) বেৰত আওজাই সজাই ৰখা হয়। বোস্তাকৰ ওপৰত এটা ত্ৰিশূল আৰু এটা দ্বিশূল ৰখা হয়। সেই শূলত এজোৰ মন্দিৰা আনি থোৱা হয়। পূজাৰ দিনাখন—কাল (দীঘলীয়া নল বাঁহৰ বাঁহী), বু'বছি (বাঁহী), হেম (ঢোল বা ঢাক), মন্দিৰী (মন্দিৰা) সমত কৰি মধুৰ সুৰেৰে বোস্তাক পূজাৰ তোত্ৰবোৰ সম্পূৰ্ণকৈ গোৱা হয়। বোস্তাকপূৰ্ণ চাউলৰ ওপৰত একোটাকৈ কুঁহুমৰ কণী আৰু তামোল ৰখা হয়। পূজাৰ দিনা বোস্তাক দুটিক 'মেখেলা' ফুলেৰে পিন্ধি ৰখা হয় ; আৰু 'নাসাৰকাং' (কল জাতীয় এবিধ গছ)ৰ ধাৰ তৈয়াৰ কৰি মণ্ডপটো সজোৱা হয়। বোস্তাক দুটিক মাইকেল থৈ খাৰ তৈয়াৰ কৰা আলায়ে লোৱাই ৰখা হয়। বাঁহৰ চাঙৰ দুয়োকাষৰ বেৰ, খোঁটাল, খাবলৰ বজোৱা মানুহবোৰক

দেউৰীয়ে (পূজাৰী) পিঠাগুৰি ছটিয়াই দিয়ে আৰু নিজেও ছটিয়াই লয়।

এই পূজাৰ লগতে চয়তানৰ প্ৰধান দুই ভাই-ককায়েক 'হাদাতাৰ' আৰু 'বিদাতাৰ' নামত এটা গাহৰি বলি দিয়ে আৰু লগতে চয়তানৰ সহচৰ দ্বয়— 'হু'লী' আৰু 'গৌলাক' ভাই-ককায়েকৰ নামত দুটা ডেকেৰা কুকুৰা বলি দিয়ে। 'ৰিছি' দেৱতাৰ নামতো মদ তৰ্পণ কৰি পূজা কৰা হয়। এই পূজা ৩ দিন ধৰি কৰা হয়। গোটেই কেইদিন পূজাত বলি দিয়ে আৰু ৰাইজৰ মানুহক মদ-ভাতেৰে ভোজন কৰায়।

## (৪) ছোংবায় তাংগ্তি ঃ

'ছোংবায় তাংগ্তি' পূজা কোচা ৰাভাসকলৰ এটা প্ৰধান সামূহিক পূজা। এই পূজা বছৰৰ ভিতৰত এবাৰ কৰা হয়। ছোংবায় পূজাৰ আগতে গাওঁৰ মাজত সোমাই থকা নানা ৰকমৰ গ্ৰহদোষবোৰ পূজাৰ দ্বাৰা কাটি পেলোৱা হয়। এই পূজাটোক ছোংকোন বাকাইংগ্তি (শনিগ্ৰহ) পূজা বুলি কোৱা হয়। গ্ৰহ পূজাৰ পিছত ছোংবায় পূজাৰ বাবে নিৰ্দিষ্ট দিন থিৰ কৰা হয়। গ্ৰহপূজাৰ আয়োজনৰ প্ৰথম দিনৰপৰা ছোংবায় পূজা নোহোৱালৈকে গাওঁত—গান-বাজনা, নাচ, সুঁহুৰি মৰা, ধান-বনা আদি কাম একেবাৰেই বন্ধ ৰখা হয়। ছোংবায় পূজাত মহামায়া দেৱীকো প্ৰধান দেৱী বুলি জ্ঞান কৰি পাহাৰ-পৰ্বত, নদ-নদী, খাল-বিল, হাবি-বননিত থকা সকলো দেৱতাকে পূজা কৰা হয়। এই পূজাত ছাগলী, কুকুৰা, পাৰ, কাছ আদি বলি দিয়া হয় আৰু কল, গুৰ, চেনী, আতপ চাউলৰ প্ৰসাদ দেৱীক অৰ্পণ কৰা হয়। পূজাৰ থান গাওঁৰ পৰা আঁতৰত কৰা হয়। এই পূজাত পূজাৰীয়ে সমূহ ৰাইজৰ হৈ যাতে গাওঁত কোনো অপায় অমঙ্গল নহয় তাৰ বাবে দেৱ-দেৱীৰ ওচৰত প্ৰাৰ্থনা জনায়। এই পূজাত তিৰোতা মানুহে যোগদান কৰিব নোৱাৰে। পূজাৰ থানলৈ পূজাৰী, কেইজনমান ডেকা ল'ৰা আৰু কেইজনমান বুঢ়া যায় আৰু ডেকা ল'ৰাবোৰে পূজাৰীক পূজাৰ কামত সহায় কৰে। পূজা শেষ কৰি ঘৰলৈ উভতি আহোঁতে মাজবাটৰপৰা গাৱঁৰ ডেকা গাভৰুৱে একেলগ হৈ পূজাৰী কেইজনক, বুঢ়ামানুহবোৰক আৰু যোগনিয়াৰ ডেকাসকলক ঢোল, বাঁহী, নলবাঁহী আদি যন্ত্ৰ বজাই পূজাৰীৰ ঘৰলৈ আদৰি অনা হয়। পূজাৰীৰ ঘৰত যাৱতীয় প্ৰসাদ আৰু বস্তুবোৰ খাই মদ্যপান কৰে আৰু ধুম-ধামেৰে বাদ্যযন্ত্ৰৰ ছেৱে ছেৱে নৃত্য-গীত কৰি আনন্দ উপভোগ কৰে। এই পূজা বছৰৰ প্ৰথম দিনাখন হয়।

এই পূজা ৩ ভাগত বিভক্ত কৰা হয়। (১) কোন বাকাইংগ্তি (২) ছোংবায় আৰু (৩) চাৰে চাকাম তাংগ্তি। 'চাৰে চাকাম তাংগ্তি' কো 'ছোংবায়' বুলি কোৱা হয়। পাৰ্থক্য মাত্ৰ এইখিনিয়ে যে—নতুন বছৰৰ প্ৰথম বাৰিষাৰ উজনি পানী অহাৰ সময়ত কৰাৰ বাবে। কিন্তু 'ছোংবায়' পূজা প্ৰথম বহাগৰ দিনা কৰা হয়। পূজাৰ থানত যোৱাৰ আগতে—'হু'ৰহু'ৰ ৰণ্ডি' (দেওখেলা) কাম কৰি লগে লগে পূজাৰ থানলৈ গৈ পূজা কৰা হয়। এই 'দেওখেলা' কাম পাতি ৰাভাৰ 'ফাচাইখাতি' পূজাৰ 'হাওলখেলা' বা দেওখেলা নিয়মৰ লগত সাদৃশ্য আছে।

'দেওখেদা'ৰ সময়ত গাওঁৰ প্ৰত্যেক ঘৰৰপৰা যি কোনো বস্তু—বিহুৱা কাপোৰেই হওক নাইবা জাকৈ খালৈয়ে হওক নাইবা যি কোনো মেৰা বস্তু লৈ গৈ থানৰ ওচৰত আন এখন ঠাইত বাঁহ পুতি তাত নিচানৰ দৰে আঁৰি থোৱা হয়।

ইয়াৰ উপৰিও কোচা ৰাভাসকলে লামবায়, থামছীবায়, মুৰুবায়, মিচিক বায়, লেমবায় আদি দেৱ দেৱীৰ পূজা কৰে। এই সকলোবোৰ পূজা গাওঁৰ 'ছাবাদা' বা 'ভুজিয়েই' সমাধা কৰে।

## (৫) লাঙা পূজা ঃ

'লাঙা' দেৱতাৰ পূজা পাতি ৰাভা আৰু ৰংদানি ৰাভাৰ মাজত কৰা দেখা যায়। ৰাভাৰ অন্যান্য শাখাই এই পূজা কৰে যদিও আনুষংগিক দেৱতা হিচাবেহে পূজা কৰে। 'লাঙা' দেৱতাক স্বয়ং মহাদেৱৰ ৰূপত পূজা কৰে। এই পূজা গাওঁৰ বাহিৰত কোনো কাঠনিবাৰী নাইবা নদীৰ পাৰত কৰা হয়। সাধাৰণতে পাতি ৰাভাসকলে তলত দিয়া ধৰণে দেৱ-দেৱী সকলক স্থাপন কৰি পূজা কৰে। প্ৰত্যেক দেৱ-দেৱীৰ প্ৰতীক হৈছে শিল একোডোখৰ। এই পূজা ব'হাগ জেঠ মাহত কৰা হয়।

| ধনকুবেৰ | লাঙা | ঠাকুৰাণী | দুধকুমৰ-ফুলকুমৰ | খোকচি বা বায়খো |
|---|---|---|---|---|
| (সম্পত্তিৰ মালিক) | (মহাদেৱ) | ( ভগৱতী) | (অভীষ্ট পূৰ্ণকাৰী) | (অধিষ্ঠাত্ৰী দেৱী) |
| ০ | ০ | ০ | ০ | ০ |
| ২ ভাগ | ১২ ভাগ | ১২ ভাগ | ২ ভাগ | ২ ভাগ |

ওপৰোক্ত ভাবে দেৱ দেৱীসকলক স্থাপন কৰি পোনতে ঠাকুৰাণীক পূজা কৰা হয়। তাৰ পাছত ক্ৰমে দুধকুমৰ-ফুলকুমৰ, লাঙা, ধনকুবেৰ আৰু সৰ্বশেষত খোকচি দেৱীৰ পূজা কৰা হয়।

সকলোকে ঠগি দিয়াৰ পাছত—প্ৰথমে ঠাকুৰাণীক বলি দিয়া হয়। তাৰ পাছত ক্ৰমে লাঙা, ধনকুবেৰ আৰু খোকচিক বলি দিয়া হয়। দুধকুমৰ আৰু ফুলকুমৰক বলি দিয়া নহয়। বলি তলত দিয়া ধৰণে নিৰ্দিষ্ট কৰা হয়।

(১) ঠাকুৰাণীৰ বলি ........ ১ জোৰা পাৰ আৰু ১টা পঠা ছাগলী অনিবাৰ্য।

(২) লাঙাৰ বলি ........১টা ডেকেৰা কুকুৰা নাইবা ১টা গাহৰি অনিবাৰ্য।

(৩) ধনকুবেৰ বলি ........ ১জোৰা ৰঙা ডেকেৰা কুকুৰা।

(৪) খোকচিৰ বলি ........ ১জোৰা ডেকেৰা কুকুৰা।

প্ৰধান পূজাৰীৰ লগত ১/২ জন সহকাৰী পূজাৰী বা দেউৰী থাকে। তেওঁলোক 'দেং' দেউৰী বুলি কয়। প্ৰধান পূজাৰীৰ ঘৰত লাঙা পূজাৰ মদ ওজাচাৰ ভাবে জোঙাত প্ৰস্তুত কৰা হয়—পূজাৰ নিৰ্দিষ্ট দিনৰ আগতে। দেৱ-দেৱীসকলক মদ তৰ্পণ কৰা হয় 'খৰী' পাত্ৰৰ দ্বাৰা (এবিধ বাঁহৰ তৈয়াৰ নলী থকা পাত্ৰ)। প্ৰথমেই লাঙাক ১২ বাৰ (সৌত)—তাৰ পাছত ক্ৰমে

কুবেৰক ২ ধাৰ, আৰু 'খোক্‌চিক' ২ ধাৰ মদ তৰ্পণ কৰা হয়। ঠাকুৰাণীক আৰু দুধকুমৰ-ফুলকুমৰক মদ তৰ্পণ কৰা নহয়। সকলো দেৱ-দেৱী কেঁচা নাইবা পকা চম্পা নাইবা মালভোগ কলেৰে পূজা কৰা হয়। আতপ চাউল, বুট, মগু, বতৰৰ ফল-মূল আদিও পূজাত অৰ্পণ কৰা হয়। ঠগি দিয়াৰ আগতে মাটিডোখৰ মচি পিঠাগুৰিৰে ঠগিৰ জোখমতে আল্পনা অঙ্কন কৰা হয়।

(১) **ঠাকুৰাণীৰ মাংস আৰু আঞ্জাৰ ভোগ :—** পাৰ, পঠাৰ মাংস, মচুৰ দাইল, আলু আদিৰ দ্বাৰা ৰন্ধন কৰি ভোগ প্ৰস্তুত কৰা হয়।

(২) **লাঙা,কুবেৰ, খোক্‌চিৰ ভোগ :—** কুকুৰাৰ মাংস, মচুৰ দাইল, আলু আদিৰ দ্বাৰা ৰন্ধন কৰি ভোগ প্ৰস্তুত কৰা হয়।

(৩) **সকলো দেৱদেৱীৰ বাবে ভাতৰ ভোগ :—** জহাধানৰ চাউলেৰে ভাতৰ ভোগ প্ৰস্তুত কৰা হয়। এই ভোগ সকলোকে অৰ্পণ কৰা হয়।

ফুলকুমৰ-দুধকুমৰক কেৱল ভাতৰ ভোগ দিয়া হয়। ঠাকুৰাণীৰ ভোগ আন দেৱতাক দিয়া নহয়। লাঙা, কুবেৰ, খোক্‌চিৰ একে ভোগেই চলে। ভোগ দিয়া শেষ হলেই জয়ধ্বনি দি পূজাৰ কাম সমাপ্ত কৰা হয়। তাৰ পাছত পূজাৰ থলীতে সামূহিক ভাবে মদ খায়। এই পূজালৈ তিৰোতা বা ছোৱালী নাযায়। বুঢ়া, ডেকা, ল'ৰা সকলোৰে বন ভাত খাবলৈ যোৱাৰ দৰেই কলৰ দোনা, কলৰ পাত, লোটা, ঘটি আদি ব্যক্তিগত ভাবে থানলৈ লৈ যায়। তাতেই সামূহিক ভোজনৰ বাবে ৰান্ধনি নিয়োজিত কৰা হয়। সামূহিক মদ্যপান কৰাৰ পাছত পৰিপাটী ভাবে বহি সামূহিক ভোজন আৰু প্ৰসাদৰ অংশ ৰাখে।

ভোজনৰ পিছত সকলোৰে শাৰী পাতি আঠু কাঢ়ি দেৱ-দেৱীক আৰাধনা কৰে। প্ৰধান পূজাৰীয়ে সমূহ ৰাইজৰ হৈ আৰাধনা কৰে। গাওঁৰ সকলো মানুহে পোহনীয়া জীৱ-জন্তুৰ কল্যাণৰ বাবে, শস্যাদিৰ ফলৰ কোনো ক্ষতি সাধন নহ'বৰ বাবে, প্ৰত্যেক দেৱ-দেৱীকে সম্বোধন কৰি আৰাধনা কৰে। আৰাধনাৰ পিছত এবাৰ সমবেত ভাবে দেৱ-দেৱীসকলৰ প্ৰতি আন্তৰিক ভক্তি জনায় আৰু আশীৰ্বাদ কামনা কৰে। তাৰ পিছত পূজাৰী সকলে দেৱ-দেৱীসকলক অৰ্পণ কৰা প্ৰসাদ ভোগ উঠায়, আৰু তাতেই বিতৰণ কৰি সকলোৰে ঘৰা-ঘৰি আহে।

ৰংদানি ৰাভাসকলেও এই 'লাঙা' পূজা কৰে। এওঁলোকৰ আনুষঙ্গিক দেৱতাবোৰ পাতি ৰাভাৰ লগত নিমিলে—বেলেগ বেলেগ। তেওঁলোকৰ দেৱতাৰ সমষ্টি তলত উল্লেখ কৰা হল।

| লাখৰ | চামাৰদাং | দোহাৰদাং | লাঙা | ধৰ্ম |
|---|---|---|---|---|
| ০ | ০ | ০ | ০ | |
| ১ ভাগ | ১ ভাগ | ১ ভাগ | ১ ভাগ | ১ ভাগ |
| ১ টা কুকুৰা | ১ টা কুকুৰা | ১ টা কুকুৰা | ১ টা পঠা ছাগলী | ১ টা জেকেৰা |

প্ৰত্যেক দেৱতাৰ প্ৰতীক শিল এটা। লাঙা দেৱতাক পঠা ছাগলী বলি দিয়া হয়। ধৰ্মীৰেক জেকেৰা কুকুৰা এটাকে বলি দিয়া হয়। আৰু লাঙাৰ প্ৰসাদেৰে পূজা কৰাৰ পাছতহে বলি দিয়া

হয়। প্ৰত্যেক দেৱতাৰ বলিৰ যকৃত উলিয়াই বেলেগ বেলেগকৈ জুইত পোৰে। তাৰ পাছত সেইবোৰত মিঠাতেল, হালধি মিহলাই প্ৰতি দেৱতাৰ ভাগত দি দিয়ে। তাৰ পাছত দেউৰীয়ে প্ৰস্তুত কৰি নিয়া 'কৰাইৰ ভোগ' দিয়ে। প্ৰতি দেৱতাক্ ধৰীটোৰে ৫ ধাৰকৈ মদ অৰ্পণ কৰে। তাৰ পাছত সামূহিক ভাবে মদ খায় আৰু ভোজন কৰে। ভোজনৰ বাবে বেলেগ বাজনি নিয়োগ কৰা হয়। মদ খোৱাৰ পাছত আন এটা বেলেগ জোঙা মদ চেঁকি পুনঃ প্ৰতি দেৱতাক ৫ ধাৰকৈ মদ অৰ্পণ কৰে। তাৰ পাছত দেউৰীয়ে সমূহ ৰাইজৰ হৈ দেৱতাসকলক গাওঁবাসীৰ সৰ্বাংগীন মঙ্গলৰ বাবে আৰাধনা কৰে। এওঁলোকৰ এটি বিশেষত্ব এয়ে যে প্ৰতিঘৰ মুৰব্বী মানুহজনে আগতে স্থাপন কৰি থোৱা শিলৰ পীৰাত বহি মদ ভাত খাব লাগে। কিবা কাৰণত বাপেক অনুপস্থিত থাকিলে জ্যেষ্ঠ পুতেকে সেই আসন গ্ৰহণ কৰিব পাৰে, আনে নোৱাৰে। এজনৰ শিলৰ পীৰাত আন এজনে ভুলতো বহিব নোৱাৰে ; অন্যথায় দণ্ডনীয় হব লগা হয়। দেউৰীয়ে থালত মদ খুৱাওঁতে ক্ৰমিক ভাবেহে খুৱাই যাব লাগে। মাজতে এজনক এৰি আন এজনক মদ খুৱাব নোৱাৰে। দেউৰীৰ বাহিৰে আন কোনো মানুহে কাকো মদ খুৱাব নোৱাৰে। মদ খাই কোনো মানুহে গোলমাল সৃষ্টি কৰিব নোৱাৰে। সকলো নিয়ম শৃঙ্খলা বজাই ৰাখি মদ-ভাত খায়। কিবা ব্যতিক্ৰম হলে দেউৰীৰো দণ্ড হব পাৰে। এওঁলোকেও গাৱঁৰ বাহিৰত পূজা কৰে। পূজাত তিৰোতা মানুহৰ স্থান নাই। গাৱঁৰ ডেকা মানুহ গৈ মদ ভাত খাব পাৰে, কিন্তু বেলেগ ঠাইত বহিব লাগে। শিলৰ পীৰাত বহাৰ অধিকাৰ নাথাকে। এই শিলৰ পীৰাবোৰ দেৱতাৰ শিলৰ প্ৰতীকবোৰৰ দৰেই গোটেই বছৰ পূজাৰ থানতেই সজ্জিত হৈ থাকে। এই কাৰণবশতঃ এখন বংদানি গাওঁৰ লাঙা পূজাৰ থানত যি কোনো সময়ত উপস্থিত হৈ তাত সজ্জিত কৰি ৰখা শিলৰ পীৰাবোৰ হিচাব কৰিলেই সেই গাওঁখনৰ গৃহস্থৰ বা পৰিয়ালৰ সংখ্যা পাব পাৰি।

## (৬) কাঁচা খাইতি পূজা ঃ

ৰাভাসকলে স্বয়ং ভগৱতীক 'কৈচাইখাতি' ৰূপত কল্পায়িত কৰি পূজা কৰে। তেওঁলোকে 'কাঁচা খাইতি' বুলি কয়। এই পূজা সাধাৰণতে ব'হাগ-জেঠ মাহত কৰা হয়। কিছুমানে 'লাঙা' পূজাৰ দিনাখনেই এই পূজা কৰে। ই এটা সামূহিক পূজা। নদীৰ পাৰত পানীৰ নিচেই ওচৰত এই পূজা কৰা হয়। বাতিপুৱাই কলগছৰ দোনাৰে অন্ততঃ ৬ ফুট দীঘল এখন নাও (ডিঙা) তৈয়াৰ কৰে। সেই কাৰণে ইয়াক 'ডিঙা পূজা' বুলিও কয়। এই পূজা পাতি ৰাভাসকলে কৰে। ৰাতি পুৱা গাওঁৰ প্ৰতিঘৰৰ তিৰোতাই স্নানাদি কৰি শুদ্ধমনে, একো জলপান নকৰি প্ৰসাদৰ বাবে আতুতীয়াকৈ প্ৰস্তুত কৰা চাউল লৈ মূল দেউৰীৰ ঘৰলৈ যায়। তাতেই সকলো তিৰোতাই পকো পিঠা, তেল পিঠা, লাৰু পিঠা, চেপেটা পিঠা, আকুলি পিঠা, বিধে বিধে তৈয়াৰ কৰে পূজাৰ কাৰণে। পিঠাবোৰৰ তৈয়াৰ কৰোঁতে হালধিৰ ৰং দিয়া হয়। পূজাৰ আগতে মূল দেউৰীৰ ঘৰত শুদ্ধাচাৰভাৱে পূজাৰ মদ প্ৰস্তুত কৰা হয়। হঠাৎ পৰিয়ালত কোনো অশৌচ হলে দেউৰীয়ে পূজাৰ বাবে যোগাৰ কৰা সকলো সামগ্ৰী পেলনি দিয়া যায়।

তিৰোতাসকলে পিঠা তৈয়াৰ কৰি থকাৰ সময়তে ডেকাসকলে 'হাওল' খেদিবলৈ যায়। 'হাওল' খেদাৰ অৰ্থ—গাওঁৰ ভিতৰত থকা ভূত-প্ৰেতাদিক খেদি দিয়া। ডেকা ল'ৰাবোৰে দীঘল বাঁহৰ লাঠি লৈ প্ৰতি গৃহস্থৰ ঘৰলৈ যায় আৰু গৃহস্থৰ প্ৰতিখন ঘৰৰ বেৰত বাহিৰৰ ফালৰপৰা কোবাই আহে। ডেকা ল'ৰাবোৰৰ এজনে লগে লগে 'ঢোল' কোবাই যায়। ঢোলৰ বাজি অৰ্থাৎ বাজনাতো স্বকীয়তা আছে। গৃহস্থৰ বাৰীত যিমানবোৰ ফলমূল থাকে, সেই সকলো বিধৰে ২/১ টাকৈ ডেকা ল'ৰাবোৰক সাধ্যানুযায়ী চাউল, কণী, কেঁচা ফলমূল আদি দি দিয়ে। ছাগলী, কুকুৰা, হাঁহ-পাৰ আদি বাৰীৰ ভিতৰত বা চোতালত মুক্ত অৱস্থাত দেখা পালে দেৱীৰ উচৰ্গাৰ বাবে 'হাওল' খেদাবোৰ ধৰি আনিব পাৰে। তাত গৃহস্থই বাধা দিলে দণ্ডনীয় হব লাগে। সেইকাৰণে জানি বুজি গৃহস্থই আগদিনাই খোঙাৰত (গঁৰালত) বান্ধি ৰাখে, এৰি নিদিয়ে। 'হাওল' খেদা ডেকা ল'ৰাবোৰে গাওঁৰ ভিতৰত চুকে-কোণে থকা ভূত-প্ৰেতাদিক খেদি আনি 'কাঁচা খাইতি' দেৱীক অৰ্পণ কৰে যাতে আগন্তুক বছৰটোত ভূত-প্ৰেতবোৰে মানুহক কোনো উৎপীড়ন কৰিবলৈ সুযোগ নাপায়। ৰাভাসকলৰ বিশ্বাস যে—ভূত-প্ৰেতবিলাক কৰায়ত্ব কৰিব পাৰে একমাত্ৰ 'কাঁচা খাইতি' দেৱীয়েহে।

প্ৰধান দেউৰী, লেং দেউৰী, হাওল খেদা ল'ৰাবোৰ আৰু সমূহ তিৰোতাই পূজাৰ সামগ্ৰী আদিৰে কল দোনাৰে প্ৰস্তুত 'ডিঙা নাওখনি' দুটা ডেকা ল'ৰাৰ কান্ধত তুলি দি—পাছে পাছে সকলো বাদ্যযন্ত্ৰেৰে মুখৰিত কৰি শোভাযাত্ৰাৰে এখন নদীৰ পাৰলৈ যায়।

কলদোনাৰ 'ডিঙাখনি' নদীৰ পানীৰ নিচেই কাষত স্থাপন কৰি পূজা কৰা হয়। এই পূজাত ৬০টা ঠগি বা ভাগ দিয়া হয়। এই ডিঙা নাওৰ লগতে নাঙল এখন (কাঠৰ), টাঙোন সংযুক্ত বতাবনৰ হাতীশূৰীয়া ধ্বজা এখন আৰু ডম্বৰু সংযুক্ত 'চাতাই' এখন (বাঁহৰ) তৈয়াৰ কৰা হয়। নাঙলক বিশ্বকৰ্মা হিচাপে, টাঙোন সংযুক্ত হাতীশূৰীয়া ধ্বজাটোক চণ্ডীদেৱী হিচাবে আৰু ডম্বৰু সংযুক্ত চাতাইখনক মহাদেৱ জ্ঞান কৰি আনুষঙ্গিক দেৱ-দেৱী হিচাবে পূজা কৰা হয়।

এই পূজাত পিঠাৰ বাহিৰে সকলো পূজাৰ সামগ্ৰী যেনে—গুড়, চেনি, কল, কঁঠাল, টেঙা আদি ফলমূল কেঁচা হব লাগে। কোনো পকা বস্তু পূজাত নচলে, এই পূজাত প্ৰতি ঠগিতে মদো অৰ্পণ কৰা হয়। তাৰ পাছত সামূহিক ভাবে গাওঁৰ সৰ্বতো মঙ্গলৰ বাবে 'কাঁচা-খাইতি' দেৱীৰ সন্মুখত সাষ্টাঙ্গে প্ৰণাম জনাই ভক্তি সহকাৰে প্ৰাৰ্থনা জনায়। এই পূজাত বলি দিয়া নহয়। বলিৰ পৰিবৰ্তে এটা হাঁহ বা ছাগলী ডিঙাৰ ভিতৰত সুমুৱাই দি দেৱীক উচৰ্গা কৰা হয়। হাওল খেদোঁতে অৰক্ষিত অৱস্থাত পোৱা হাঁহ, পাৰ, ছাগলী আদিও এনেকৈ ডিঙাত সুমুৱাই দিয়া হয়। লগতে পূজাৰ আবৰ্জনাবোৰো সুমুৱাই দি ডিঙাখন নদীত বিসৰ্জন দিয়া হয়। এই পূজাৰ প্ৰসাদ বিতৰণ নহয় আৰু মানুহে নাখায়। কেঁচাইখাতি দেৱীৰ নামত জয়ধ্বনি দি ডিঙাখন নদীত বিসৰ্জন দি পিছফালে ঘূৰি ডিঙাখন দৰ্শন কৰিলে ব্যক্তিগত অমঙ্গল হয় বুলি ৰাভাসকলে বিশ্বাস কৰে। কিন্তু দুৰৈত গৈ সকলোৱে প্ৰসাদৰ অৱশিষ্ট বস্তুবোৰ এঠাইত খাই ঘৰা-ঘৰি আহে।

### (৭) মাৰাই পূজা (মনসা পূজা) ঃ

গোৱালপাৰা আৰু কামৰূপ জিলাৰ ব্ৰহ্মপুত্ৰৰ দক্ষিণ পাৰত ৰাভাসকলেই পোন প্ৰথমে 'মাৰাই' বা 'মনসা' পূজাৰ প্ৰচলন কৰিছিল। এইবোৰ অঞ্চলত এতিয়াও যিবোৰ মনসা পূজাৰ থান আছে সেইবোৰ ৰাভা গাওঁবোৰতেই কেন্দ্ৰীভূত। অৱশ্যে অন্যান্য জাতিৰ মাজতো এই পূজা বৰ্তমান নোহোৱা নহয়। ৰাভাসকলেই এই পূজা প্ৰচলন কৰাৰ প্ৰমাণ এইটোৱেই যে, আগৰেপৰাই 'মাৰাই গান'ৰ ওজা-পালিসকল ৰাভা মানুহবোৰৰ মাজতেই পৰম্পৰাগত ভাবে হৈ থকা দেখা যায়। মনসা পূজাৰ দেউধনীসকলো তদ্ৰূপ। মাৰাই গানত নচা 'দেওধনী'ও ৰাভাসকলৰপৰাই পোন প্ৰথমে হৈছিল বুলি আজিও ৰাভা মানুহবোৰেই কয়। গোৱালপাৰাত প্ৰচলিত মাৰাই (মনসা) গান দুৰ্গাবৰ আৰু নাৰায়ণদেৱৰ গানতকৈ পৃথক দেখা যায়। 'সৃষ্টিতত্ত্ব খণ্ডত' মনকৰৰ লগত কিছু সাদৃশ্য দেখা যায়। মনকৰৰ বেউলা লক্ষীন্দৰৰ জন্মখণ্ড পোৱা হলে গোৱালপাৰাৰ দক্ষিণ অঞ্চলত প্ৰচলিত মনসা গান বিজনি কৰিব পৰা গলহেঁতেন। এইফালৰপৰা গোৱালপাৰাৰ দক্ষিণ অঞ্চলত প্ৰচলিত মনসা গানৰ গৱেষণাৰ আৱশ্যক। এইবোৰ এতিয়াও সংৰক্ষিত অৱস্থাত আছে। এই গান অধিক হাস্যৰসাত্মক। পদ্মাপুৰাণৰ গান এই পূজাত নচলে।

মনসা পূজা 'ফুলমাৰাই' আৰু 'গোটা মাৰাই' এই দুই ধৰণে পূজা কৰে। 'ফুলমাৰাই' এদিন এৰাতিতে শেষ কৰা হয়, আৰু 'গোটামাৰাই' তিনি দিন বা তিনি ৰাতিত শেষ কৰা হয়। মনসা বা মাৰাই পূজাত ম'হ, ছাগলী বলি দিয়া হয়। মনসা পূজা আঞ্চলিকভাবে বা ব্যক্তিগত ভাবে কৰা হয়। সপৰ অধিষ্ঠাত্ৰী দেৱী হিচাবে ৰাভাসকলে এই পূজা কৰে। পূজাত 'মজু' বা মঞ্চ তৈয়াৰ কৰা হয়। এই 'মজুত' মনসা আৰু বেউলা-লক্ষীন্দৰৰ ঘটনা সংশ্লিষ্ট চৰিত্ৰবোৰৰ উপৰিও নানা দেৱ-দেৱীৰ চৰিত্ৰও অঙ্কন কৰা হয়।

### (৮) দাৰমাং বায় ঃ

'হাছং' পূজাত 'দাৰমাং বায়ক' প্ৰধান দেৱতা হিচাবে পূজা কৰা হয়। কিন্তু এই দেৱতাক ব্যক্তিগত ভাবেও পূজা কৰা হয়। স্বাস্থ্য আৰু সম্পত্তিৰ মালিক হিচাবেও এই দেৱতাক পূজা কৰা হয়। যেতিয়া পৰিয়ালবৰ্গৰ জ্বৰ, বেমাৰ আদি ঘনেপতি হৈ থাকে, আৰু ঘৰৰ আৰ্থিক অৱস্থা ক্ৰমে শোচনীয় হয়, তেতিয়াই গৃহস্থজনে এই দেৱতাক পূজা কৰে। ৰাভাসকলৰ মতে এই দেৱতা 'দাৰমাং' পাহাৰত অৱস্থিত। বিয়াৰ ভোজনৰ বাবে যেতিয়া গাহৰি কটা হয়, তেতিয়া এই দেৱতাৰ নামত উচৰ্গা কৰি ঘৰৰ সন্মুখত গাহৰিটো কটা হয়। এই দেৱতাৰ নামত ভাতৰ লগত-আৰত গাহৰি বলি দিয়া হয়।

### (৯) বেৰা-বাতুলায় ঃ

এই দেৱতা ঘৰৰ পোহনীয়া গৰু, ম'হ, ছাগলী, গাহৰি আদি জন্তুবোৰৰ ৰক্ষাকৰ্তা। এই দেৱতাক সন্তুষ্ট কৰিব পাৰিলে ঘৰচীয়া জন্তুৰ কোনো বেমাৰ-আজাৰ হানি-বিঘিনি নহয় বুলি

ভাবে। এটা ছাগলী, এটা ৰঙা ডেকেৰা কুকুৰাৰে এই দেৱতাক বলি দিয়া হয়। বলি দিয়া আৰু পূজা কৰা ঠাই হৈছে ঘৰৰ সন্মুখ।

### (১০) লাজাচাৰা বায় ঃ

এই দেৱতাক 'হাছং' পূজাৰ লগতো কৰা হয়। সামূহিক ভাবেও এই পূজা কৰা হয়। এই পূজা গাওঁৰ অলপ দূৰৈত কৰা হয়। গাঁৱলীয়া আকস্মিক দুৰ্ঘটনাৰপৰা ৰক্ষা পাবৰ কাৰণে এই দেৱতাক পূজা কৰে। এটা বা ততোধিক কুকুৰা বলি দি এই পূজা কৰা হয়।

### (১১) হায় মায়ৰং বায় ঃ

ই এটা গৃহস্থৰ গাইগুটীয়া দেৱতা। বাস কৰা ঘৰৰ অলপ ওচৰতেই এই দেৱতাৰ পূজা কৰা হয়। এই দেৱতাক পূজিলে মানুহবোৰৰ শাৰীৰিক অসুস্থতা, খোৰা বা কলা বেমাৰ নহয়। এই দেৱতা পূজা কৰিবলৈ বলিৰ কাৰণে ১২টা কুকুৰা আৰু ছাগলীৰ আৱশ্যক। লগতে দুই জোঙা মদৰো আৱশ্যক।

### (১২) খেলাৰাম বায় ঃ

ই এটা হিন্দু দেৱতা। যেতিয়া বাৰীত ফল-মূল ফলে, তেতিয়া এই ফল-মূল যাতে নসৰে, নপচে বা পোকে অনিষ্ট সাধন কৰিব নোৱাৰে তাৰ বাবে এটা পঠা ছাগলী বলি দি এই পূজা কৰে। ইয়াক সামূহিক উৎসৱ হিচাবেও পালন কৰা হয়।

### (১৩) মাৰাং বায় ঃ

ইয়াৰ অৰ্থ ব্যাপক। গাওঁত কোনো অপায়-অমঙ্গল, মাৰি-মৰক আদিৰ সম্ভাৱনা হলে এই 'মাৰাং' দেৱতাৰ পূজা কৰা হয়। মাত্ৰ এটা কুকুৰা পোৱালি বলি দিয়া হয়। গাইগুটীয়া হিচাবে এই পূজা কৰা হয়।

### (১৪) নবান্নৰ দেৱতাসমূহ ঃ

সাধাৰণতঃ পাতি ৰাভা সকলে নবান্নৰ সময়ত কেইটামান দেৱতাৰ পূজা কৰা দেখা যায়। এই পূজা চোতালত অনুষ্ঠিত কৰে। (১) সুৱচনী ঃ—এই দেৱতালৈ ১৩ ভাগ প্ৰসাদ আগ বঢ়ায়, ক'লা পঠা এটি বলি দিয়ে। (২) ধৰ্ম ঃ—এই দেৱতালৈ মাত্ৰ ১ভাগ প্ৰসাদ আগ বঢ়ায়, বগা ডেকেৰা কুকুৰা এটা বলি দিয়ে। (৩) লাঙা ঃ—এই দেৱতালৈ ৫ ভাগ প্ৰসাদ আগ বঢ়ায়, ৰঙা ডেকেৰা কুকুৰা এটি বলি দিয়ে। (৪) বুঢ়া দেও ঃ—এই দেৱতালৈ ৫ ভাগ প্ৰসাদ আগ বঢ়ায়, এটা মাইকী গাহৰি বা এটা ডেকেৰা কুকুৰা বলি দিয়ে। (৫) পীৰবাবু ঃ—এই দেৱতালৈ ৫ ভাগ প্ৰসাদ আগ বঢ়ায়, এটা ডেকেৰা কুকুৰা বলি দিয়ে। [illegible] ঘৰৰ দুৱাৰ মুখত আন এগৰাকী দেৱীৰ পূজা কৰে, তাক '[illegible]' বা লক্ষ্মী বুলি কোৱা হয়। এই দেৱীয়ে ৫ ভাগ প্ৰসাদ আগ বঢ়ায়, আৰু [illegible] অৰ্পণ কৰে। এই দেৱীক মাইকী গাহৰি এটা নাইবা হাঁহ এটা বলি দিয়ে। বলি দিয়াৰ পিছত সেই ঘৰতে ৰন্ধন কৰি ভাত আৰু মাংসৰ

ভোগ দিয়া হয়। তাৰ পাছত আৰু এটা বগা কুকুৰা বলি দি পূজাৰ কাম সমাপ্ত কৰা হয়। ৰৰঘৰত ঘৰগোসাঁনীক (বোৱাক) ৩ ভাগ প্ৰসাদ আগ বঢ়াই, ১ টা ক'লা ডেকেৰা কুকুৰা বলি দিয়ে ; আৰু লগতে 'বিশ্বকৰম' দেৱতালৈ ৩ ভাগ প্ৰসাদ আগ বঢ়াই ১টা ডেকেৰা কুকুৰা বলি দি পূজাৰ কাম সমাপন কৰা হয়। এই পূজাৰ পিছ দিনৰপৰাহে গৃহস্থই নতুন ধানৰ ভাত খায়। এই পূজা আঘোন মাহত কৰা হয়।

পাতি ৰাভাসকলে ভগৱতীৰ পূজা কৰে। সাধাৰণতঃ যেতিয়া কোনো মানুহৰ অসুখ বা বসন্ত ৰোগ হোৱা বুলি সম্ভৱনা কৰিলে ভগৱতীৰ মানস কৰি কেইদিন মান পিছতেই পূজা কৰে। দেৱীলৈ ১৮ ভাগ প্ৰসাদ আগ বঢ়ায়। কোনো কোনোৱে এই পূজাত 'আই নামৰ' ব্যৱস্থা কৰে। এই পূজাত কোনো বলি-বিধান নচলে।

ইয়াৰ উপৰিও ৰাভাসকলে গোষ্ঠী নিৰ্বিশেষে বহুতো দেৱ-দেৱীৰ পূজা কৰে, তাৰে কিছুমান হিন্দু নীতে হিচাবেই সমাপন কৰা দেখা যায়। হিন্দু ধৰ্মৰ প্ৰভাৱান্বিত হৈ 'জড় উপাসক' হলেও সাধাৰণতঃ তলত উল্লেখ কৰা দেৱ-দেৱীসকলৰ পূজা অৰ্চনা কৰা দেখা যায়। যেনে ঃ— লক্ষ্মীপূজা, শ্ৰীকৃষ্ণৰ দোলযাত্ৰা, জন্মাষ্টমী, দুৰ্গাপূজা, কালী পূজা, শিৱ ৰাত্ৰি, বলৰাম পূজা, নিশাকালী পূজা, ৰাধাষ্টমী পূজা, ত্ৰিনাথ পূজা, সোৰৰ পূজা, লোকযাত্ৰা পূজা, কামাখ্যা পূজা, সত্যনাৰায়ণ পূজা, চণ্ডী পূজা ইত্যাদি। এইবোৰ অন্যান্য জাতিৰ লগত মিলিত হৈ সাৰ্বজনীন ভাবে পূজা কৰে।

## ভূত-প্ৰেতাদি

### (১) 'তি'ক্কাৰ বায়' বা 'ডাইনী' ঃ

'তি'ক্কাৰ' বা ডাইনী দেৱতা নহয়। তিবোতা মানুহে মন্ত্ৰৰ বলত 'ডাইনী'ৰ ৰূপ ধাৰণ কৰিব পাৰে বুলি ৰাভাসকলে বিশ্বাস কৰি আহিছে। ইয়াৰ অবাধ গতি। সকলো দেৱতাৰ লগতেই এটা অংশ পায়। অৱস্থা ভেদে কুকুৰা, হাঁহ, ছাগলী বলি দি এই পূজা কৰা হয়। সাধাৰণতে বলি পেটৰ নাড়ী-ভুৰু, কলিজা, আদিহে ডাইনীৰ প্ৰিয় খাদ্য। মাংস খিনি পূজাৰ পিছত মানুহে খাব পাৰে। ইচ্ছা কৰিলে ৰোগীজনেও খাব পাৰে।

সকলো গোষ্ঠীৰ ৰাভাই ডাইনীৰ পূজা কৰে। কিন্তু আঞ্চলিক ভাবে এই পূজা বিভিন্ন প্ৰকাৰে কৰা দেখা যায়। এই পূজা ঘৰৰ বাহিৰত কৰা হয়। 'কুকুৰা' দি পূজিব লাগিলে বাৰীৰ ভিতৰতে কৰা হয়। 'ম্যাহৰি' বা 'ছাগলী' দি পূজিব লাগিলে গাঁৱৰ নিলগত পূজা কৰা হয়। পূজা কৰাৰ আগতে পাহৰি বা ছাগলীটো মাৰি তাৰ অনুমান ৩/৪ অংশ মাংসৰ বাৰা পাক-পাচলিৰে একিধ আঞ্জা তৈয়াৰ কৰা হয়। সেই পৰিমাণে ভাতো ৰন্ধা হয়। তাৰ পাছতে পূজা কৰা ঠাইত সকলোবোৰ ভাত, আঞ্জা আৰু পূজাৰ সামগ্ৰীবোৰ ভাৰ হৈ লৈ যোৱা হয়। কলেও ৪যুৰি দীঘল, ২যুৰি বহল খাঁহৰ চাং তৈয়াৰ কৰা হয়। সেই চাংখন ৪যুৰি ওখকৈ, প্ৰত্যেক খুঁটিৰ ওপৰত সমুদায় ভাত আঞ্জাবোৰ থাকি পূজা কৰা হয়। এই পূজা সাধাৰণতে ৰাতি নিশা

কৰা হয়। ৰাভা সকলে ভাবে যে— পূজাৰ পিছতেই 'কৰণি' কৰা তিৰোতাজনীয়ে (ডাইনী বিদ্যা জনা জনী) মায়া বিদ্যাৰ বলত কুকুৰ বা শিয়াল ৰূপ ধাৰণ কৰি সেই সকলোবোৰ ভাত-আঞ্জা খাই যায়। ডাইনী বিদ্যা জনা তিৰোতাই হেনো ৰাতি মায়া বিদ্যাৰ বলত নিজৰ ডিঙিৰ পৰা মূৰ দুডোখৰ কৰি জিভাৰে খুব বেগেৰে ঘূৰি-ফুৰি কীট-পতঙ্গাদি খাই ফুৰে। এনেকি কঁঠাল গছতো জিভাৰে শামুকৰ দৰে বেগেৰে উঠি ৰাতি মানুহৰ বাৰীৰ কঁঠালবোৰ খাই ফুৰে। এই বিদ্যা কেৱল তিৰোতাসকলেহে জানে বুলি কয়। আগতে অধিক সংখ্যক তিৰোতাই এই বিদ্যা জানিছিল আৰু হিংসাকুৰীয়াসকলে আনৰ অনিষ্ট সাধন কৰিছিল। বৰ্তমান প্ৰায় কমি গৈছে। এই বিদ্যা শিকি কাৰো অনিষ্ট নকৰিলে হেনো ঘৰত লক্ষ্মীৰ বসতি হয় বুলি কয়। কিন্তু এই সংযম হেনো ৰাখিব নোৱাৰে। এইটো এটা অতি গোপন বিদ্যা।

পেটৰ অসহ্য বেদনা, বুকুৰ কলিজাটি কোনোবাই চোকা অস্ত্ৰেৰে কটা বিষৰ অনুভৱ, মাত-বোল নোহোৱাকৈ অচেতন অৱস্থাত পৰি থকা, মূৰৰ অসহ্য বেদনাদি 'ডাইনী' আক্ৰমণৰ লক্ষণ। কেতিয়াবা ডাইনীয়ে আক্ৰমণ কৰা বুলি হঠাতে জানিব নোৱাৰি। ৰোগীয়ে মাত-বোল নোহোৱাকৈ মৰাৰ দৰে পৰি থাকে। তেতিয়া 'ওজাই' নাইবা অভিজ্ঞ মানুহে ৰোগীক তৎক্ষণাৎ জালেৰে চাৰিওফালে আবৃত্ত কৰি নাকৰ ওচৰত 'নাকদাংগ্ৰা' (নাগেশ্বৰ) গছৰ পাত ধৰে। 'নাকদাংগ্ৰা'ৰ তীব্ৰ গোন্ধত ৰোগীজন ছটফট কৰে। তেতিয়া ডাইনীজনীৰ পৰিচয় আৰু কি কাৰণে লম্ভিছে বুলি ভীতি প্ৰদৰ্শন কৰি সুধিলে ৰোগীজনে ডাইনীজনীৰ নাম-ধাম আৰু কিহৰ বাবে লম্ভিছে সকলোবোৰ স্বীকাৰ কৰে আৰু কি অভীষ্ট বস্তু পালে তাই ৰোগীক এৰি যাব তাকো কৈ দিয়ে।

এইখিনি প্ৰতিশ্ৰুতি পাবলৈ 'ওজাই' ৰোগীকেই শাৰীৰিক শাস্তিৰ ব্যৱস্থা কৰে, নহ'লে তাই স্বীকাৰ নকৰে। ৰোগীৰ ভৰি আৰু হাতৰ কেঞা আঙুলিবোৰত প্ৰথমেই এঁৰা সূতাৰে টানকৈ বান্ধি ৰাখিব লাগে, তেতিয়া ডাইনী এৰি যাব নোৱাৰে। ৰোগীৰ মুখেৰেই ডাইনীয়ে ৰোগীক আৰোগ্য কৰা প্ৰতিশ্ৰুতি পালেহে 'ওজাই' ডাইনীক এৰি দিয়ে।

## (২) বীৰা বায় ঃ

'বীৰ' শব্দৰ পৰাই বোধকৰো 'বীৰা' নাম হৈছে। বীৰা দেৱতাই কৰিব নোৱাৰা একো নাই। ৰাভাসকলে স্বচক্ষে 'বীৰা' দেৱতাক দেখা বুলি কয়। তেওঁলোকে বীৰা দেৱতাৰ বৰ্ণনা দি কয় যে— বীৰাই ইচ্ছামতে ডাঙৰ-দীঘল হ'ব পাৰে, হঠাতে অদৃশ্যও হ'ব পাৰে। বীৰাই হঠাতে ডাঙৰ গছৰ ডাল, জলুকা বাঁহ, কাঁক বাঁহ, গছ-লতাদি ভাঙিব পাৰে। বীৰাৰ গাৰ আকৃতি খুউব দীঘল, ভৰি-হাতো খুউব দীঘল, গাৰ নোম দীঘল, ৰবল ভীষণ ক'লা আকৃতিৰ। বীৰা থকা ঠাইৰ কাষেদি গ'লে হঠাতে সি তেনে আকৃতিৰে বাটৰ দুয়োকাষে থকা বাঁহ বা গছৰ ওপৰত ওলমি থিয় হৈ মানুহক ভীতি প্ৰদৰ্শন কৰে আৰু তৎক্ষণাত অদৃশ্য হয়। সেইকাৰণে বীৰাৰ মুখৰ আকৃতি কেনেকুৱা আজিলৈকে

তাক কোনেও ক'ব নোৱাৰে। ভীতি প্ৰদৰ্শনত ভয় খালে মানুহৰ বেমাৰ হয়। সাধাৰণতে ভলুকা বাঁহ আৰু কাক বাঁহৰ জোপোহাত বীৰাৰ বাসস্থান বুলি কয়। কিছুমান গাঁৱলীয়া ওজাই কঠোৰ সাধনাৰ বলত বীৰা দেৱতাক আয়ত্ত কৰে আৰু তাৰ যোগেদি অসাধ্য সাধন কৰে। এই বীৰাৰ দ্বাৰা ভাল-বেয়া দুয়োটা কাম সমাধা কৰাব পাৰি। বীৰা হেনো ওঠৰ প্ৰকাৰৰ আছে। বনবীয়া বীৰাৰ দ্বাৰাও মানুহৰ ক্ষতি সাধন হ'ব পাৰে। নাইবা হিংসুক ওজাসকলে বীৰাৰ দ্বাৰা 'বাণমাৰণি' কৰি মানুহৰ অশেষ ক্ষতি সাধন কৰিব পাৰে।

বীৰা দেৱতাই ধৰিলে বা কোনো ওজাই হিংসা ভাবেৰে মানুহক বীৰা লগাই দিলে মানুহ বলিয়া হয়, ঘৰ এৰি পলাই যাব খোজে, পাহাৰত উঠে, গছত উঠে, নদীত নামে ইত্যাদি। তেতিয়া ৰোগীক বান্ধি থ'ব লাগে। গৃহস্থৰ ঘৰ-দুৱাৰৰ ওপৰত ডাঙৰ ডাঙৰ কাঠৰ টুকুৰা, শিলগুটি আদি দিন-ৰাতি অবিৰাম গতিৰে দলিয়াই মানুহক অত্যাচাৰ কৰে। কিন্তু গৃহস্থৰ বা আন কোনো মানুহৰ গাত সেই দলিবোৰ নালাগে।

এই দেৱতাক ক'লা পঠাৰে পূজা দিব লাগে। ওজাজনে সোঁহাতত এডাল সৰু বেঁতেৰে সৈতে সৌৰা (ছেওৰা) গছৰ সৰু ঠানি কেইটামান বান্ধি চাবুক সাজি লয় আৰু বাওঁ হাতেৰে পঠাটোৰ ডিঙিত বটিডাল ধৰি লয়। এইদৰে এফালকি মন্ত্ৰ ৰোগীজনৰ ওচৰত মতাৰ পিছত গাঁৱৰ নিলগত গৈ পূজাৰ বাকী কৰিবলগা কামখিনি সমাপন কৰে। এই দেৱতাৰ পূজাত অংশ গ্ৰহণ কৰোঁতাসকল সদায় অযুগ্ম সংখ্যা হ'ব লাগে। অৰ্থাৎ পূজাৰীজনৰ সৈতে তিনিজন নাইবা পাঁচজন হ'ব লাগে। ইয়াৰ মন্ত্ৰবোৰ ৰাভাসকলৰ কথিত অসমীয়া ভাষাত (লেমাকাথা) গোৱা হয়। তলত এটা উদাহৰণ উল্লেখ কৰা হ'ল—

"ওই, ডালেৰে বীৰা না পাতেৰে বীৰা?
আকাশেৰে বীৰা, না পাতালেৰ বীৰা?
হা বীৰা! হা বীৰা হা!
ওই, বীৰামন চাইতে কায়াও না বাড়ে,
হা বীৰা! হা বীৰা হা!
ছেওৰা গাছৰ পাতে জনম পায়য়া,
ছেওৰা গাছৰ পাততে কৰম পায়য়া,
বীৰাণি হাম্বা— ও বীৰাণি হাম্বা,
বীৰাণি হাম্বা— বীৰাণি হাম্বা।"

*****

এই পূজা পদ্ধতি এতিয়াও চলি আছে, কিন্তু আঞ্চলিক হিচাবে পদ্ধতি কিছু বেলেগ। অতীজতে এই পূজাৰ পদ্ধতি বেলেগ বেলেগ আছিল। কণা কুকুৰা এটাহে বলি দিছিল। ঘোৰ অন্ধকাৰ অমাৱস্যাৰ গভীৰ ৰাতি দুজন মানুহে হাবিত পূজিবলৈ গৈছিল। এজনে

পূজাৰ সামগ্ৰী আৰু বলিৰ কুকুৰাটো লৈ গৈছিল আৰু আনজনে ৰক্ষক হিচাবে পিঠিত দীঘল চোকা তৰোৱাল বান্ধি লৈ গৈছিল যাতে অজ্ঞাতসাৰে হওক বা জ্ঞাত ভাবেই হওক হঠাতে বীৰা দেৱতাই সিহঁতক আহি আক্ৰমণ কৰিব নোৱাৰে।

(৩) ৰাক্ৰাৰায় (ঝাকুৰা) ঃ

সাধাৰণতঃ অবিৰাম জ্বৰ, মূৰ আৰু সৰ্বশৰীৰৰ বিষ আদিৰ লক্ষণত এই দেৱতাক পূজা দিয়া হয়। ইয়াক তিনি প্ৰকাৰেই পূজা কৰা হয়। যেনে— বৰ ৰাক্ৰা, মাজিকিলা ৰাক্ৰা আৰু স্ৰোট ৰাক্ৰা।

'বৰ ৰাক্ৰা' পূজাৰ বাবে গাঁৱৰ সমূহ মানুহৰ আৱশ্যক হয়। পূজা আবেলিৰ পৰা আৰম্ভ কৰা হয়। ৰোগীৰ ঘৰৰ চোতালত কলগছেৰে এটি ঘোঁৰা আকৃতিৰ প্ৰতিকৃতি তৈয়াৰ কৰা হয়। পিঠাগুৰিৰে মণ্ডপটোত আলপনা আঁকি ধূনা জ্বলাই পূজা আৰম্ভ কৰা হয়। প্ৰধান দেউৰীজনে হাতত এটা টোকৰাৰ (লাউৰ শুকান খোল) বীণা লয় আৰু সহকাৰী দেউৰীজনে সৰু এজোৰ তাল বা 'জুৰি' এজোৰেৰে বীণাৰ লগত তাল ৰক্ষা কৰি গোটেই ৰাতি 'ঝাকুৰা' দেৱতাৰ গীত গায়। সিদিনা ৰাতি গাঁৱৰ মানুহবোৰেও উজাগৰে থাকে। ৰাতি জাগি থাকিবৰ বাবে 'জোঙা' মদৰ ব্যৱস্থা থাকে। পৰ্যায়ক্ৰমে একো ফাঁকি গীত শেষ হোৱাৰ লগে লগে একোটাকৈ বলি দিয়া হয় আৰু সেইবোৰ বলি মানুহে খায়।

বলিৰ সংখ্যা ঃ— ডেকেৰা কুকুৰা ৮টা, ছাগলী ১টা, গাহৰি ১টা, কুকুৰাৰ কণী ২টা, কাছ বা পানী মাছ ১টা। (ইয়াৰ অবিহনে কলপাতত পিঠাগুৰি টোপোলা বান্ধি কাছৰ মূৰ্তি তৈয়াৰ কৰা হয়)

আগতে 'ঝাকুৰা' গীতবোৰ ৰাভা ভাষাৰেই আছিল বুলি জনা যায়। বৰ্তমান এই গীতবোৰ ৰাভা অসমীয়াৰ কথিত ৰূপত গোৱা হয়। উদাহৰণ এটি উল্লেখ কৰা হ'ল—

"জজ্বৰে বুঢ়া লাঙাই, জাবিয়া জাবিয়া ল—
জজ্বৰে বুঢ়া লাঙাই জাবিয়া জাবিয়া ল—
মাথাৰ বিষ বান গলাতে নাম;
গলাৰে বিষ বান বুকতে নাম;
বুকৰে বিষ বান কোমৰতে নাম;
কোমৰেৰ বিষ বান গাঠুতে নাম;
গাঠুৰে বিষ বান পাওতে নাম;
জজ্বৰে বুঢ়া লাঙাই, জাবিয়া জাবিয়া ল—
জজ্বৰে বুঢ়া লাঙাই জাবিয়া জাবিয়া ল—"

*****

মণ্ডপটো ভাঙিবৰ সময়ত তলৰ গীতটো গোৱা হয়—

"এ পূবেৰ শৰ, না পশ্চিমেৰ শৰ?
উত্তৰেৰ শৰ, না দক্ষিণেৰ শৰ?
ৰামেৰ শৰ, না লক্ষ্মণেৰ শৰ?
ভাঙিয়া চিঙিয়া আমাতিক্রি ভৰ, আমাতিক্রি ভৰ।
এ, জঙ্কৰে বুঢ়া লাজাই জাবিয়া জাবিয়া ল—
জঙ্কৰে বুঢ়া লাজাই জাবিয়া জাবিয়া ল—।"

****

মণ্ডপটো ভঙাৰ পিছত সকলোৱে মিলি জাবৰ-জোথৰেৰে ভৰি থকা চোতালখন চাফাই কৰে আৰু স্নানাদি কৰি ৰোগীৰ ঘৰত সমবেত হয়হি। তাৰ পাছত গৃহস্থই বাইজক মদ খুৱাই আৰু আমিষ ভোজন কৰায়। ওজা আৰু পালিক আমোল-পাল, পইচা, কাপোৰ আদিৰে বিদায় দিয়ে। 'মাজকিলা' আৰু 'হোটৰাজা' পূজাত বলিৰ সংখ্যা কমাকৈ দিয়া হয়। বৰ্তমান ব্যক্তিগত ভাবেও এই পূজা কৰা দেখা যায়।

(৪) বায়মা বায় ঃ

এই দেৱতাই জন্ম নিয়ন্ত্রণ কৰে। গৰ্ভৱতী তিৰোতা এগৰাকীৰ প্ৰসৱ এই দেৱতাই সুখকৰ বা কষ্টকৰ কৰিব পাৰে বুলি ৰাভাসকলে বিশ্বাস কৰে। সেই কাৰণে এগৰাকী তিৰোতা গৰ্ভৱতী হোৱাৰ পিছতেই এই দেৱতাৰ পূজা কৰা হয় যাতে সুখেৰে প্ৰসৱ কৰিব পাৰে। এই পূজা উপলক্ষে কোনো উৎসৱ কৰা নহয়। কেৱল বিল বা নদীৰ পানীৰ কাষত এটা হাঁহ নাইবা এটা ছাগলী বলি দি পূজা কৰা হয়। কুকুৰা বা গাহৰি এই পূজাত বলি দিয়া নহয়।

(৫) বামৰাজা বায় ঃ

সৰু ল'ৰা-ছোৱালী অতিপাত ঠাণ্ডা লাগি মূৰ্চ্ছা গ'লে এই দেৱতাক পূজা দিয়ে। ৰোগী থকা ঘৰৰ দুৱাৰ এখনক মাছ মৰা জালেৰে বেৰি পূজা কৰা হয়। এটা কুকুৰা নাইবা এটা হাঁহ বলি দিয়া হয়।

(৬) বুলাৰা বায় ঃ

নৱজাত শিশুৰ মঙ্গলৰ বাবে এটা মতা হাঁহেৰে এই পূজা কৰা হয়। বাঁহৰ তমালেৰে এখন চুঙা সাজি গুটি থকা কপাহ ডালাখনৰ চাৰিওফালে আৰি দি ইয়াৰ পূজা কৰা হয়। ইয়াক 'আকাশ ভাইনী' বা 'পাতাল ভাইনী' বুলিও কোৱা হয়।

(৭) কায়া-হাচু বায় ঃ

কুষ্ঠৰোগ হ'লে তাৰ পৰা আৰোগ্য পাবলৈ এই দেৱতাক পূজা কৰা হয়। এই দেৱতাৰ পূজা কৰিবলৈ হ'লে দুজন মানুহে অংশ গ্ৰহণ কৰিবলগীয়া হয়। এজনে অৰ্পণ কৰে আৰু আনজনে বলি দিয়ে। এটা গাহৰি নাইবা এটা ডেকেৰা কুকুৰা বলি দিয়া হয়। এই পূজা ৰোগী তথা ঘৰৰ নিচেই ওচৰতে কৰা হয়।

(৮) খিঁছ্ৰাম বায় (খুছামি বায়) ঃ

যেতিয়া কোনো মানুহৰ কুকুৰীকণা, চকু উঠা নাইবা চকুত ঘা হয়, এইবোৰ চিকিৎসাৰ বাবে ঘৰৰ বাৰান্দাতে এই দেৱতাৰ পূজা কৰা হয়। সন্ধ্যাৰ পিছত গভীৰ অন্ধকাৰ ৰাতি এই দেৱতাৰ পূজা কৰি এটা কুকুৰা বলি দিয়া হয়। মদো অৰ্পণ কৰা হয়।

সন্ধ্যাৰ সময়ত সদায় জ্বৰ হৈ থাকিলে চোতালত আন এক ধৰণে এই পূজা কৰা হয়। এটা কুকুৰা বলি দিয়া হয়। লগতে ঠাকুৰ, চণ্ডী আদি দেব-দেৱীলৈ প্ৰসাদ আগবঢ়ায়। বতা বনৰ দ্বাৰা মণ্ডপ তৈয়াৰ কৰে। পিঠাগুৰিৰে আলপনা তৈয়াৰ কৰে। মালখি (খু'ম্পাৰ) গছৰ দ্বাৰা মণ্ডপ সজায়। সৰু শিল মণ্ডপৰ মাজত দিয়ে। মদো অৰ্পণ কৰা হয়। মদ নাথাকিলে মদৰ বাখৰকে পানী মিহলাই দিয়ে।

(৯) বিষয়ালী বায় (বিহুলী) ঃ

সাধাৰণতঃ বাত বিষত এই দেৱতাৰ পূজা কৰা হয়। কোনো মানুহৰ গাঁঠিত বিষ হ'লে এই পূজা কৰা হয়। জঙ্গল বা হাবিতহে এই পূজা কৰা হয়। পূজাত অংশ গ্ৰহণ কৰোঁতাসকলৰ সংখ্যা 'ৰীৰা' দেৱতাৰ পূজাৰ দৰেই অযুগ্ম সংখ্যক হ'ব লাগে। এটা ক'লা কুকুৰা নাইবা এটা গাহৰি নাইবা এটা কাছৰ দ্বাৰা এই পূজা কৰা হয়।

(১০) ছিংগ্ৰা বায় ঃ

যি কোনো জ্বৰ আৰোগ্যৰ বাবে এটা কুকুৰা বলি দি এই পূজা কৰা হয়।

(১১) কুবেৰ বায় ঃ

অজীৰ্ণ বা বদহজমী হ'লে এই দেৱতাক পূজা কৰা হয়। ধান খেৰেৰে মানুহৰ দৰে এটা জঁকা তৈয়াৰ কৰা হয়। এটা কুকুৰা পোৱালি বলি দি পূজা কৰা হয়। কোনো কোনো ঠাইত এটা ডাঙৰ বগা ডেকেৰাৰে পূজা কৰে। ডেকেৰা কুকুৰাটো বলি দি তাৰ যকৃতটো পুৰি মিঠাতেল সানি ভোগ দিয়া হয়। আৰু তাৰ নাড়ী-ভুৰুবোৰ ধান খেৰৰ মানুহৰ জঁকাটোক পিন্ধাই থৈ আহে। কঁপি কঁপি জ্বৰ হোৱা লক্ষণ হ'লেই কুবেৰ দেৱতাই আক্ৰমণ কৰা বুলি ভাবি এই পূজা কৰে। এই পূজা সাধাৰণতঃ বাৰীৰ কোণৰ বাঁহৰ জোপোহাৰ তলত কৰা হয়। পূজা কৰি আহি ৰোগীটোক দেউৰীজনে সোধে "জ্বৰ ভাল হৈছে নে নাই?" তেতিয়া ৰোগীটোৱে উত্তৰ দিব লাগে 'ভাল হৈছে'। ৰোগীয়ে ভাল

হৈছে বুলি উত্তৰ দিলে হেনো সোনকালেই জ্বৰ ভাল হয়, নহ'লে পলম হয়।

(১২) কনচো বায় (যখিনী) ঃ

কেচুৱাসকলৰ অসুখত যখিনীক পূজা কৰা হয়। কেচুৱাই সদায় কান্দি থাকিলে নাইবা মূৰ্চ্ছা যোৱাৰ দৰে পৰি থাকিলে ইয়াৰ পূজা কৰা হয়। গাঁৱৰ বাহিৰত পূজা দি কুকুৰা পোৱালি এটা আৰু এজোৰ ডাওৰ শামুক এখন জাকৈত থৈ মাছ মৰা জালেৰে ঢাকি বাখি সৌৱা গছৰ ডাল এটাত ওলোমাই বাখি থৈ আহিব লাগে। লগতে খালৈ এটাও বাখি থৈ অহা হয়।

(১৩) হুদুমা বায় ঃ

'বাত' ৰোগত অৰ্থাৎ ভৰি-হাতৰ গাঁঠিৰ বিষত আৰু বিষত হাত-ভৰি উখহি গ'লে 'হুদুমা' দেৱতাৰ পূজা কৰা হয়। এটা ক'লা পঠা বলি দিয়ে, কিন্তু বলিৰ মূৰটো পূজা দিয়া ঠাইতেই পুতি থৈ আহিব লাগে।

(১৪) বাগ্ৰু বায় ঃ

'চৰকাৰী ঘা' হ'লে ইয়াৰ পূজা কৰা হয়। সাধাৰণতে পূজাৰ ঠাই নিৰূপণ কৰোঁতে য'ত সদায় বনৰীয়া গাহৰিয়ে গা ধুই থাকে, তেনে ঠাই এখন বিচাৰি উলিয়াব লাগে। তেনে ঠাইলে গৈহে দুপৰীয়া আহাৰ খোৱাৰ আগতে এই পূজা কৰিব লাগে। বলিৰ বাবে এটা গাহৰিৰ প্ৰয়োজন।

(১৫) লায়কছু বায় (ৰাক্ষস) ঃ

ই হিন্দুৰ ৰাক্ষস দেৱতাৰ নামান্তৰ। এই দেৱতাই জীয়াই জীয়াই মানুহ খায় বুলি ৰাভাসকলে বিশ্বাস কৰে। ই হাবিত আৰু পাহাৰত থাকে। যিহেতু ৰাভাসকলৰ হাবি আৰু পাহাৰৰ লগত ঘনিষ্ঠ সম্বন্ধ সি হেতুকে এই ৰাক্ষস দেৱতাৰ হাত সাৰিবৰ বাবে সম্মিলিতভাৱে গাঁৱৰ কিছু দূৰৈত গভীৰ অৰণ্যত এটা পঠা ছাগলী নাইবা এটা গাহৰি বলি দি পূজা কৰে।

(১৬) মন্নৰা বায় ঃ

মূৰৰ বিষ হ'লে এই দেৱতাৰ পূজা কৰা হয়। পূজা মুকলি পথাৰত কৰা হয়। পাৰ এজোৰ বলি দিয়া হয়। বাঁহৰ চুঙাত ৰখা মদৰ সাজি পূজা দিয়ে। পিঠাগুৰি আৰু পাৰ মাংস একেলগে মিহলি কৰি কলপাতত বান্ধি পিঠা তৈয়াৰ কৰি দেৱতাক অৰ্পণ কৰে।

(১৭) মাবাং-মাবাং বায়

গাঁৱত কোনো মানুহৰ ঘৰত দুই [illegible] [illegible] পত্নীয়ে [illegible] দুই [illegible]

লাগে। তাৰ পিছত গাঁওবাসীয়ে গাঁৱৰ তিনিআলি বা চাৰিআলিত এটা ৰঙা ডেকেৰা মুৰ্গীৰে পূজা কৰে। পুৰোহিতে শুকান দুফাল কাঁক বাঁহ ঘঁহি থাকি তাৰ পৰা জুই উত্তৰ হ'লেহে সেই জুই প্ৰত্যেকে জুমুঠিৰে ঘৰলৈ লৈ আহে। ইয়াক অগ্নি পূজা বোলে।

(১৮) কনচো বায় (লক্ষ্মী) ঃ

কোনো মানুহৰ গৰু হেৰালে, ভাণ্ডাৰৰ ধান খালী হ'লে এই পূজা কৰা হয়। ইয়াক লক্ষ্মী বুলিও কয়। এই দেৱতাই মানুহকো পলুৱাই নিব পাৰে। কুকুৰা বা গাহৰিৰ দ্বাৰা এই পূজা কৰা হয়। কলপাতৰ পিঠাৰ দ্বাৰা বা চুঙা পিঠাৰ (ফোক্‌চাক্) দ্বাৰা ভোগ দিয়া হয়। ৰাভাসকলে ভাৱে যে কন্‌চো দেৱতাৰ ভৰিৰ পতা হেনো ওলোটা।

(১৯) মাৰাংগা বায় ঃ

ইয়াক ৰাভাসকলে পৱন দেৱতা বোলে। বৰদৈচিলাৰ পৰা ৰক্ষা পাবলৈ প্ৰত্যেক বছৰে গাওঁবাসীয়ে বছৰৰ আৰম্ভণিতে সামূহিকভাৱে এই পূজা কৰে।

(২০) লাম্বাং বায় ঃ

পৰিয়ালৰ মানুহৰ সদায় অসুখ হৈ থাকিলে 'লাম্বাং' দেৱতাৰ পূজা কৰা হয়। এই পূজাৰ লগতে জগোৰিছি (যোগঋষি), ৰিছি আৰু দাৰমাং দেৱতালৈ প্ৰসাদ আগবঢ়ায়। সকলো দেৱতাক কুকুৰা বলি দি পূজা কৰা হয়।

ইয়াৰ উপৰিও ৰাভাসকলে গোষ্ঠী নিৰ্বিশেষে গাৰো-গাৰোৰানী, জগৰামকে, বিষকুবেৰ, চানিশ্বৰ, ৰাণিশ্বৰ, লহাই, কহাই, ৰূপাশ্বৰী, গুণেশ্বৰী, ডালবীৰা, কালবীৰা, চিত্ৰৱালী, কাতৰালী, ক্ষেত্ৰ, চামান, চাক-চুক, খেতৰ, পেন্বাহাচু বা পীৰবাসু, বুঢ়াদেও, চালমাত্ৰী, ময়ৰা মাত্ৰী আদি দেও-দেৱতা আৰু ভূত-প্ৰেতাদিৰ পূজা কৰি আছে।

## জন্ম সংস্কাৰ

ৰাভাসকলৰ প্ৰাচীন প্ৰথামতে যেতিয়া এগৰাকী তিৰোতা গৰ্ভৱতী হয়, তেতিয়া সুপ্ৰসৱৰ বাবে 'বায়মা-বায়'ৰ পূজা কৰিছিল। যেতিয়া গৰ্ভৱতীৰ তলপেটৰ সোঁফালে সন্তানে লৰচৰ কৰে তেতিয়া ল'ৰা সন্তান আৰু যদি বাওঁফালে লৰচৰ কৰে তেতিয়া ছোৱালী সন্তানৰ জন্ম হয় বুলি তিৰোতাসকলে বিশ্বাস কৰিছিল। সন্তান ভূমিষ্ঠৰ সময়ত গাঁৱৰ অভিজ্ঞ বুঢ়ীয়ে আহি সহায় কৰে। ভূমিষ্ঠ হ'লে সেই বুঢ়ীজনীয়ে বাঁহৰ চোকা চেঁচুৰে নাড়ী কাটে আৰু প্ৰসূতিৰ আলপৈচান কৰে।

দুই সপ্তাহ (১৫ দিন) বা এমাহৰ পিছত ঘৰ-দুৱাৰ শুচি কৰা হয়। সেইদিনাখনেই এটা গাহৰি মাৰি ওজা-দুৰীয়া মাইকক ভোজ দিয়ে— সন্তানৰ নামাকৰণ উপলক্ষে। ধাত্ৰীঘৰণীয়ে সেই শুচি কাৰ্ত সৰিষৰ জল গ্ৰহণ কৰে আৰু প্ৰসূতিৰ সন্তানটিৰ ভৱিষ্যত

জীৱনৰ কৃতিত্বৰ বাবে আশীৰ্বাদ দিয়ে।. বিশেষকৈ কৃষি কৰ্মত যাতে কৃতকাৰ্যতা লাভ কৰি সুখী জীৱন যাপন কৰিব পাৰে তাৰ বাবে আশীৰ্বাদ দিয়ে। মাকে সেইদিনাই তাইৰ সন্তানৰ নামাকৰণ কৰে। আনে নামাকৰণ কৰাৰ অধিকাৰ নাই। সচৰাচৰ প্ৰথমটো ল'ৰা সন্তান হ'লে তাইক (মাকক) প্ৰতাৰিত বা ধৰ্ষিত কৰা মানুহজনৰ নামেৰে নামাকৰণ কৰে আৰু ছোৱালী সন্তান হ'লে তাই কোনোবা প্ৰতিদ্বন্দ্বীজনীৰ অৰ্থাৎ তাইৰ গিৰিয়েকক পতি হিচাপে পাবলৈ খোজা তিৰোতা বা গাভৰুজনীৰ নামেৰে নামাকৰণ কৰে। এই নামাকৰণ সম্বন্ধে কেতিয়াবা কেতিয়াবা গিৰিয়েকে মদৰ নিচাত ঘৈণীয়েকৰ লগত কাজিয়া কৰে, কিন্তু ই সাময়িক। যেতিয়ালৈকে সন্তানৰ নাড়ী নিছিগে তেতিয়ালৈকে তিৰোতাজনীক অশুচি বুলি ধৰি লয়, আৰু সিমান দিনলৈকে তাই পাকঘৰত সোমাব নোৱাৰে আৰু পৰিয়ালৰ কোনো খাদ্য ৰান্ধিব নোৱাৰে।

বাভাসকলে পুনৰ্জন্ম বিশ্বাস কৰে। সন্তানটিয়ে যেতিয়া ধৰকৈ কান্দে তেতিয়া মাকে তাইৰ মৃত বাপেক নাইবা ককায়েক নাইবা বায়েকেই পুনৰ্জন্ম লভিছে বুলি বিশ্বাস কৰে। বাভাসকলৰ এই জন্ম সংস্কাৰ প্ৰথামতে ক'ব পৰা যায়, বাভাসকলে অতীজৰে পৰাই হিন্দুধৰ্মীয় নীতি অনুসৰণ কৰি আহিছে।

কালক্ৰমত এই জন্ম-সংস্কাৰ প্ৰথা গোষ্ঠীয় আৰু আঞ্চলিক সামাজিক প্ৰথা অনুযায়ী বেলেগ বেলেগ ৰূপ ধাৰণ কৰিলে। বৰ্তমান বাভাসকলে হিন্দুনীতি অনুযায়ী জন্ম সংস্কাৰৰ ব্যৱস্থা কৰে। সন্তানৰ কোষ্ঠীকৰণ, নামাকৰণ, অন্নপ্ৰাশন, চূড়াকৰণ আদি কৰে যদিও আঞ্চলিক সমাজ ব্যৱস্থা মতে বেলেগ বেলেগ কৰা দেখা যায়। আগতে বাভাসকলে প্ৰত্যেক পুত্ৰ সন্তানৰ 'খৰতেক' (টিকনি) ৰাখি দিছিল আৰু সেই টিকনি নমৰালৈকে আছিল। বৰ্তমান এই প্ৰথা নাই বুলিয়েই ধৰিব লাগে। 'চূড়াকৰণ' নকৰালৈকে ল'ৰা সন্তানৰ চুলি নাকাটি ছোৱালী সন্তানৰ দৰে ৰাখি দিছিল। আৰু চূড়াকৰণৰ দিনাখনহে ক্ষৌৰ কৰ্ম কৰি টিকনি ৰাখি দিছিল। ক্ষৌৰ কৰ্ম নিজৰ মোমায়েকৰহে কৰাৰ অধিকাৰ আছিল।

## শৱদাহন আৰু শ্ৰাদ্ধক্ৰিয়া

অতীজতে বাভাসকলে স্বাভাৱিক মৃত্যুৰ শটোক পুৰি পেলাইছিল। কিন্তু কলেৰু, কলেৰা, কলাজ্বৰ আদি সংক্ৰামক বেমাৰত মৰা, বাঘে খাই মৰা, পানীত বুৰি মৰা আৰু কাটি দি মৰা মানুহৰ শটো নুপুৰি মাটিত পুতিছিল। এতিয়াও এই প্ৰথা চলি আছে। মৰাশটো শ্মশানলৈ. নৈ যোৱাৰ আগতে সকলো 'বাবাই' অৰ্থাৎ গোত্ৰৰ পিতৃ-পুৰুষৰ আত্মাবোৰলৈ, তাৰ পাছত মৃতকৰ আত্মাক উদ্দেশ্য কৰি প্ৰথমে মদ অৰ্পণ কৰিছিল। প্ৰথমে টেংটং বাবাইৰ নাম উল্লেখ কৰিছিল। তাৰ পাছতহে শ্মশানলৈ নৈ সৎকাৰ ক্ৰিয়া সমাধা কৰিছিল।

শৱ-দাহনৰ পাছত যিজনে শ্ৰাদ্ধৰ দায়িত্ব গ্ৰহণ কৰে, তেওঁৱেই চিতামণ্ডপৰ পৰা হাড়ৰ টুকুৰা আৰু ভস্ম কিছুমান এটা 'সিতু'ৰ ভিতৰত তুলি সেইখিনি বস্তু মাটিৰ পাত্ৰত ভৰাই ঘৰলৈ লৈ আহে। শৱ-দাহনৰ পাছত চিতামণ্ডপৰ চাৰিওফালে বাঁহৰ বেৰ দি সৰু খেৰৰ জুপুৰী ঘৰ এটি সাজি থৈ অহা হয়। এই ঘৰটোৰ চাৰিকোণত চাৰিডাল দীঘল বাঁহ পুতি তাৰ ওপৰত ৰঙা, ক'লা, বগা নেনছুাং (পতাকা) আঁৰি থৈ অহা হয়।

শৱ-দাহনৰ সময়তেই আকৌ জ্বলন্ত এঙ্গাৰৰ পৰা কপালৰ অস্থি মৃতকৰ পুতেক নাইবা ওচৰ সম্বন্ধীয় বাৰায়ে (গোত্ৰ) বুটলি ঘৰলৈ কান্ধত তুলি লৈ আহিছিল; আৰু এমাহৰ পিছত শ্ৰাদ্ধৰ দিনা পুনঃ কান্ধত তুলি সামূহিক নৃত্যগীতেৰে 'তুৰা হুকৰ' নামে ঠাইলৈ লৈ গৈছিল। তুৰা হুকৰ এটা পাহাৰৰ বিৰাট শিলৰ গহ্বৰ— য'ত প্ৰাচীন ৰাভাসকলৰ যুদ্ধৰ অস্ত্ৰ-শস্ত্ৰ, শ্বহীদ সৈন্যবিলাকৰ সাজ-পোছাকবোৰ জমা কৰি ৰখা হৈছিল। কালৰ সোঁতত বৰ্তমান ইয়াৰ চিন-চাব নোহোৱা হৈছে। এই তুৰা হুকৰতেই মতা-তিৰোতা সকলোৱে যথেষ্ট পৰিমাণে মদ-ভাত খাই নৃত্য-গীতেৰে শ্ৰাদ্ধৰ কাম সমাধা কৰিছিল। বাদ্যযন্ত্ৰ আৰু নৃত্য-গীতেৰে প্ৰকৃতিক মুখৰিত কৰি তুলিছিল। নৃত্যৰ লগে লগে করুণ ৰসেৰে অভিষিক্ত সুৰ ধৰি মৃতকৰ আত্মাক সম্বোধন কৰি গাইছিল—

"পুনঃ তুমি সম্ভ্ৰান্ত ৰাভা পৰিয়ালত জন্মগ্ৰহণ কৰিবা। গছ-গছনি, ঘাঁহ-বন হৈ জন্মগ্ৰহণ নকৰিবা বনৰ জুইয়ে পুৰি মাৰিব। হাঁহ, কুকুৰা, পাৰ আদি হৈ জন্মগ্ৰহণ নকৰিবা মানুহে মাৰি খাব। গৰু, ম'হ হৈ জন্মলাভ নকৰিবা তোমাক খেতি পথাৰত হালবাই কষ্ট দিব। নাইবা পোক-পৰুৱা, কীট-পতঙ্গ হৈও জন্মলাভ নকৰিবা চৰাই চিৰিকতিয়ে তোমাক খাই পেলাব।" ইত্যাদি ইত্যাদি এই করুণ ৰসসিক্ত গানৰ যোগেদি ৰাভাসকলে যে পুনৰ্জন্মৰ প্ৰতি অগাধ বিশ্বাস কৰে তাৰ প্ৰমাণ পোৱা যায়।

যিহেতু সমাজ গতিশীল, ৰাভাসকলৰ সমাজ ব্যৱস্থাও দেশ, কাল, পাত্ৰভেদে বেলেগ বেলেগ বিধি ব্যৱস্থালৈ ৰূপান্তৰ ঘটিবলৈ ধৰিলে।

বৰ্তমান মায়তাৰি ৰাভাসকলৰ মতে সিদিনাখনেই শ্মশানৰ জুই নুমাই নাহে। চিতা পূবা-পশ্চিমাকৈ তৈয়াৰ কৰে। মৰাশৰ মূৰটো পূবে ৰাখে। কপালৰ অস্থি অনা বা ছাইভস্ম অনা প্ৰথা এৰি দিছে। শৱদাহনৰ পিছতে মাত্ৰ এখন নেনছুাং (নিচান) কোনো ওখ গছ এডালত ওলোমাই থৈ আহে। পিছদিনাখনহে ৰাতিপুৱা ৩/৪ জন মানুহ গৈ সেই জুই নুমায় আৰু চিতামণ্ডপতে জুপুৰীঘৰ সাজি চাউলৰ গুৰি আৰু মদ মৃতকৰ উদ্দেশ্যে অৰ্পণ কৰি আহে।

কিছুমানে শ্ৰাদ্ধ দিনৰ আগলৈকে দৈনিক চাউলৰ গুৰি (ৰম্পে) আৰু মদ আগবঢ়াবলৈ যায়, আকৌ কিছুমানে মাজে মাজেহে যায়।

শ্ৰাদ্ধ ১৫ দিনৰ পিছত হয়। শ্ৰাদ্ধৰ দিনাখন কুকুৰা, গাহৰি আদি মাৰি ভাত-আঞ্জা

তৈয়াৰ কৰে, আৰু 'মেমাং'লৈ (মৃতকৰ আত্মালৈ) আগবঢ়ায়। মেমাংলৈ ভাত-আঞ্জা বাঢ়োতে হালধি, পিয়াজ, মচলা, লোণ, তেল আদি একো নিদিয়ে। কেৱল পানীৰে ৰান্ধি দিয়ে। ৰাভাৰ প্ৰথামতে মতা মানুহে 'মেমাং'লৈ ভাত, আঞ্জা, মদ আদি একো আগবঢ়াব নোৱাৰে। কেৱল নিজ 'বাৰায়' আৰু 'হুৰি'ভুক্ত' তিৰোতা বা ছোৱালীসকলেহে আগবঢ়াব পাৰে। আন বাৰায়ৰ তিৰোতায়ো ইচ্ছা কৰিলে আগবঢ়াব পাৰে। মেমাঙলৈ ভাত-আঞ্জা অৰ্পণ কৰাকে 'মায়-চকো' বঢ়োৱা বুলি কয়। বাওঁহাতেৰেহে মেমাঙলৈ আগবঢ়াব লাগে। ঘৰৰ ভিতৰত মেমাঙলৈ যি ভাত-আঞ্জা আগবঢ়োৱা হয়, সেই ঠাইৰ ওপৰত চাৰিওফালে চাৰিডাল খুঁটি পুতি এখন বগা কাপোৰৰ চাঁদোৱা টনা হয়। মেমাঙলৈ ভাত-আঞ্জা আগবঢ়োৱাৰ কাম শেষ হ'লে সেইবোৰ সামগ্ৰী চিতামণ্ডপৰ ওপৰত ৰাখি থৈ অহা সৰু জুপুৰী ঘৰটোৰ ভিতৰত থৈ অহা হয়। মৃতকৰ নামত ১০ হাতমান দীঘল বগা কাপোৰ সেইদিনাই স্বৰাবায় বা স্বহৰিৰ বিকোনো তিনিতাক অৰ্পণ কৰা হয়। এই সকলো কাম দিনৰ ভাগতেই সমাধা কৰা হয়। মায়তাৰি ৰাভাৰ প্ৰথামতে বিধবা হ'লেও শাখা-সেন্দুৰ পিন্ধিব পাৰে যদিহে মাহাৰীসকলে অনুমতি প্ৰদান কৰে। সমাজক আমিষ ভোজন কৰাব লাগে। এইটো এটা সাধাৰণ শ্ৰাদ্ধৰ প্ৰথা।

বিশেষ মন কৰিবলগীয়া যে মায়তাৰি ৰাভাসকলে মানুহ মৰিলে মৰাশটো ধুই-পখালি নতুন কাপোৰ পিন্ধাই মুৰটো পূব মুৱাকৈ শুৱাই ৰাখে। তিৰোতা হ'লে ধুই-পখালি তেল-সেন্দুৰ পিন্ধায়। শ্মশানতে চিতাখন পূবা-পশ্চিমাকৈ প্ৰস্তুত কৰি শটোৰ মুৰটো পূৰপিনে ৰাখি চিতাত তোলে। যিজনে শ্ৰাদ্ধৰ দায়িত্ব গ্ৰহণ কৰে, সেইজনেই চিতাখন সাতবাৰ ঘূৰি মুখাগ্নি কৰে।

সাধাৰণ শ্ৰাদ্ধৰ উপৰিও ফাৰগাণ্ঠি— 'ফাৰ' অৰ্থ ৰাতি 'গাণ্ঠি'ৰ অৰ্থ মৃতকৰ প্ৰেতাত্মাৰ বেদী; য'ত নেকি খাদ্যদ্ৰব্য অৰ্পণ কৰা হয়। ৰাতি এই শ্ৰাদ্ধ সমাপন কৰা হয়। সেয়েহে 'ফাৰগাণ্ঠি' কোৱা হয়। ই 'ফাৰকান্তি' নামেৰেও বহলভাৱে জনাজাত। 'ফাৰগাণ্ঠি' আৰু 'তবাংকাজি' নামে আৰু দুই প্ৰকাৰৰ শ্ৰাদ্ধৰ প্ৰথা আছে। 'তবাংকাজি' শ্ৰাদ্ধ খৰচবহুল। বৰ্তমান অৰ্থনৈতিক সমস্যাৰ বাবে 'তবাংকাজি' শ্ৰাদ্ধ কৰা প্ৰায় এৰি পেলাইছে। 'ফাৰগাণ্ঠি' শ্ৰাদ্ধকো বাদ দিব ধৰিছে। 'তবাংকাজি' শ্ৰাদ্ধ চহকী মানুহৰ বাহিৰে আনে কৰা টান। এই শ্ৰাদ্ধৰ কাম নিৰ্দিষ্ট দিনৰ পৰা সাত ৰাতি সাত দিনলৈকে চলি থাকে, আৰু সমাজত গোটেই কেইদিন গাহৰি, কুকুৰা আদিৰে ভোজন দিব লাগে। মদ লানি নিচিগাকৈ খুৱাই সমাজক সন্তুষ্ট কৰিব লাগে। গোটেই কেইদিন ৰাতিয়ে দিনে অবিৰাম গতিৰে নৃত্য-গীত, আমোদ-প্ৰমোদ চলি থাকে।

'ফাৰগাণ্ঠি' কৰিবলৈ হ'লে শ্ৰাদ্ধৰ দিনা ৰাতিপুৱাৰে পৰা কাম আৰম্ভ কৰা হয়। জাতি ৰাইজ, আত্মীয় কুটুম্ব আৰু মাহাৰীসকলক আমন্ত্ৰণ জনোৱা হয়। তেওঁলোক সকলো

উপস্থিত হ'লেই চোতালত ৰভাৰ তলত চাকি-বন্তি জ্বলাই পিঠাগুৰিৰে আলপনা সাজি সাতখন ডাঙৰ থাল (কাঁহী) স্থাপন কৰা হয়। থালৰ অভাৱত কলপাতেৰে থাল সজা হয়। ইয়াকে 'গাঠি' সজোৱা কয়। মাজৰ থাল মৃতকৰ নামত আৰু বাকী থালবোৰ প্ৰেতাদিৰ নামত স্থাপন কৰা হয়। প্ৰতি ভাগত বৰাচাউলৰ ভাত দিয়া হয়। মধ্যভাগৰ থালত বৰাভাতৰ ওপৰত গাহৰিৰ নেজ আৰু কুকুৰাৰ ঠেং থিয়কৈ বহুৱাই দিয়া হয়। মৃতকৰ (মতা নাইবা তিৰোতা) ভাগিনীজনীয়ে এই 'গাঠি' সজোৱাৰ একমাত্ৰ অধিকাৰী। ভাত ৰন্ধা কামো তাই নিজেই কৰিব লাগে। গাহৰিৰ নেজ আৰু কুকুৰাৰ ঠেংটো ভাতৰ লগতে সিজাই দিব লাগে নাইবা নিসিজোৱাকৈও দিব পাৰি। মদ 'চুজুক' বা 'ঘৰীৰ' (এবিধ কাষত নলী থকা পাত্ৰ) দ্বাৰা গাঠিত অৰ্পণ কৰিব লাগে।

গাঠিৰ প্ৰতিভাগৰ থালৰ সন্মুখত এখনকৈ নতুন বগা-ৰঙা কাপোৰৰ ওপৰত এখন ঢাল, এখন তৰোৱাল ৰাখি থোৱা হয়। মৃতকৰ ভাগিনীজনীয়ে মধ্যভাগৰ কাপোৰত কঁকালত বান্ধি লৈ ঢাল তৰোৱাল লৈ গাঠিৰ চাৰিওফালে ঘূৰি ঘূৰি নাচিবলৈ ধৰে। লগে লগে আন যিকোনো ছয়জনী তিৰোতায়ো কঁকালত থালৰ সন্মুখত ৰখা কাপোৰবোৰ লৈ কঁকালত বান্ধে আৰু ঢাল তৰোৱাল লৈ ভাগিনীজনীৰ পিছে পিছে ঘূৰি ঘূৰি নাচিবলৈ ধৰে। সমাজৰ নিয়োজিত মানুহে ঢাক, কাঁহ, কাৰা, বাঁহী আদি বজাই থাকে। সেই বাদ্যৰ চেৱে চেৱে নাচে আৰু মৃতকৰ উদ্দেশ্য কৰি ইনাই-বিনাই কান্দি কৰুণ ৰসেৰে শোকৰ সঙ্গীত গায়।

তিৰোতাকেইজনীৰ ভাগৰ লাগিলে, সেই কাপোৰ, ঢাল, তৰোৱাল আদি আন মতা মানুহক দিয়ে। কিন্তু ভাগিনীজনীয়ে মৃতকৰ ভাগিনজনকহে দিয়ে। মৃতকৰ নিজা ভাগিনী নাথাকিলে বাৰায় বা হুৰি সম্বন্ধীয় ভাগিনে গ্ৰহণ কৰিব পাৰে। আন আন গাঁৱৰ পৰা অহা আত্মীয় স্বজন, বাৰায়-হুৰি আৰু মাহাৰীসকলেও মানছালেংকা (মাছৰোকা), অন্দালেংকা (কাঠৰোকা), তুপুবোদা (বাৰসাপ অৰ্থাৎ অজগৰ), পানজাংকা (কাঠৰ প্ৰতীক), বাদাটিকা (বাঢ়েটোকা) আদি কাঠেৰে কৌশলপূৰ্ণভাৱে তৈয়াৰ কৰি আনে আৰু গোটেইদিন গোটেই ৰাতি বাদ্যযন্ত্ৰৰ চেৱে চেৱে নাচে, গান গায়, আৰু সেই কাঠৰ বস্তুবোৰক নচুৱায়। এইবোৰৰ যোগেদি তেওঁলোকে নিজ নিজ শিল্পকলাৰ কৃতিত্ব দেখুৱায়।

ৰাতিপুৱা গৃহস্থই নতুন কাপোৰ ১০ হাত ভাগিনীজনীক দিয়ে। গাঠিত সজোৱা ভাত-আঞ্জাবোৰক 'মায়চকো' বুলি কোৱা হয়। এইবোৰ সমাজৰ মানুহে শ্মশানত (যি ঠাইত শটোক পোৰা হৈছে নাইবা পোতা হৈছে) পেলাই থৈ আহে। তাৰ পিছত সামুহিক হিচাপে মদ-ভাত খায়। আঞ্চলিক সমাজ ব্যৱস্থামতে 'ফাৰগাঠি' বা 'ফাৰকান্তি' বিধি ব্যৱস্থা বেলেগ বেলেগ।

ৰংদানি ৰাভাৰ মানুহ মৰিলে মৃতকক পুৰি পেলায় আৰু মাটিতো পুতি থয়।

মানুহজনে শেষ নিশ্বাস এৰাৰ লগে লগে শটোক তুলসী আৰু সোণ-ৰূপৰ পানীৰে ধুই-পখালি নিকা কৰি নতুন বগা কাপোৰ পিন্ধাই 'ভগ্ৰাব' বা বাহিৰা ঘৰত বিছনা কৰি মুৰটো উত্তৰ পিনে কৰি শুৱাই ৰাখে। গাত নতুন বগা কাপোৰ ঢাকি দিয়ে। মূৰৰ শিতানত চাকি-বন্তি জ্বলায়। তাৰ সন্মুখত দুডাল সৰু বাঁহৰ খুঁটি পুতি ক'লা, ৰঙা, বগা সূতা মেৰাই দিয়ে। তাৰ পাছত মৃতকজনৰ আত্মাৰ পথ সুগম কৰি দিয়াৰ সুবিধাৰ্থে এটা কুকুৰা চৰাই বলি দি শটোৰ মূৰ শিতানত বিছনাখনৰ তলত ৰাখি দিয়ে। এই প্ৰথাটোকে 'ৰাম-ধেংকায়' বা 'তো-দাম-দুগুকায়' বোলা হয়। অৰ্থাৎ কুকুৰাটিক মৃতকজনৰ লগৰীয়া কৰি দিয়া হয়। তেনেকৈ শটোক এৰাতি সেই ঘৰতে ৰাখি থোৱা প্ৰথা প্ৰাচীন কালৰে পৰা চলি আহিছে। তেওঁলোকৰ দূৰবৰ্তী ৰাৰায়-ৰ্ছবিৰ মানুহবিলাকক মাতি পঠায়। ৰাতিপুৱা সকলোৱে মিলি শটো মাংগ্ৰাম (শ্মশানলৈ) লৈ যায়। তাত চিতাৰ ওপৰত শৱ মূৰটো উত্তৰমুৰাকৈ থৈ দাহন কৰে নাইবা পুতি থয়। পইচা বা কড়িৰে শ্মশান মাটি কিনা প্ৰথা আছে। বাপেক মৰিলে ডাঙৰ পুতেকেই চিতাখন সাতবাৰ ঘুৰি মুখাগ্নি কৰে। চিতাখন ৭থাককৈ সজোৱা হয়। শৱদাহন সমাপ্ত কৰি চিতাৰ চাৰিওফালে চাৰিডাল বাঁহৰ খুটি পুটি নানা ৰঙৰ (ৰঙা, বগা, ক'লা, হালধীয়া) কাপোৰেৰে 'চান্দল' (চান্দোৱা)আঁৰি দি পছ বা গাহৰি ধৰা জালেৰে আবৃত কৰি ৰাখে। কিছুমানে জুপুৰী ঘৰো সাজে। শ্মশানৰ পৰা মৃতকজনৰ ঘৰলৈ আহি 'মাৰাং-ৰক্কা' কৰে। অৰ্থাৎ গৃহস্থৰ ঘৰৰ পৰিবেশত থকা ভূত-প্ৰেত আদিক খেদাই দিবলৈ সমাজৰ পুৰোহিতে মন্ত্ৰ উচ্চাৰণ কৰে। মৃতকৰ আত্মাই কিছুদিনলৈ ঘৰ আৰু শ্মশান পৰিবেশতে থাকে বুলি তেওঁলোকে বিশ্বাস কৰে। এই দৃঢ় বিশ্বাসৰ বিশ্বাসী হৈ ৩০ দিনলৈকে গৃহস্থৰ মানুহে শ্মশানত গৈ মৃতকৰ নামত ৰন্ধা ভাত-পানী চিতামণ্ডপৰ ওপৰত দিনৌ ৰাখি থৈ আহেগৈ। এই কালছোৱাত জীৱিত অৱস্থাত সেই মানুহজনে যিবোৰ খোৱা বস্তুৰ প্ৰতি প্ৰিয় আছিল আৰু যিবোৰ বস্তু মৃত্যুৰ আগমুহূৰ্তত খাবলৈ পোৱা নাছিল, সেইবোৰ খাদ্য বস্তুৰেই ভোজন তৈয়াৰ কৰিছিল।

অতীজতে বংদানি ৰাভাৰ শ্ৰাদ্ধ চাৰি প্ৰকাৰৰ আছিল বুলি শুনা যায়।

(১) বেংগ্ৰে-বাবায় ঃ— কেঁচুৱা মৰিলে শ্মশানত পুতি থৈ আহে বা পোৰে। শ্মশানৰ পৰা সকলোৱে আহিয়েই ঘৰত মৃতকৰ নামত ভাত-আজ্ঞাৰে সৈতে কুকুৰাৰ মাংস অৰ্পণ কৰে আৰু মদ আগবঢ়ায়। তাৰ পিছৰ দিনৰ পৰাই গৃহস্থই মাছ-মাংস খাব পাৰে।

(২) মাছুৱানী ঃ— কিছু ডাঙৰ ল'ৰা ছোৱালী মৰিলে এসপ্তাহৰ পিছত 'মাছুৱানী' কৰে। মাছুৱানীতো মৃতকক 'বেংগ্ৰেবাবায়'ৰ দৰে ভাত, আজ্ঞা, কুকুৰাৰ মঙহ আৰু মদ অৰ্পণ কৰে। গৃহস্থই ইচ্ছা কৰিলে সমাজৰ মানুহক মদ-ভাত খুৱাব পাৰে। নোখুৱালে বাধ্যবাধকতা নাই। কিন্তু বেছিভাগৰ ল'ৰা-ছোৱালীক মদ-ভাত খুৱাবই লাগিব। এনে

হ'ল মাছুৰানীৰ নিয়ম।

(৩) **বাদুং-দু'প্‌পা ঃ—** 'বাদুং-দু'প্‌পা' শ্ৰাদ্ধ এমাহৰ দিনা কৰা হয়। ইয়াতো মৃতকক ভাত মণ্ডহেৰে সৈতে মদ অৰ্পণ কৰে। তিনি ৰাতি তিনি দিনলৈকে বাৰায়-হুৰিৰ মানুহ, আত্মীয় কুটুম্বৰ মানুহ আৰু ৰাইজৰ মানুহে মদ-ভাত খাই আমোদ-প্ৰমোদ কৰে আৰু ঢাল, তৰোৱাল, কাঠৰ মাছৰোকা চৰাই নচুৱাই কৰুণ ৰসেৰে নৃত্য-গীত কৰে। মতা মানুহবিলাকে গান গায় আৰু তিৰোতা বা ছোৱালীবিলাকে বুকুত বাছেক (বুকুনী) বান্ধি ঢাল, তৰোৱাল লৈ বাদ্যৰ চেৱে চেৱে নাচে। প্ৰতিদিনে মৃতকক 'মায়চকো' অৰ্পণ কৰে। গোটেই তিনি দিন গাহৰি, কুকুৰা মাৰি ৰাইজক ভোজ দিব লাগে।

(৪) **সাতাপাক ঃ—** এই শ্ৰাদ্ধ এমাহ বা তদূৰ্দ্ধ দিনত কৰা হয়। এই শ্ৰাদ্ধ চহকী মানুহৰ বাহিৰে আন মানুহে কৰা সম্ভৱপৰ নহয়। ই খৰচ বহুল। এই শ্ৰাদ্ধ সাত দিন সাত ৰাতিলৈকে থাকে। 'বাদুং-দু'প্‌পা'ৰ দৰেই মৃতকক গাহৰি, কুকুৰা, মদ, ভাত দৈনিক আগবঢ়ায় আৰু বিভিন্ন গাঁৱৰ পৰা নিমন্ত্ৰিত মানুহ, বাৰায় হুৰিৰ মানুহবিলাক আহি মদভাত খায় আৰু বাদুং-দু'প্‌পা'ৰ দৰেই মতা মানুবোৰে গীত গায় আৰু মাইকী বা ছোৱালীবোৰে জাকে জাকে বুকুত বাছেক বান্ধি বিচিত্ৰ 'ৰু'ফান-কাম্বুং' পিন্ধি বাদ্যৰ চেৱে চেৱে নাচে। কৰুণ ৰসৰ লগতে আমোদ-প্ৰমোদৰ গীতো গায। 'সাতাপাক' শ্ৰাদ্ধ কৰিবলৈ হ'লে মদ ভাতৰ যোগান ধৰিবৰ কাৰণেই এটা ডাঙৰ ভঁৰালৰ ধান আৱশ্যক হৈ পৰে।

অৰ্থনৈতিক সমস্যাৰ হেঁচাত পৰি এনেকুৱা খৰচ বহুল শ্ৰাদ্ধ কৰিবলৈ এৰি দি নতুন ব্যৱস্থা অৱলম্বন কৰিবলৈ ধৰিলে। তাৰ পাছত 'ফাৰকান্তি' আৰু 'হকো-তৰাং' শ্ৰাদ্ধৰ ব্যৱস্থা চলিবলৈ ধৰিলে। 'ফাৰকান্তি' শ্ৰাদ্ধত ২/৩ দিনলৈকে সমাজক মদ, মাংস, ভাতেৰে অভ্যৰ্থনা কৰিব লাগে আৰু 'হকো তৰাং' শ্ৰাদ্ধ এদিনতে শেষ কৰা হয়। মৃতকক মদ, মাংস, ভাত অৰ্পণ কৰা হয় বিভিন্ন সমাজৰ বিভিন্ন বিধি সাপেক্ষে। শ্ৰাদ্ধৰ শেষৰ দিনা গৃহস্থৰ মানুহবোৰে 'পাজাৰ' (ফুলাম কাপোৰ) ডিঙিত লৈ ৰাইজৰ আশীৰ্বাদ গ্ৰহণ কৰে। যি কোনো শ্ৰাদ্ধতে বাপেক বা মাক মৰিলে পুতেকসকলৈ মুণ্ডন হ'ব লাগে।

দাহৰী ৰাভাৰ মানুহ মৰিলে উত্তৰা - দক্ষিণাকৈ শুৱায়। মূৰৰ শিতানত চাকি-বন্তি জ্বলায়। তামোল পাণ সাত ভাগ দিয়ে। মৃতকৰ দু ভৰিৰ দুটা বুঢ়া আঙুলি এৰাঁ সূতাৰে বান্ধে। মুখত ৰঙা সূতা থৈ দিয়ে। মৰা শৰ মূৰটো উত্তৰ পিনে ৰাখে। চিতাৰ ওপৰতো মৰা শটো উত্তৰপিনে ৰাখে। বাপেক মৰিলে পুতেকে, আৰু ঘৈণীয়েক মৰিলে গিৰিয়েকে মুখাগ্নি কৰে। চিতাৰ চাৰিওফালে ঘূৰি মুখাগ্নি কৰে। চিতা প্ৰস্তুত কৰোঁতে চিতা মণ্ডপৰ মাটিত এটা তামৰ পইচা বা ৰঙা পৰমা ধান নাইবা লো ধাতু দিয়ে। ইয়াকে মৃতকৰ বাবে শ্মশান মাটি কিনা বুলি কয়। শৱ-দাহনৰ পিছত চিতা মণ্ডপৰ ওপৰতে চাৰিডাল খুটি পুতি সাত থাক ৰঙা, ক'লা, বগা কাপোৰৰ 'চান্দোৱা' টানে। এই চান্দোৱাৰ তলতে চিতা মণ্ডপত 'বজি' (মৰাশৰ অৱশিষ্টাংশ

শিৰা আদি) শৱ-দাহন কৰি আহি বাটত 'ভোটাৰ' (জুমুঠিৰ) জুইৰে বগাৰি ঠানি পুৰি সকলোৱে ধোঁৱা লয়। গৃহস্থৰ ঘৰলৈ আহি সকলোৱে 'কাৰাই-পানী' (এবিধ সান্দহ-জল) খায়।

মৰাশ পুতিলে এসপ্তাহত (সাত দিনত) শ্ৰাদ্ধ কৰে। পুৰিলে এমাহ বা এবছৰৰ ভিতৰতো শ্ৰাদ্ধ কৰিব পাৰে। দুখীয়া হ'লে এসপ্তাহৰ ভিতৰতে 'মাতুৰানী' কৰিব পাৰে। দাহৰী ৰাভা সকলে সাধাৰণতঃ তিনি প্ৰকাৰৰ শ্ৰাদ্ধ কৰে। (১) এক চালিয়া ঃ— একে দিনতে শ্ৰাদ্ধৰ কাম শেষ কৰে। (২) আঙ্গাৰ পেলোৱা বা মাজৰিলা ঃ—২ দিন ১ ৰাতিত শ্ৰাদ্ধৰ কাম সমাপ্ত কৰে। (৩) ডাঙৰ তৰঙা ঃ—৩ দিন ৩ ৰাতি নাইবা ৭ দিন ৭ ৰাতিৰ ভিতৰতহে শ্ৰাদ্ধৰ কাম সমাধা কৰে। ডাঙৰ তৰঙা খৰচ বহুল। যি কোনো শ্ৰাদ্ধত 'মায়-চকো' বঢ়োৱাৰ ব্যৱস্থা আছে। মায়চকোৰ চাৰি ফালে সাত ভাগ থাকে। গোটেই দিন গোটেই ৰাতি মতা-তিৰোতা সকলোৱে মদ ভাত খাই বাদ্য যন্ত্ৰৰ চেৱে চেৱে নৃত্য-গীত কৰি আমোদ কৰে।

কোচা ৰাভাসকলে মানুহ মৰিলে দুই ধৰণে সংকাৰ কৰে। কবৰ দিয়া আৰু অগ্নি সংকাৰ। মৃতকৰ হ'ছুগ, ছু'ৰু (জ্ঞাতি কুটুম্ব) সকলোৱে মিলি মৰা শটো শ্মশানলৈ লৈ যায় আৰু চিতাদি প্ৰস্তুত কৰা সকলো কাম যা-যোগাৰ কৰি দিয়ে। কিন্তু মৰাশৰ সংকাৰ কৰিবলৈ মাথোন দুজন মানুহক ভাৰ দিয়ে। তাক 'বালাই' বুলি কয়। সংকাৰ কাম শেষ কৰি তেওঁলোকে স্নানাদি কৰি মৃতকৰ ঘৰলৈ আহে। ঘৰলৈ আহি তেওঁলোকে 'ছাম্পা' (খাৰুৱা) নোহোৱা 'গাইলৰ' (উৰলমাৰি) ওপৰত বহিব লাগে। তাৰ পাছত গৃহস্থৰ মানুহে তেওঁলোকক ভজা চাউল নাইবা মাটি মাহ (কালাই) চোবাই খাবলৈ দিয়ে। তাৰ পাছত তুলসী পাত, দুবৰি বন, আৰু ৰূপৰ আঙুথি জুবুৰিওৱা শান্তি-পানী ছটিয়াই তেওঁলোকক শুচি কৰে। মৃতকৰ জ্যেষ্ঠ পুত্ৰই পিণ্ড দিয়ে।

সাধাৰণতঃ মৃত্যুৰ সাত দিনৰ পিছতেই মৃতকৰ শ্ৰাদ্ধ কৰা হয়। শ্ৰাদ্ধত বাপেক মৰিলে পুতেক বিলাকে মুণ্ডন কৰিব লাগে। শ্ৰাদ্ধৰ দিনা 'হ'ছুগৰ' মানুহবিলাকে সংকাৰ কৰা ঠাইত মৃতকৰ উদ্দেশ্য ভাত-পানী মদ, মাংস আদি উৰ্চগা কৰি আহে। মৃতকৰ জীৱিত কালৰ ব্যৱহাৰ্য্য বস্তুবোৰকো সিদিনাই বিসৰ্জ্জন দিয়া হয়। এই কাম সমাধা কৰি অহাৰ পাছত তেওঁলোকক শান্তি পানী চটিয়াই শুচি কৰা হয়। গাহৰি, কুকুৰাৰ মাংস আদিৰে ৰাইজৰ মানুহক ভোজ দিয়া হয়। শ্ৰাদ্ধত মদৰ ব্যৱস্থাও কৰা হয়।

পাতি, বিটলীয়া ৰাভা সকলৰ প্ৰাচীন প্ৰথা জনা নাযায়। বৰ্তমান তেওঁলোকে মৰাশ পোৰে আৰু কবৰো দিয়ে। বসন্ত, কলেৰা, বাঘেখোৱা, ফাঁচিত লাগি মৰা, পানীত ডুবি মৰা মানুহৰ মৰাশ পোতে, নোপোৰে। মানুহ জনৰ মৃত্যু হলে শটো ধুই পখালি নিকা কাপোৰ পিন্ধাই উত্তৰ দিশে মূৰ কৰি শুৱাই থয়। শৱ ওপৰত বগা কাপোৰ ঢাকি ৰাখে, মৃতকৰ মূৰৰ শিতানত চাকি বন্তি জ্বলায়। ভৰিৰ বুঢ়া আঙুলিত বগা এৰী সূতাৰে বান্ধে। কণী, আলু আদিৰে ভাত ৰান্ধি মূৰৰ শিতানত মৃতকৰ উদ্দেশ্যে আগ বঢ়ায়। বাঁহৰ 'চাংৰা' (চাঙী) বান্ধি তাৰ ওপৰত তুলি নাম কীৰ্ত্তনৰে শোভা যাত্ৰা কৰি শ্মশানলৈ লৈ যায়। শ্মশানলৈ লৈ যোৱাৰ আগতে চোতালত এডোখৰ

ঠাই মচি শটো উত্তৰ মুৰাকৈ শুৱায়। গৃহস্থৰ কনিষ্ঠসকলে মৃতকক সেৱা কৰে। গিৰিয়েক মৰিলে তেতিয়া ঘৈণীয়েকজনীয়ে গিৰিয়েকৰ ভৰিৰ বুঢ়া আঙুলিৰে তাইৰ কপালৰ সেন্দুৰ মচি পেলায় আৰু শাখা ভাঙি মৃতকৰ 'চাংৰাত' তুলি দিয়ে। শ্মশানৰ উত্তৰা দক্ষিণাকৈ চিতা প্ৰস্তুত কৰে। শ্মশানত মৃতকৰ বাবে জমি কিনাৰ প্ৰথা আছে। শটোৰ মূৰ উত্তৰ পিনে ৰাখে। চিতা মণ্ডপৰ মাটিত কড়ি বা পইচা দি চিতা প্ৰস্তুত কৰে। ঘৈণীয়েক হলে গিৰিয়েক, বাপেক হলে জ্যেষ্ঠ পুত্ৰই নাইবা ককায়েক, ভায়েক, মোমায়েক যি কোনো এজন মৃতকৰ মুখাগ্নি কৰাৰ অধিকাৰ আছে। চিতাৰ চাৰিওফালে সাত বাৰ ঘূৰি মুখাগ্নি কৰে। কিছুমানে 'বন্দি' (অস্থি) পোতে, কিছুমানে নোপোতে। এই বন্দি পোতাৰ অধিকাৰ মুখাগ্নি কৰা মানুহজনৰ। বন্দি পোতা মানুহজন পোতাৰ পিছত দূৰৈৰ কোনো গছ বা পাহাৰত দৃষ্টি নিক্ষেপ কৰিব লাগে। তাৰ পাছত চিতাৰ জুই নুমাই এভাৰ আদিৰে এটা মণ্ডপৰ চাৰিওফালে বাঁহৰ খুটি পুতি বগা কাপোৰৰ চান্দোৱা আঁৰি থৈ অহা হয়। চান্দোৱাৰ তলত পুনঃ কণী, আলুৰে তৈয়াৰী ভাত মৃতকৰ উদ্দেশ্যে অৰ্পণ কৰি আহে। ইতিমধ্যে গৃহস্থৰ পক্ষৰ পৰা খেৰ জুমুঠি, শুকান মৰাপাটৰ পাত আৰু কপাহ কিছুমান বাটত থৈ অহা হয়।। শব দাহন কৰি অহা মানুহবোৰে নদী বা বিলত স্নান কৰি সেই সকলোবোৰৰ মিশ্ৰিত ধোঁৱা গ্ৰহণ কৰে। মৃতকৰ ঘৰত সকলোৱে আহি সমবেত হয়। চোতালৰ সোঁ মাজতে এখন আগলতি কলপাতত ভজা চাউলৰ গুৰি (কাৰাই), মৰাপাটৰ শুকান পাত আৰু কপাহ এই সকলোকে মিহলি কৰি বাওঁ হাতেৰে সাত ভাগ কৰে। তাৰ পাছত হৰি-ধ্বনি দি সেইবোৰ সামগ্ৰী দূৰৈত পেলাই দিয়ে। শ্ৰাদ্ধ কোন দিনাখন কৰা হব চিতাৰ মণ্ডপৰ ওপৰতেই মৃতকৰ উদ্দেশ্য কৰি ঘোষণা কৰি আহিব লাগে।

সাধাৰণতঃ শ্ৰাদ্ধ সাত দিনত কৰা হয়। শ্ৰাদ্ধৰ আগদিনালৈকে মাছ মাংস খোৱা নিষিদ্ধ। খেতি পথাৰৰ কামৰপৰা বিৰত থাকে। খাৰৰ আঞ্জা খোৱা, গাত চাবোন দিয়া, মূৰ ধোৱা, ক্ষৌৰকৰ্ম্ম কৰাত নিষেধ। শ্ৰাদ্ধৰ পিছতো বাপেক মৰিলে কল আৰু মাক মৰিলে গাখীৰ খোৱা অন্ততঃ এবছৰলৈকে নিষেধ। গিৰিয়েক মৰিলে ঘৈণীয়েকে শাঁখা-সেন্দুৰ পিন্ধিব নাপায়। শ্ৰাদ্ধৰ কাম গধুলিৰপৰা আৰম্ভ কৰা হয়। ৰাতি আত্মীয় কুটুম্ব, জ্ঞাতি ৰাইজ আহি চোতাল ভৰি পৰে। মহাভাৰত, ৰামায়ণ, গীতা, পুৰাণ আদি পাঠ কৰা হয়। নাম কীৰ্ত্তন, হৰি সংকীৰ্ত্তন, পদ্মপুৰাণ, ভাৰীগান আদি কৰা হয়। 'মায় চকো' অৰ্পণ কৰা ব্যৱস্থা আছে। 'মায়-চকোত' ভাতৰ লগতে — মাংস, কণী, মিছা মাছ, মদঁ আদি অৰ্পণ কৰা হয়। শেষৰাতি 'মায়-চকো' গাঁৱৰ বাহিৰত পেলাই থৈ আহে। দিনত ৰাইজৰ মানুহক মাছ, মাংস, মদেৰে ভোজ খুৱায়। বৰ্তমান আঞ্চলিক ভাবে সমাজত মদ দিয়াৰ প্ৰথা উঠাই দিছে।

## লোক-বিশ্বাস

অন্যান্য জাতি-উপজাতিৰ মানুহৰ দৰেই ৰাভা জনজাতিৰ মানুহৰ মাজতো বহুতো লোক-বিশ্বাস আছে। এইবোৰ পৰম্পৰাগতভাৱেই চলি আহিছে। এতিয়াও তেওঁলোকে

এই লোক-বিশ্বাসবোৰক আন্তৰিকভাৱে গ্ৰহণ কৰি আছে। এই লোক-বিশ্বাসবোৰক আমি কেইবাটিও ভাগত বিভক্ত কৰিব পাৰোঁ। তাৰে কেইটিমান উল্লেখ কৰা হ'ল।

(১) বৈবাহিক ক্ষেত্ৰত : পছন্দ হোৱা ছোৱালীক কইনাৰূপে বিবাহ চুক্তি কৰিবলৈ যাওঁতে বাটত খৰি কটা, খৰি অনা, কোৰেৰে মাটি খন্দা, কান্ধত কোৰ লৈ অহা মানুহ দেখিলে অশুভ লক্ষণ বুলি ভাবে। যদি বাটত কোনো অশুভ লক্ষণ নেদেখিও ছোৱালীৰ ঘৰলৈ গৈ ছোৱালীৰ ঘৰৰ মানুহক কোৰেৰে মাটি খন্দা, তিৰোতাসকলক কাপোৰ বৈ থকা, সূতা কাটি থকা, বেৰ বা মজিয়া লেপি থকা দেখা পায়; সেইবোৰকো অশুভ লক্ষণ বুলি ভাবি ছোৱালীজনীক কইনাৰূপে পোৱাৰ আশা পৰিত্যাগ কৰে। এইবোৰ হেনো ছোৱালীজনীৰ ভৱিষ্যৎ বৈধব্যৰ লক্ষণ। 'বৰজাতি' ৰাভাসকলে বিবাহৰ সময়ত দৰা-কইনাৰ ভৱিষ্যৎ ভাগ্য নিৰ্ণয়ৰ বাবে নিজস্ব পুৰোহিতৰ দ্বাৰা এহাল কুকুৰা (মতা-মাইকী) মন্ত্ৰ উচ্চাৰণ কৰি 'বিছি' দেৱতাৰ নামত একেলগে ডিঙি মোচৰি মাটিত পেলাই দিয়ে। যদি কুকুৰাহাল ধপধপাই আঁতৰা-আঁতৰি হৈ মৰে, তেনেহ'লে সেই দম্পতীৰ জীৱন দুঃখময় হয় আৰু যদিহে ওচৰা-ওচৰিকৈ গাতে গা লগাই মৰে তেনেহ'লে, সিহঁতৰ জীৱন অতি সুখময় হয় বুলি দৃঢ় বিশ্বাস কৰি আহিছে। বিবাহ অনুষ্ঠানৰ পিছত 'আঠ মংগলা' অনুষ্ঠান সমাধা নোহোৱালৈকে কইনাজনীয়ে কোনো নৈ, বিল, খাল, সেঁতু, দলং পাৰ হোৱা নিষেধ। ইয়াকে কৰিলে তাইৰ দাম্পত্য জীৱনত বহু দুখ-দুৰ্গতি হয়। দূৰৱৰ্তী পথ হ'লেও 'আঠ মংগলা' সমাধা হোৱাৰ পিছত দৰা-কইনা তাত ৰাতি থকা নিষেধ। সেয়ে হ'লে কইনাজনীৰ ভৱিষ্যৎ বৈধব্যৰ আশংকা থাকে। গৰ্ভৱতী তিৰোতাই চন্দ্ৰগ্ৰহণ বা সূৰ্যগ্ৰহণ দৰ্শণ কৰা একেবাৰে নিষেধ। ইয়াকে কৰিলে সন্তান কণা বা অন্ধ হোৱাৰ খুবেই সম্ভাৱনা আছে। সেই সময়ত কোনো মাছ-মাংস কুটা, তামোল-পাণ কটা আদি যিকোনো কটা-বচা কাম কৰা নিষেধ। সেয়ে হ'লে সন্তানে ফলা ওঠ লৈ জন্মগ্ৰহণ কৰে বুলি বিশ্বাস কৰি আহিছে। গৰ্ভস্থিতিৰ পৰা সন্তান প্ৰসৱ নোহোৱালৈকে গৰ্ভৱতী তিৰোতাই কলৰ ফুল বা ডিল খাব নেপায়। তাকে কৰিলে গৰ্ভস্থ সন্তানৰ কলেবৰ অতি ডাঙৰ হয়। তদ্ৰূপ কলৰ পাতত ভাত, প্ৰসাদ আদি যিকোনো বস্তু খোৱা নিষেধ। সেয়ে হ'লে গৰ্ভস্থ সন্তানৰ কলেবৰ বহল হয়। তাৰ ফলত প্ৰসৱৰ সময়ত তিৰোতাজনীয়ে অতি কষ্ট ভোগ কৰিবলগীয়া হয়। সন্তান জন্মৰ পৰা 'পচতি' অনুষ্ঠান সমাধা নোহোৱালৈকে তিৰোতাজনীয়ে সন্তানৰ মুখখন চাই চাইহে পিছুৱাই ঘৰৰ পৰা বাহিৰলৈ ওলাব লাগে, নহ'লে সন্তানৰ স্বাস্থ্য ভালে নাথাকে। 'পচতি' অনুষ্ঠানৰ সময়ত সন্তানটিৰ জিভাত খুব ডুবোৱা পানী লগাই দিয়ে। তেতিয়া হেনো ভৱিষ্যতে এজন মুখিয়াল বা মুৰব্বী মানুহ হয়। সন্তানৰ হাতত কাগজ-কলম স্পৰ্শ কৰালে যদি সন্তানটিয়ে ধৰে তেতিয়া হেনো উচ্চ শিক্ষিত হয়গৈ। দা-কটাৰী স্পৰ্শ কৰালে যদি ধৰে, তেতিয়া হেনো ডাঙৰ কৃষি

কৰ্মত পাকৈত হয়। জীয়া 'চেং' মাছেৰে সন্তানটিৰ গাত বা ভৰিত স্পৰ্শ কৰালে বা কৰোৱালে ডাঙৰত প্ৰত্যেকটো কামতে পাৰ্গত আৰু তত্ত্বজীয়া হয়। আখৈ ভাজোঁতে যিটো আখৈ প্ৰথমে ফুটি মাটিত পৰে, সেই আখৈটো কেঁচুৱা অৱস্থাতে খুৱালে ডাঙৰত স্পষ্টবাদী হয়। পাতি ৰাভাসকলৰ বিবাহ অনুষ্ঠানৰ ভোজনৰ সময়ত তিৰোতাসকলে ন দৰা-কইনাক আশীৰ্বাদ দিয়ে। ভোজনশালাৰ সোঁমাজতে চাকি-বন্তি জ্বলায়। তাৰ সন্মুখত নৱ-দম্পতিয়ে আঁঠু লৈ সেৱা লয়। সেই সময়ত তিৰোতাসকলৰ তৰফৰ পৰা দুখন কাঠৰ পীৰা দৰা-কইনাৰ প্ৰত্যেককে বোকোচা দিয়ে। দৰা-কইনাই পীৰা বোকোচা লৈ তিৰোতাসকলৰ ভোজনৰ পাত বা দোনাবোৰ পাচিত ভৰাই মূৰত তুলি পেলাব লাগে। পীৰা বোকোচা দিয়াৰ সময়ত যদি দৰা বা কইনাই লাজতে নলয় বা কাঠৰ পীৰাখন মাটিক পেলাই দিয়ে বা খণ্ডতে দলিয়াই পেলায়; তেতিয়া সিহঁতে ল'ৰা-ছোৱালীৰ (সন্তান) মুখ দেখা নাপায়।

উপযুক্ত কাৰণ দৰ্শাই স্বামী-স্ত্ৰীয়ে এখিলা পাণত ধৰি 'পাণ চিৰা-চিৰি' কৰি বিচ্ছেদ হোৱা ৰীতি ৰাভা সমাজৰ বিধিস্বীকৃত। এই পাণ চিৰা-চিৰি কৰোঁতে যাৰ ভাগত পাণখিলাৰ বেছি অংশ থাকে, সেইজনেই প্ৰথমে দ্বিতীয় সংসাৰ কৰিবলৈ সুযোগ পায় বুলি বিশ্বাস কৰে।

(২) **পূজা-পাৰ্বণৰ ক্ষেত্ৰত ঃ** ৰাভাসকলৰ কিছুমান দেব-দেৱীৰ পূজাত বলি-বিধানৰ ব্যৱস্থা আছে। এই বলিবোৰ হৈছে— ম'হ, ছাগলী, হাঁহ, পাৰ, কুকুৰা। পুৰোহিতে এই বলিবোৰ বলি দিওঁতে একে ঘাপে একে ৰেপতে দুটুকুৰা কৰিব লাগে। দুটুকুৰা কৰিব নোৱাৰিলে পুৰাহিতক অশুচি অৱস্থাত থকা বুলি জগৰীয়া সাব্যস্ত কৰে। তাৰ ফলত দেৱ-দেৱীয়ে অসন্তুষ্ট হৈ ৰাইজৰ অশেষ ক্ষতি সাধন বা অমংগল কৰিব পাৰে বুলি দৃঢ় বিশ্বাস কৰি আহিছে। ৰংদানি-দাহৰি ৰাভাসকলৰ 'খোক্চি' পূজাৰ সময়ত ২০/২৫ হাতমান দীঘল আৰু ৫/৬ ফুটমান বহল জ্বলন্ত জুইৰ আঙঠাৰ ওপৰেদি পুৰোহিতসকলে নৃত্য-গীত পৰিবেশন কৰি যায়। এনে ক্ষেত্ৰত যদি কোনো পূজাৰীৰ ভৰিৰ তলুৱা, আঙুলি আদি পোৰে বা জ্বলা উঠে, ই অতি বেয়া লক্ষণ। কোনো পূজাৰীৰ এনে লক্ষণ পৰিলক্ষিত হ'লে তেওঁক অসুচি বুলি সাব্যস্ত কৰে আৰু তাৰ দ্বাৰা ৰাইজৰ অশেষ অমংগল হয় বুলি পূৰ্বৰে পৰা অগাধ বিশ্বাস কৰি আহিছে। পূজা মণ্ডপত চাকি-বন্তি পুৰোহিতে এবাৰতে জ্বলাব পাৰিব লাগে, নহ'লে পুৰোহিতৰ ব্যক্তিগত অশুচিৰ লক্ষণ। তদ্ৰূপ পূজা কৰা সময়ছোৱাতে যদি জোৰ বতাহ বলি নথকা সত্ত্বেও জ্বলন্ত চাকি নিৰ্বাপিত হৈ যায়, সিও পুৰোহিতৰ অশুচিৰ লক্ষণ। তাৰ দ্বাৰা ৰাইজৰ অশেষ অমংগল সাধন হয় বুলি বিশ্বাস কৰি আহিছে। দেৱ-দেৱীৰ মন্দিৰৰ চালৰ ওপৰত শগুণে বিষ্ঠা ত্যাগ কৰিলে প্ৰধানতঃ পুৰোহিতৰ অপবিত্ৰতাৰ ভাবকে ভাবি লয়, নাইবা ৰাইজৰ মাজত কোনোবাই পাপ কাৰ্যত লিপ্ত থকা বুলি বিশ্বাস কৰে।

(৩) **শাৰীৰিক অবয়বৰ ক্ষেত্ৰত ঃ** যিকোনো মতা বা তিৰোতাৰ ভৰিৰ তলুৱা হাঁহৰ ঠেঙৰ পতাৰ দৰে লেপেটা খোৱা হ'লে অতি বেয়া লক্ষণ। এনে ধৰণৰ মতা বা তিৰোতাৰ সাংসাৰিক জীৱন দুঃখময় হয়। তদ্ৰূপ খোজ কাঢ়োঁতে ভৰিৰ তলৰ অংশত শব্দ ধ্বনিত হোৱাও অতি বেয়া লক্ষণ। এইবোৰক **'খৰম-ঠেঙীয়া'** ভৰি বোলে। তেনেকুৱা মতা বা তিৰোতা মানুহৰ ঘৰত ধন-সম্পত্তি নহয়। আকৌ যি মতা বা তিৰোতাৰ ভৰিৰ কেঞা আঙুলিৰ মূৰটো খোজ কাঢ়োঁতে মাটিত স্পৰ্শ নহয়, সেইসকলৰো সাংসাৰিক জীৱন অশান্তিৰে অতিবাহিত হয়। কোনো মতা বা তিৰোতাই যদি হাহোঁতে গাল দুখনৰ যিকোনো অংশ খাল হৈ সোমাই যায়, তেনেকুৱা মতা বা তিৰোতা বৰলা বা বিধবা হোৱাৰ লক্ষণ। কোনো মতা বা তিৰোতাৰ মুখমণ্ডলত তিলৰ দাগ থাকিলে সেইয়া কামুক স্বভাৱৰ লক্ষণ, বুকুত থাকিলে সাহসী আৰু পেটত থাকিলে লুভীয়া হয়। সাপ-নেজীয়া চুলিৰ ছোৱালীৰ ভৱিষ্যতে বৈধব্যৰ লক্ষণ। তদ্ৰূপ যিকোনো মতা বা তিৰোতাৰ দাঁতৰ পিৰালি (দাঁতৰ পাৰিৰ কোমল মাংস) কলচীয়া (ক'লা বৰণৰ) হ'লে বৰলা বা বিধবা হোৱাৰ লক্ষণ। দাড়ি-গোঁফ নথকা মতা মানুহ নাইবা গোঁফ থকা তিৰোতা মানুহ শুভ কৰ্মৰ বিঘ্নকাৰী।

(৪) **ব্যক্তিগত চৰিত্ৰৰ ক্ষেত্ৰত ঃ** ঘৰৰ চৌহদত, ঘৰৰ ভিতৰত, ৰাতিৰ সময়ত আৰু ধাননি বা যিকোনো শস্যৰ পথাৰত সুহুৰি মৰা স্বভাৱ অতি কুলক্ষণ। এই স্বভাৱৰ পৰিয়ালৰ ঘৰত সা-সম্পত্তি নষ্ট হয়। মানুহৰ সন্মুখত বা ৰাতিত হাত-ভৰিৰ আঙুলিৰ গাঁঠি ফুটুৱা (শব্দ তোলা) স্বভাৱ একেবাৰে কুলক্ষণীয়া। তেনে মানুহৰ ঘৰত সদায় বেমাৰ-আজাৰ বা কোনো অমংগল ঘটি থাকে। তদ্ৰূপ মানুহৰ সন্মুখত পাদ মৰা স্বভাৱো কুলক্ষণৰ চিন। তেনে মানুহৰ ঘৰতো লক্ষ্মীয়ে বাস নকৰে। ৰাতি নখ কটা স্বভাৱৰ মানুহৰ পৰিয়ালত হঠাতে বিপদে দেখা দিয়ে। ভাৰ বৈ নিয়া বাওকা (বাংকুৱা) কোবাই যোৱা স্বভাৱ বৰ বেয়া। ঘৰৰ চৌহদৰ ভিতৰত কান্ধত কোৰ লৈ ফুৰা স্বভাৱ অতি বেয়া। তদ্ৰূপ কান্ধত নাঙল-যুঁৱলি লৈ আহোঁতে ডিলাত (ঈহমাৰি) কোবাব নেলাগে। তেনে কৰিলে পৰিয়ালত হঠাৎ বিপদ হ'ব পাৰে। চেলৌকি চেলেকি বা চুহি চুহি ভাত-আঞ্জা খোৱা মানুহ অতি কুলক্ষণীয়া। তেনে মানুহৰ ঘৰতো লক্ষ্মীয়ে বাস নকৰে। সূৰ্য থকা পিনে মুখ কৰি প্ৰস্ৰাৱ কৰা, শৌচ কৰা, নাদ বা পুখুৰীত স্নান কৰি কাপোৰ সলোৱা নিষেধ। তেনে কৰিলে চকুৰ বেমাৰ হোৱাৰ খুব সম্ভাৱনা। বাহৰৰ ভিতৰত ঘন ঘনকৈ খোলাত মাছ ভজা, খোলা-চাপৰি পিঠা বনোৱা, চিৰা ভজা আদি কাম কৰিব নালাগে। তেনে কৰিলে পথাৰৰ ধান, সৰিয়হ, কুঁহিয়াৰ আদি যিকোনো শস্যৰ গড় অকালতে মৰহি যায়; ফচল কম উৎপাদন হয়। মতা বান্ধনি নাইবা তিৰোতা বান্ধনীয়ে মাছ-মাংস, শাক-আঞ্জাদি ৰান্ধোতে জিভাৰ সোৱাদ লোৱা অতি কুলক্ষণ। তেনে মানুহৰ ঘৰত বা পৰিয়ালত ধন-সম্পত্তি নহয়; চিৰজীৱন দাৰিদ্ৰ্যৰ বোজা বহন কৰিবলগীয়া হয়।

**(৫) কোনো বিশেষ উদ্দেশ্য লৈ যাত্ৰাৰ কৰা সময়ত ঃ** কোনো বিশেষ উদ্দেশ্যক লক্ষ্য কৰি ঘৰৰ পৰা যাত্ৰা কৰি ওলাওঁতে যদি ভৰিৰে উজুতি খোৱা যায় নাইবা ক'ৰবাত খেকেচা খোৱা যায় তেনেহ'লে যাত্ৰা নাস্তি হয়। সেই সময়ত পিছফালৰ পৰা মাকে স্বাভাৱিকভাৱে (ইচ্ছাকৃতভাৱে নহয়) কিবা এটি কথাৰ বাবে মাত লগায়, সি শুভ লক্ষণ, কিন্তু আন মানুহে মাতিলে উদ্দেশ্য সাধনত বাধাপ্ৰাপ্ত হয়। তদ্ৰূপ বাটত গৈ থাকোঁতেও পিছফালৰ পৰা আন মানুহে মাতিলে যাত্ৰা শুভ নহয়। সপ্তাহৰ ভিতৰত সোমবাৰ আৰু শনিবাৰে পূবে, ৰবি আৰু শুকুৰবাৰে পশ্চিমে, মঙ্গল আৰু বুধবাৰে উত্তৰে আৰু বৃহস্পতিবাৰে দক্ষিণে যাত্ৰা কৰা একেবাৰেই নিষেধ কোনো উদ্দেশ্য সাধন নহয়। ৰাভাসকলৰ বিশ্বাস মতে কাতি মাহৰ ভিতৰতহে পছন্দ হোৱা ছোৱালীৰ বিয়া ঠিক কৰিবৰ বাবে যাত্ৰা কৰিব লাগে। এই মাহত চুক্তি হৈ বিবাহ সম্পাদন হ'লে দাম্পত্য জীৱন অতি সুখকৰ হয়। সেয়ে সমাজে এনেকুৱা বিবাহক স্বীকৃতি দিছে। যাত্ৰা কৰোঁতে বাটত সোঁফালে সাপ নাইবা বাওঁফালে শিয়াল সন্মুখেদি অতিক্ৰম কৰিলে যাত্ৰা শুভ হয়। ঘৰৰ পৰা ওলাওঁতে পিছফালৰ পৰা ঘৈণীয়েকে মতা অশুভ যাত্ৰাৰ চিন, কিন্তু ল'ৰা ছোৱালীয়ে মাত লগোৱা শুভ যাত্ৰাৰ সময়ত বা যাত্ৰাপথত কোনো শৱযাত্ৰা নাইবা কাউৰী শগুণে কোনো মৰা-শ খাই থকা দৃশ্য দেখিলে যাত্ৰাৰ উদ্দেশ্য সফল হোৱা বুলি বিশ্বাস কৰে। মাটি খন্দা বা খৰি বা কাঠ কাটি থকা দেখাও অশুভ লক্ষণ। যাত্ৰাৰ সময়ত নাপিত, তেলী, দাড়ি গোঁফ নথকা মতা মানুহ নাইবা গোঁফ থকা তিৰোতা মানুহ, বাঁজী বা বঁজা মানুহ বা নপুংসক মানুহ দৰ্শন কৰা কৰ্ম বিঘিনিৰ বিশিষ্ট লক্ষণ। যাত্ৰাৰ আগ মুহূৰ্তত বাৰীৰ চৌহদত থকা কলগছ বিনা বতাহে বাগৰি পৰা, যিকোনো গছৰ ডাল ভাগি পৰা, গছৰ ডালত কাউৰীয়ে কৃত্ৰিম সুৰত মাত মতা, ফেঁচাই নিউ নিউ কৰা, পানীশূন্য পাত্ৰ দেখা, মেকুৰীয়ে যুজ কৰা, কুকুৰে কামোৰা-কামুৰি কৰা ইত্যাদি শুভ যাত্ৰাৰ অশুভ লক্ষণ।

**(৬) সপোনৰ ক্ষেত্ৰত ঃ** সপোনৰ প্ৰতি ৰাভাসকলৰ অগাধ বিশ্বাস। উদাহৰণ স্বৰূপে ৰাতি সপোনত জোকে বা সাপে কামুৰিলে নিজৰ বা ঘৰৰ পৰিয়ালৰ অমংগল হয় বুলি ভাবে। কোনো কোনোৱে জোকক ডাইনী আৰু সাপক শত্ৰু বুলি ভাবি সতৰ্ক হৈ থাকে। সোঁত থকা নদী বা পাহাৰ-পৰ্বত অতিক্ৰম কৰি ঘৰলৈ উভতি অহা সপোন দেখিলে, অভীষ্ট কাৰ্যত অতি সোনকালে কৃতকাৰ্যতা লাভ হ'ব বুলি ভাবে। কিন্তু ঘৰ আহি নেপাই হঠাতে সাৰ পালে কামত সফলতা নহ'ব বুলি ভাবে। দাঁত সৰা বা বৃহৎ গছ ভাগি পৰা সপোন দেখিলে কোনো মানুহৰ অচিৰে মৃত্যু হ'ব বুলি ভাবে।

সপোনত হাতীয়ে খেদিলে সি যদি নিজৰ ধানৰ ভঁৰালত আহি লুকাই সাৰিব পাৰে, তেওঁৰ হেনো ক্ৰমে ধন-সম্পত্তি বাঢ়ি আহে। কোনো মানুহক মৰা সপোন দেখিলে,

পিছদিনাখন হাবিত চিকাৰ কৰিবলৈ গ'লে নিশ্চিতভাৱে পছু পাব বুলি ভাবে। নিজৰ ঘৰত জুই লগা সপোন দেখিলে আনৰ অপ্ৰীতিকৰ ঘটনাৰ যেনে— বলাৎকাৰ ঘটনাত লক্ষণ বুলি ভাবে। কিন্তু, আনৰ ঘৰত জুই লগা দেখিলে নিজৰ ঘৰতে কোনো আকস্মিক ঘটনা হ'ব বুলি সম্ভাৱনা কৰে।

সপোনত ঘোঁৰা দেখিলে নিজৰ আত্মীয়-কুটুম্ব নাইবা গাঁৱৰ কোনো মানুহ 'কলেৰা' বা 'নিউমুনিয়া' ৰোগত আক্ৰান্ত হ'ব বুলি নিশ্চিত কৰি লয়। বাঘ দেখিলে পিছদিনা বৰ চোকা ৰ'দ হ'ব বুলি বাবে। সপোনত গো-মাংস নাইবা নৰ-মাংস ভক্ষণ কৰিবলৈ পালে অচিৰে সৌভাগ্যশালী হয় বুলি বিশ্বাস কৰে। এনে সপোন দেখিলে আনক প্ৰকাশ কৰা নিষেধ, প্ৰকাশ কৰিলে নিজৰহে ক্ষতি সাধন হয়। কুকুৰে খেদিলে গুপ্ত শত্ৰুৱে ক্ষতি সাধন কৰিবৰ বাবে ষড়যন্ত্ৰ কৰিছে বুলি ভাবে। সপোনত গাইগৰু দেখিলে কোনো আত্মীয়-কুটুম্বৰ বিবাহ স্থিৰ হোৱা বুলি নিশ্চিত হয়। ম'হে শিঙেৰে খুঁচিবলৈ খেদিলে কোনো দুৰাৰোগ্য বেমাৰত আক্ৰান্ত হ'ব বুলি দৃঢ় বিশ্বাস কৰি লয়। কিয়নো— যম ৰজাৰ বাহন হৈছে ম'হ, যম জন্ম-মৃত্যুৰ গৰাকী। সপোনত হাঁহিবলৈ পোৱাটো অমংগলৰ চিন; কিন্তু কান্দিবলৈ পালে শুভ লক্ষণৰ চিন। সপোনত আন যিকোনো বস্তু, যেনে— টকা-পইচা, ধন-ধান আনক দান কৰিবলৈ পালে নিজৰ আয়ু টুটা বুলি ভাবি লয়; কিন্তু আনে নিজক দান কৰিলে উপাৰ্জন বৃদ্ধি হয় বুলি বিশ্বাস কৰে।

নিয়মিতভাৱে মাহেকীয়া ঋতু হোৱা তিৰোতাৰ নিৰ্দিষ্ট দিনত ঋতু নহৈ তাই যদি সপোনত কোনো ঘৰৰ দুৱাৰ জপাবলৈ নাইবা কোনো ফল-মূল খাবলৈ পায়, তেতিয়া গৰ্ভস্থিতি হোৱা বুলি নিশ্চিত কৰি লয়।

সপোনত মাছ মাৰিবলৈ গৈ ডাঙৰ ডাঙৰ পুঠিমাছ মাৰি ঘৰলৈ আনিবলৈ পালে; নিজৰ ঋণ দিয়া নাইবা নাপাবলগীয়া টকা-পইচা, ধান আদি সোনকালে পাব বুলি ধৰি লয়। সপোনত শাল গছ নাইবা বৰালী মাছ দেখা অতি অমংগলৰ চিন।

সপোনত নিজে শৌচ কৰিবলৈ পালে, আন কোনো মানুহ সমাজৰ বিচাৰত দোষী সাব্যস্ত হৈ দণ্ডনীয় হ'ব বুলি ভাবে। কিন্তু, আনত শৌচ কৰা দেখিলে নিজেই হঠাতে কোনো এটি দোষত দোষী সাব্যস্ত হৈ জৰিমনা ভৰিব লাগিব, নাইবা কোনো কামত অযথা টকা-পইচাৰ খৰচান্ত হ'ব লাগিব বুলি ধাৰণা কৰি লয়।

নিজৰ পৰিয়ালৰ যি কোনো মানুহৰ মৃত্যু হোৱা দেখা শুভ লক্ষণ; কিন্তু, আন মানুহৰ মৃত্যু হোৱা দেখিলে অচিৰে ঘৰৰ পৰিয়ালৰ যি কোনো মানুহৰ অঘটন ঘটিব নাইবা কোনো সংক্ৰামক বেমাৰত আক্ৰান্ত হ'ব বুলি ভাবি লয়। সপোনত কাৰোবাৰ বিবাহ উৎসৱ দেখা অতি অমংগলৰ লক্ষণ। সপোনত তেজ দেখা শুভ লক্ষণ। শগুণ বা গুড়ৰিলা দেখিলে গাঁৱত বা পৰিয়ালত কিবা অমংগল দেখা দিব বুলি নিশ্চিতভাৱে

ভাবি লয়।

**(৭) দৈনন্দিন জীৱনৰ ক্ষেত্ৰত ঃ** ঘৰৰ চালত শগুণ পৰিলে গৃহস্থৰ অমংগল হয় বুলি ভাবে, তেতিয়া সামাজিক বিধি-ব্যৱস্থা মতে প্ৰায়শ্চিত্ত হৈ শুচি হ'ব লাগে। তদ্ৰূপ কোনো মানুহৰ মূৰত বা গাত শগুণে বা কাউৰীয়ে বিষ্ঠা ত্যাগ কৰিলে অমংগলৰ চিন; তেতিয়াও মানুহে সামাজিক বিধি-ব্যৱস্থা মতে প্ৰায়শ্চিত্ত হৈ শুচি হয়। কিন্তু শগুণে যদি কোনো মৰা-শ খাই উৰি আহি নিজৰ সন্মুখত বমি কৰি দিয়ে, সেইটো অতি শুভ লক্ষণ বুলি বিশ্বাস কৰে। তেতিয়া সেই বমিখিনি নতুন কাপোৰ এডোখৰত বান্ধি আনি ধান ভঁৰালত থৈ দিলে ক্ৰমে ঘৰৰ আৰ্থিক অৱস্থা টনকিয়াল হৈ আহে বুলি দৃঢ বিশ্বাস কৰি আহিছে। তদ্ৰূপ হাতীয়ে আহি ঘৰৰ চৌহদত বিষ্ঠা ত্যাগ কৰা ঘৰৰ আৰ্থিক অৱস্থা টনকিয়াল হোৱাৰ বিশিষ্ট লক্ষণ। ফেঁচাই ঘৰৰ পৰিবেশৰ ভিতৰত ৰাতি মাতিলে বা দিনত যি কোনো ঠাইত নিউ নিউ কৰি মাতিলে অচিৰে কোনো বিপদৰ সন্মুখীন হ'ব লাগিব বুলি সন্দেহ কৰে। সেই সময়ত পৰিয়ালৰ কোনো মানুহ ৰোগত শয্যাগতভাৱে পৰি থাকিলে তাৰ মৃত্যুৰ আগ জাননী বুলিয়ে ভাবি লয়।

বিড়ি-চিগাৰেট খাওঁতে, জুহালত জুই ফুৰাওঁতে দৃষ্টিৰ অগোচৰে জুইৰ ফিৰিঙতি পৰি পিন্ধা-উৰা নাইবা বিছনাদিৰ কাপোৰ-কানি পুৰিলে সোনকালে কোনো বিপদৰ সন্মুখীন হ'ব লাগিব বুলি সন্দেহ কৰে।

নিজৰ দাঁতেৰে নিজৰ জিভাত হঠাতে কামুৰি পালে দূৰৈৰ কোনো আত্মীয় বান্ধৱে খবৰ লোৱা বুলি ভাবে; নাইবা কোনোবা শত্ৰু বা চকু চৰহাই কাৰোবাৰ আগত তাৰ কলংক ৰটনা কৰি থকা বুলিও ভাবে। পিন্ধা-উৰা কানি-কাপোৰ ওলোটাকৈ পিন্ধি বা উৰি পালে তাক যদি আনে দেখি সঁকিয়াই দিয়ে, সেইটো অশুভ আৰু যদি নিজেই পোনতে দেখা পায়, সেইটো শুভ লক্ষণ বুলি ভাবে। কৃষ্ণ পক্ষত বাওঁ চকু আৰু শুক্ল পক্ষত সোঁ চকুৰ পতা লৰাটো শুভ লক্ষণ। "বেছি হঁহা বিঘিনি, বেছি পদা লখিমী"— এই কথাষাৰ ৰাভাসকলে বিশ্বাস কৰি আহিছে।

সৰ্পৰ যৌন-মিলন দেখিলে সিহঁতৰ ওপৰত এটুকুৰা নতুন কাপোৰ দলিয়াই পেলাই দিব লাগে। সেই কাপোৰখন লগত লৈ ফুৰিলে সকলো কামতে সিদ্ধি লাভ হয় বুলি বিশ্বাস কৰি আহিছে। ঘৰৰ চালত বা বাৰীৰ কোনো গছত মৌৱে বা বৰলে আহি বাহ লোৱাটো পৰিয়ালৰ সৰ্বাংগীন শুভ লক্ষণ বুলি বিশ্বাস কৰি আহিছে। তদ্ৰূপ বাৰীৰ কোনো গছত বা বাঁহ জোপোহাত বাদুলী নাইবা বগলীয়ে আহি বাহ লোৱাটোও শুভ লক্ষণ; কিন্তু কিছুমানে অশুভ লক্ষণ বুলিহে কয়। সজিয়া বা ৰাতি কুকুৰাই মতা বৰ অশুভ লক্ষণ। গোহালীত ৰাতি গৰুৱে ছটফট কৰি শব্দ কৰি থাকিলে গাঁৱত কোনো সংক্ৰামক বেমাৰে দেখা দিব বুলি সন্দেহ কৰে। ৰাতি মেকুৰীয়ে যুঁজ কৰি কৃত্ৰিম আৰু বিকট

মাত মতা পৰিয়ালৰ অমংগলৰ চিন। কোনো মানুহৰ আগ দুৱাৰত (অপনাত) বাঘ আহি যোৱা পদচিহ্ন দেখিলে সেই পৰিয়ালৰ মানুহে কোনো পাপ কৰ্মত লিপ্ত হৈ থকা বুলি বিশ্বাস কৰে।

বৰ্তমান শিক্ষাৰ অগ্ৰগতিৰ ফলত নবীন চাম বাভাসকলৰ এই লোক-বিশ্বাসবোৰৰ প্ৰতি আস্থা নোহোৱা যেন হৈছে।

## লোকসাধু

লোক-সাধুবোৰ লোক-সাহিত্যৰ এটি অংগ। শিপাই মাটিৰ তলত থাকি গছডালক পাতে-পুষ্পে সুশোভিত কৰি ৰখাৰ দৰে সকলো দেশৰে সাহিত্যৰ মূলভাগ লোক-জীৱনৰ লগত নিবিড়ভাৱে জড়িত। লোক-সাধুবোৰ লোক-জীৱনৰ লগত জড়িত হ'লেও ই কিন্তু সম্পূৰ্ণভাৱে স্থানীয়। ই কেৱল জনসাধাৰণৰ উপভোগৰ আৰু উপলব্ধিৰ যোগ্যহে। লোক-সাধুবোৰত ব্যক্তি বিশেষৰ কল্পনা স্ফুৰণৰ থল নাই নাইবা কেৱল এজনৰ মনোৰঞ্জনৰ কাৰণেও ইয়াৰ সৃষ্টি নহয়। ই সমাজৰ উমৈহতীয়া সৃষ্টি। সমাজৰ সৰ্বজনৰ ভাব, চিন্তা আৰু কল্পনাৰ মিলনক্ষেত্ৰ আৰু সমগ্ৰ সমাজৰ আনন্দ বিনোদনৰ কলাক্ষেত্ৰ। যুগ যুগ ধৰি জনসাধাৰণৰ মুখে মুখে লোক সাধুবোৰ চিৰন্তন আৰু চিৰজীৱী হৈ আহিছে।

লোক-সাধুবোৰৰ সঠিক সূত্ৰ দিয়া কঠিন। সাধুকথাবোৰৰ বিশিষ্ট লক্ষণ হৈছে—পৰম্পৰাগত। ইজনৰ পৰা সিজনলৈ, এটা যুগৰ পৰা আন যুগলৈ, এখন সমাজৰ পৰা আন এখন সমাজলৈ বাগৰি অহা। ইয়াৰ ঐতিহ্য একেবাৰে মৌখিক। সাধু এটা শুনি শ্ৰোতাই তেওঁৰ মনৰ পৰা একো যোগ নিদিয়াকৈ বা তাৰ কোনো পৰিবৰ্তন নকৰাকৈ আন এজনৰ আগত তাৰ পুনৰাবৃত্তি কৰে। অৱশ্যে, মাজে সময়ে এই ঐতিহ্য এটি সাহিত্যৰ যোগেদিও জীয়াই থাকে। বৰ্তমান অসমীয়া সাহিত্যত জনজাতীয় সাধুৰ প্ৰভাৱ কেনেকৈ পৰিছে, সেই সম্বন্ধে অনুসন্ধান কৰাৰ যথেষ্ট অৱকাশ আছে।

সাধাৰণতঃ সৃষ্টি বা প্ৰকৃতিৰ ব্যাখ্যামূলক উপখ্যান, অপেশ্বৰী, ভূত-প্ৰেত, দেও-দেৱতা আদি অলৌকিক জীৱনৰ লগত জড়িত কাহিনী, জীৱ-জন্তু, মানুহ, প্ৰাণী আদিৰ লগত জড়িত কাহিনী, জাতীয় বুৰঞ্জীমূলক কাহিনী আৰু জাতীয় সমাজ-সংস্কৃতিমূলক কাহিনী আদি লোক-সাধুবোৰৰ লগত সংশ্লিষ্ট। বাভাৰ লোক-সাধুবোৰতো এই সকলোবোৰ উপাদান পূৰ্ণভাৱে বিৰাজমান।

বাভাসকলৰ বিশ্বাস সৃষ্টিৰ আদিতে কেৱল পানী জাগহে আছিল। সৃষ্টিৰ পূৰ্বতে ১৮ জনহে ঋষি (ৰিছি) দেৱতা আছিল। এই ঋষি দেৱতাসকলৰ মাজত 'ত্ৰিলিঙ্গিং' আটাইতকৈ জ্যেষ্ঠ আৰু 'নমল' আটাইতকৈ কনিষ্ঠ আছিল। ত্ৰিলিঙ্গিঙৰ ইচ্ছাত কনিষ্ঠ ভায়েক নমলে প্ৰথমে কেঁকোৰাৰ (খেন) সৃষ্টি কৰে। কেঁকোৰাই জলময় তলিৰ পৰা বোকা মাটি আনি সুন্দৰ পৃথিৱীখন সৃষ্টি কৰে। তাৰ পিছত কেঁচুৰ (বাংছ্ৰি) সৃষ্টি কৰে।

কেঁচুৱে সেই বোকা মাটিবোৰ গাঁথি গাঁথি পৃথিৱীৰ ওপৰ ভাগত পাহাৰ-পৰ্বত, নদ-নদী, খাল-বিল আদিৰ সৃষ্টি কৰে। শেষত— মানুহৰ লগতে নানা জীৱ-জন্তু, পোক-পৰুৱা, কীট-পতঙ্গ, হাবি-বন, গছ-লতা আদিৰ সৃষ্টি কৰে। সৰ্বশেষত এটা প্ৰকাণ্ড কাছৰ সৃষ্টি কৰি তাৰ ওপৰত এই সুন্দৰ পৃথিৱীখন স্থাপন কৰে। ৰাভাসকলৰ বিশ্বাস যে, যেতিয়াই কাছটোৱে লৰচৰ কৰে,. তেতিয়াই পৃথিৱীখন কঁপি উঠে। ইয়াকে তেওঁলোকে 'ভুঁইকঁপ' হোৱা বোলে। এতিয়াও ৰাভাৰ বুঢ়া-বুঢ়ীসকলে তেওঁলোকৰ পো-নাতিসকলক এই পৃথিৱীৰ সৃষ্টিৰ কাহিনী কয়। এই কাহিনীৰ যোগেদি ৰাভাসকলৰ 'বিশ্ববিজ্ঞান'ৰ (cosmology) পৰিচয় পোৱা যায়।

ৰাভাসকলৰ মতে 'ৰিছিবায়' (ঋষি দেৱতা) ৰাংকাৰাঙত (স্বৰ্গত) বাস কৰিছিল। ৰিছি দেৱতাই পৃথিৱীৰ সৃষ্টিকৰ্তা। তেওঁৱে 'তাকমানৱ্ৰা'ক পৃথিৱীখনত শাসন কৰিবলৈ আদেশ দিয়ে। ৰিছি দেৱতাই পৃথিৱীত পোনতে বিভিন্ন মানৱ-গোষ্ঠীৰ সৃষ্টি কৰে। তাৰেই এটা গোষ্ঠী ৰাভাজাতি। এই ৰিছি দেৱতাই ৰাভাসকলৰ স্বৰ্গৰ পৰা পৃথিৱীত বাস কৰিবলৈ নমাই আনে। ৰাভা ভাষাত 'ৰাবা' মানে লৈ অহা। সেয়ে এই জাতিটো 'ৰাবা/ৰাভা' বুলি পৰিচিত হয়।

বৰ্তমান বৈজ্ঞানিক বিশ্লেষণ মতে, 'ৰাংকাৰাং' (স্বৰ্গ) স্থানটিয়ে নিৰ্দেশ কৰে তিব্বতীয় অঞ্চল আৰু পৃথিমী (পৃথিৱী) স্থানটিযে নিৰ্দেশ কৰে হিমালযৰ দক্ষিণাংশ ভাৰতভূমিক। এই সাধুটি এতিয়াও ৰাভাসকলৰ মাজত পৰম্পৰাগতভাৱে প্ৰচলিত হৈ আছে। ৰিছি দেৱতা হৈছে— তেওঁলোকৰ প্ৰধান দেৱতা যাক নেকি স্মৰণাতীত কালৰ পৰাই ভক্তি আৰু বিশ্বাসেৰে পূজা কৰি আহিছে। এই কাহিনীৰ যোগেদি ৰাভাসকলৰ প্ৰাচীন আঁতিগুৰি আৰু প্ৰব্ৰজনৰ (origin and migration) এটি সন্ধান পোৱা যায়।

'দদান' ৰজাৰ ৰাণী 'তোবা', 'নদাই' ৰজাৰ ভাগিনীযেক। ভাগিনী জোঁৱায়েক বীৰ 'মাৰুক্ষেত্ৰী' ৰজাৰ প্ৰধান সেনাপতি। দদান প্ৰজাৰঞ্জক ৰজা। প্ৰজাসকল শান্তিৰে বিৰাজমান। দূৰৱৰ্তী স্থানৰ কাশী ৰজাই দদান-ৰাজ্যৰ অতুল ঐশ্বৰ্যত ঈৰ্ষাকাতৰ হয়। যুদ্ধ ঘোষণাৰ বাবে দূত 'বাচুৰি'-'চাচুৰি'ক দদান ৰজাৰ ওচৰলৈ প্ৰেৰণ কৰে। সিহঁত তামোল-পাণৰ বেপাৰী ৰূপে উপস্থিত হয় দদানৰ সন্মুখত। ৰাজপথত দূতদ্বয়ে অচিনাকি নদাইক ঠাট্টা-মস্কৰা কৰে। নদাইয়ে নীৰৱে সহ্য কৰে। সিহঁত ৰজা দদানৰ সন্মুখত যুদ্ধ ঘোষণাৰ প্ৰস্তাৱ জনায়। যথা সময়ত 'চেপনশিলা' (বৰ্তমানৰ বামুণডাঙা) পাহাৰত তুমুল যুদ্ধ হয়। যুদ্ধক্ষেত্ৰত মাৰুক্ষেত্ৰীৰ লগত পত্নী নদাইয়ো অৱতীৰ্ণ হয়। যুদ্ধত ঠাৰৱিব নোৱাৰি কাশী ৰজাই চেপনশিলা পাহাৰৰ শিলৰ চেপাত লুকাই গৈ। বীৰ মাৰুক্ষেত্ৰীয়ে সন্মুখ যুদ্ধত কৰঙণত কাঁড় মাৰি কাশী ৰজাক বধ কৰে। এই সাধুটিৰ যোগেদিও ৰাভাসকলৰ প্ৰাচীন বীৰ-বীৰাংগনাৰ পৰিচয় পোৱা যায়।

ৰাজ্যৰ উত্থান-পতন, ৰজা-মন্ত্ৰী-পাৰিষদবৰ্গৰ পৰিবৰ্তন আদি চিৰন্তন কথা। ইয়াৰ চিত্ৰণ পোৱা যায় ৰাভাসকলৰ এটি কাহিনী— 'সতী দু'মকচি'ত। বীৰ মাৰুক্ষেত্ৰীয়ে কাশী ৰজাক বধ কৰাৰ পিছত দদান-ৰাজ্যত বিপৰ্যয় ঘটিবলৈ ধৰে। স্বয়ং ৰজাই ৰাজকাৰ্যত উদাসীন হয়। সেয়ে, প্ৰধান সেনাপতি মাৰুক্ষেত্ৰী প্ৰমুখ্যে মন্ত্ৰী, সেনাপতিসকল সুৰাপানত মতলীয়া হয়। ৰাজ্যত অৰাজকতাই বিৰাজ কৰে। উদাসীন ভাৱে ৰজাই অকলে অকলে হাবি-বননিত চিকাৰ অন্বেষী হৈ পৰে। হঠাৎ নিবিড় অৰণ্যত এদিনাখন পুতঃসলীলা জিঞ্জিৰামৰ (এখন নদী) জীয়ৰী 'দু'মক্‌চিৰ' সৈতে সাক্ষাত হয় আৰু শাৰীৰিকভাৱে পৰস্পৰ আকৰ্ষিত হৈ পৰে। ৰাণী তোবাৰ প্ৰতি ৰজাৰ হৈ পৰে অৱহেলিত ব্যৱহাৰ। এই সুযোগতে মাৰুক্ষেত্ৰীৰ অন্তৰত জাগি উঠে স্বাৰ্থজড়িত চক্ৰান্তৰ ভাব। কৌশলেৰে দু'মক্‌চিক বন্দীনি কৰি অত্যাচাৰ কৰে। পৰমুহূৰ্ততে দু'মক্‌চি অন্তৰ্ধান হয়। শেষত মাৰুক্ষেত্ৰীয়ে বৃদ্ধ মন্ত্ৰী আৰু ৰজাক অন্তৰীণ কৰি ৰাখে। পৰিচাৰিকাৰ বেশত দু'মক্‌চিয়ে দদান আৰু বৃদ্ধ মন্ত্ৰীক মুক্ত কৰে। মাৰুক্ষেত্ৰীৰ দুষ্কৰ্মত মাক 'নেমানুকিনি' কুঁৱৰীৰ মন বিদ্ৰোহী হৈ উঠে আৰু তাক অভিশাপ দিয়ে। ফলস্বৰূপে এখন যুদ্ধত মাৰুক্ষেত্ৰীৰ মৃত্যু হয়। ঋষিৰ পূৰ্বৰ অভিশাপ মতে দদান আৰু দু'মক্‌চিৰ মিলন আকাংক্ষাও হৈ পৰে অপূৰ্ণ। ফলস্বৰূপে শোকে-দুখে জৰ্জৰিত হৈ 'ফেদোৰ ডোবা'ত দদানে দেহত্যাগ কৰে আৰু দু'মক্‌চিও 'মঘোবাল্যাচাৰা'ত পাষাণ ৰূপ ধাৰণ কৰে। এইদৰে ৰাভা জাতিৰ মাজত দু'মক্‌চি সতী ৰূপে খ্যাত হৈ থাকে।

সতী দু'মক্‌চিৰ সাধুত পোৱা এই ঘটনা বিন্যাসে ৰাভা জাতিৰ প্ৰাচীন লৌকিক ইতিহাসৰ এটি আভাস দিয়ে। এই কাহিনীত অলৌকিকতা থাকিলেও কাহিনীৰ ৰচকে দেৱ আৰু মানৱৰ মাজত এটি মিলনৰ যোগসূত্ৰ স্থাপন কৰিবলৈ প্ৰয়াস কৰিছে। ইয়াত দেৱী দু'মক্‌চিক মানুহৰ শাৰীলৈ নমাই মানসিক প্ৰেম-প্ৰীতি, দুখ-দৈন্য, আবেগ-অনুভূতিৰ সন্ধান আনি দিছে। লগতে আনি দিছে— নেমানুকিনি কুঁৱৰীৰ অভিশাপৰ যোগেদি দৈব্যৰ প্ৰতি অগাধ বিশ্বাস।

এগৰাকী ঋষি পত্নী 'ততায়মাৰি জিমাৰী'ৰ পুত্ৰ বসুন্দৰ। ঋষি গৃহ ত্যাগী সন্ন্যাসী। আন এগৰাকী বিধৱা 'হান্দাৰচি জিমাৰী'ৰ কন্যা 'তছায়ৰাজু'। দুয়োটা পুত্ৰ-কন্যাৰ একে সময়তে জ্বৰ হোৱাত উভয় মাকে 'ছিৰি' পাহাৰলৈ ঔষধ বিচাৰিবলৈ গ'ল। ৰাভা তিৰোতাৰ মাজতো এনেকুৱা ওজানীৰ অভাৱ নোহোৱা নহয়। পাহাৰত পৰস্পৰ সাক্ষাৎ হৈ কথা প্ৰসংগত প্ৰতিশ্ৰুতি হ'ল সিহঁতৰ ল'ৰা-ছোৱালীক যথাসময়ত বিবাহ বন্ধন কৰিবলৈ। ইতিমধ্যে ততায়মাৰি জিমাৰীৰ মৃত্যু হ'ল। 'কাঙ্কাৰাজু তিক্কাৰৰাজু' নামে এজনী অবিবাহিতা বয়স্ক ছোৱালী এজনীয়ে বসুন্দৰৰ লালন-পালনৰ দায়িত্ব গ্ৰহণ কৰিলে। 'কাঙ্কাৰাজু তিক্কাৰৰাজু'ক ডাইনী বুলি সমাজৰ সকলো মানুহেই জানে। তাই নানা ধৰণৰ

মায়া বিদ্যাও জানে। ডাইনীৰ প্ৰতি বিশ্বাস আৰু ভয় ৰাভাসকলৰ মাজত এতিয়াও বিদ্যমান।

চন্দ্ৰকলাৰ দৰে বাঢ়ি বসুন্দৰ পূৰ্ণ যৌৱনত উপনীত হ'ল। তাৰ ৰূপ-যৌৱনত কাঞ্চাৰাজু তিক্কাৰৰাজু আকৰ্ষিত হ'ল। পূৰ্বৰ প্ৰতিশ্ৰুতি মতে বসুন্দৰ আৰু তছ্ছায়ৰাজুৰ বিয়াৰ সমাৰোহ হ'ল। কিন্তু, মায়া বিদ্যাৰ বলত নিজে তছ্ছায়ৰাজুৰ ৰূপ ধাৰণ কৰিলে আৰু তছ্ছায়ৰাজুক নিজৰ ৰূপত ৰূপান্তৰ কৰি তাইহে (কাঞ্চাৰাজু) বসুন্দৰৰ লগত বিয়া হ'ল। বিবাহান্তে নিজৰ ৰূপ প্ৰকাশ কৰাত তছ্ছায়ৰাজুৰ শোকে-দুখে বেদনাসিক্ত হৈ মাকৰ ঘৰলৈকে প্ৰত্যাৱৰ্তন হ'বলগা হ'ল।

মৰ্মাহত হ'ল বসুন্দৰো। এদিনাখন কৌশলেৰে কাঞ্চাৰাজুক নদী এখনত স্নান কৰাবলৈ নি বসুন্দৰে তাইৰ ডিঙিটো কাটি পেলালে কিন্তু, তাই যাদুবিদ্যাৰ বলেৰে কটামূৰেৰে তাক খাবলৈ খেদি গ'ল। সি এডাল বটবৃক্ষত উঠিলেগৈ। কটা মূৰটোও গছত উঠিবলৈ ধৰিলে। তেতিয়া বসুন্দৰে বাপেকক স্মৰণ কৰাত ধ্যানমগ্ন ঋষি বাপেকে দুটা দঁতাল গাহৰি পঠাই দিলে কটা মূৰটোক ধ্বংস কৰিবলৈ। কটা মূৰটো ধ্বংস হ'ল।

তাৰ পিছত বসুন্দৰে তছ্ছায়ৰাজুক আনি বিয়া কৰালে। শেষত তাইক কাঞ্চাৰাজুক বধ কৰাৰ গোপন কথা প্ৰকাশ কৰিলে। এদিন তছ্ছায়ৰাজুৱে বসুন্দৰক লৈ মাকৰ ঘৰলৈ গ'ল। মাকক তাই কাঞ্চাৰাজুৰ মৃত্যু ৰহস্যৰ কথা ক'লে। মাকে তেতিয়া তাইৰ কন্যাৰো এই পৰিণতি হ'ব বুলি ভাবি ককায়েক 'মাৰাংগা'ক ক'লে। বসুন্দৰৰ এই গৰ্হিত কামত মাৰাংগাৰ খং উঠিল। সি বসুন্দৰক মাৰিবলৈ খেদি আহিল। বসুন্দৰ ভয়তে ত্ৰস্তমান হৈ ঘৰমুখে দৌৰিবলৈ ধৰিলে। তাক ঘূৰাই আনিবলৈ পিছে পিছে তছ্ছায়ৰাজুও দৌৰিবলৈ ধৰিলে। তেতিয়াই মাৰাংগাই মায়া বিদ্যাৰ বলেৰে সিহঁতক পথভ্ৰষ্ট কৰিলে। বিৰাট সৰোবৰ, বিৰিণাৰ বন। তাৰ মাজে মাজে অসংখ্য ডাঙৰ ডাঙৰ ফৰিং। বসুন্দৰে ভোকতে সেই মায়া ফৰিংবোৰকে খাবলৈ খুজিলে। তাই স্বামীক কেঁচা ফৰিং খাবলৈ বাধা দিলে। ফৰিং পুৰি খাবলৈ তাই জুই বিচাৰি গ'ল নিকটৱৰ্তী এখন মায়াগাঁৱলৈ। জুই লৈ আহোঁতে তাইৰ পলম হ'ল। বসুন্দৰে কেঁচা ফৰিং খাই এটি বিৰাটকায় পক্ষীত ৰূপান্তৰ হৈ আছে। উদবাউল হৈ তাই তাক সাবটি ধৰিবলৈ যায়, সি দেও দি দি উৰি পলায় আৰু মাটিত বাগৰি পৰে। শেষত সি দিগ-দিগন্তলৈ উৰি গুছি যায়। অনিমিষ নয়নে কিছুক্ষণ চাই থাকি তাই মূৰ্চিত হৈ বাগৰি পৰিল। প্ৰকৃতিস্থ হোৱাত চকুলো টুকি টুকি মাকৰ ঘৰলৈ গ'ল। তাইৰ দাম্পত্য জীৱন অপূৰ্ণ হৈ ৰ'ল। এই সাধুটিৰ যোগেদি ৰাভা জাতিৰ এটি সামাজিক পৰিবেশৰ সুন্দৰ চিত্ৰণ প্ৰতিফলিত হৈছে। লগতে প্ৰতিফলিত হৈছে যাদুমন্ত্ৰৰ প্ৰভাৱ।

কোনোৱে নুই কৰিব নোৱাৰে যৌৱনক। তছ্ছায়েও নোৱাৰিলে। কোনো এক দুৰ্বল মুহূৰ্তত তাইৰ গোপন মিলন হ'ল 'নালঙৰ' লগত। যথা সময়ত গৰ্ভৱতী হ'ল তছ্ছায়

নিজৰ শাৰীৰিক অবয়ব অনুভৱ কৰি তাই প্ৰকাশ কৰিলে নালঙক। তছ্ছায় ঋষি বংশধৰ আৰু নালং বীৰ বংশধৰ। পাপ হ'ল সিহঁতৰ লোক-চক্ষুৰ অন্তৰালত। আনপিনে সমাজত পাপৰ কলংক বহন কৰা এই চিন্তাত সিহঁত হৈ পৰিল আবেগিক। শেষত উভয়ে চূড়ান্ত সিদ্ধান্ত গ্ৰহণ কৰিলে— মানুহৰ দৃষ্টিৰ অগোচৰে মৃত্যু বৰণ কৰিবলৈ। 'ৰংখন-চি' আৰু 'তুখুৰ-চি' নৈৰ সংগম সোঁতৰ পাৰত শ্বাপদ সংকুল অৰণ্যৰ মাজত খেৰি ঘৰ সাজিলে। দুয়ো এই খেৰি ঘৰত সোমাই জুই লগাই দিলে। সহ্য নহ'ল সিহঁতৰ জুইৰ দাহন জ্বালা। বাধ্য হৈ দুয়ো বেৰ ভাঙি লৰ মাৰিলে দুয়ো ফালে। নালঙে জাঁপ দিলে নৈৰ গভীৰ পানীত আৰু তছ্ছায়ে লৰ মাৰিলে নিবিড় অৰণ্যলৈ। ফলস্বৰূপে নালং এবিধ মাছলৈ আৰু তছ্ছায় এবিধ চৰাইলৈ ৰূপান্তৰিত হ'ল। এইদৰে সিহঁতৰ দাম্পত্য জীৱনৰ অৱসান ঘটিল। ৰাভাসকলৰ মতে এয়ে নালং মাছ আৰু তছ্ছায় চৰাইৰ জন্ম কাহিনী। ৰাভাসকলে বিশ্বাস কৰে যে, যেতিয়া তছ্ছায় চৰাইয়ে মাতিবলৈ ধৰে, কোনো নৈ বা নিজৰাৰ পাৰত, তেতিয়া নালং মাছবোৰ ওলাই আহে পানীৰ তলৰ পৰা।

'কু'ম্বায়চুঙ'ৰ কাহিনীৰ যোগেদি— এজন ধনী, কৃপণ, অহংকাৰী, নিৰ্দয় মানুহ 'কুম্বায়চুঙে' সৃষ্টি কৰ্তাৰ (সংসাৰ মাষ্টায়) প্ৰভাৱত কেনেকৈ গাঁৱৰ এজন সংগঠক, সমাজ সংস্কাৰক, দয়ালু আৰু উদাৰ জননেতা হৈছে তাৰেই জ্বলন্ত চিত্ৰ প্ৰতিফলিত হৈছে।

'ছিছু-গিনাল'ৰ কাহিনীৰ যোগেদি ৰাভাসকলৰ মতে— 'শিহু আৰু ঘৰিয়াল'ৰ জন্ম কাহিনী পোৱা যায়। সেই কাৰণে ৰাভাৰ 'ছংদাম', 'ছন্দুক', 'মাজাৰ' আৰু 'ৰাঙো' বাৰায়ৰ (গোত্ৰৰ) মামা-দাদা (পূৰ্বপুৰুষ) জলজন্তু শিহু আৰু ঘৰিয়াল। লগতে ৰাভাসকলৰ প্ৰাচীন বীৰ 'ছিছু', 'গিনাল' আৰু বীৰাংগনা 'সন্ধ্যাচা' 'ৰাতাচা'ৰ বীৰত্বৰ পৰিচয় পোৱা যায়।

'জাগ্গাং-মেমাং' (ভূত-প্ৰেত) সাধুৰ জৰিয়তে স্পষ্টীকৰণ হয় যে, অতীজতে ৰাভাসকলে ভূত-প্ৰেতক বিশ্বাস কৰা নাছিল। তেওঁলোকে নানা ভূত-প্ৰেতৰ পূজাৰম্ভ কৰা আৰু জন্মান্তৰবাদ স্বীকাৰ কৰা বুলি প্ৰবাদ আছে সদ্য বিধবা হোৱা তিৰোতা এগৰাকীৰ চোতালত ঘটা ঘটনা এটিৰ পৰাইহে। ৰাভাসকলে জন্মান্তৰবাদ স্বীকাৰ কৰিলেও কিন্তু মৃত্যুৰ পিছত জীৱাত্মাই কিছুদিনৰ বাবে ভূত-প্ৰেতাদিৰ ৰূপত থকা বুলি বিশ্বাস কৰে।

'নলুৱা-চলুৱা-গোন্ধশ্ৰী'— সাধুটিৰ কাহিনী বিন্যাস দীঘলীয়া। ৰুন্দন-চন্দন, নিৰমনি, নিৰজনি এই চাৰিটি চৰিত্ৰই এই কাহিনীৰ কেন্দ্ৰস্থান লাভ কৰিছে। এই কাহিনীৰ যোগেদি স্বৰ্গৰ দেৱতা আৰু মানুহৰ মাজত যোগসূত্ৰ স্থাপন, পশু-পক্ষীত মানৱীয় গুণ আৰোপ, মানৱীয় প্ৰেম আধ্যাত্মিক প্ৰেমলৈ ৰূপান্তৰ, ৰাভাৰ সামাজিক আৰু বৈবাহিক ৰীতি, ৰাভা নৃত্য গীতৰ জন্ম আৰু ভয় আৰু ভক্তিৰ দ্বাৰা কেনেকৈ ৰাভাসকলৰ মাজত স্বৰ্গ দেৱতাৰ পূজাৰ সৃষ্টি হৈছিল তাৰ উমান পোৱা যায়। ৰচকে দৈৱশক্তিক প্ৰতিপন্ন কৰি দেখুৱাইছে— নিৰমনি আৰু নিৰজনিক দিয়া অভিশাপৰ দ্বাৰা। এই কাহিনী সুখান্ত-দুখান্তৰ সংমিশ্ৰণ।

তদ্রূপে অলৌকিকতা ভাব থাকিলেও '**থোপে-নেচে**' কাহিনীৰ যোগেদি কেনেকৈ **ৰাভাসকলৰ** প্ৰধান অধিষ্ঠাত্ৰী দেৱী '**বায়খো**' পূজাৰ আৰম্ভ হ'ল আৰু এই পূজা কেনেকৈ সামূহিক ৰূপত ৰূপায়িত হ'ল তাৰ এটি সুন্দৰ চিত্ৰণ পোৱা যায়। ইয়াৰ উপৰিও **ময়ৰা-ময়ৰী** (ম'ৰা চৰাই) কাহিনী '**বিচৰকম-আলিৰকম**' কাহিনী, '**তোমায়খো-নানেৰ**' আদি বহুতো সমৃদ্ধিশালী ৰাভা সাধু পৰম্পৰাগতভাৱে চলি আহিছে। এইবোৰ গৱেষণা আৰু সংৰক্ষণৰ বিষয়বস্তু হৈ আছে। ৰাভাৰ বয়োবৃদ্ধ আৰু জ্ঞানবৃদ্ধসকলে সৰ্বসাধাৰণ লোকক আৰু নিজৰ পৰিয়ালৰ মানুহ আৰু কণ কণ ল'ৰা-ছোৱালীবিলাকক এই সাধুবোৰৰ যোগেদি নীতি শিক্ষা দিয়াৰ উপৰিও চিত্ত বিনোদন কৰে।

ৰাভা সাধুবোৰৰ বিশেষত্ব এয়ে যে, প্ৰত্যেক সাধুৰ অন্তৰ্ভুক্ত চৰিত্ৰবিলাকৰ নাম আছে আৰু বিষয় বস্তুবোৰৰ আধাৰ জাতীয় কৃষ্টি। তদুপৰি দুই বা ততোধিক সাধুকথাৰ কাহিনী বিন্যাসৰ ধাৰাবাহিকতাও আছে। ৰাভাৰ বয়োবৃদ্ধসকলে কয় যে তিনি দিন তিনি ৰাতি একেলালীয়ে কৈ থাকিলেও ৰাভা সাধুৰ ওৰ নপৰে। এনেবোৰ সাধু প্ৰায় বিস্মৃতিৰ গৰ্ভত।

ৰাভা সাধুবোৰৰ প্ৰভাৱ অপৰিসীম। এইবোৰ জাতীয় ঐতিহ্যৰ সম্বল। এই সাধুবোৰে জনগণক আনন্দ দান কৰে। তদুপৰি এইবোৰৰ পৰা ৰাভাৰ সামাজিক ব্যৱস্থা, চিন্তাধাৰা, লোক-বিশ্বাস আদিৰ বহুতো কথা অৱগত হ'ব পাৰি। গতিকে ৰাভা জনজাতিক পূৰ্ণাংগ ৰূপে জনাৰ ক্ষেত্ৰত এই জনজাতিৰ মাজত প্ৰচলিত সাধু কথাবোৰে যথেষ্ট সহায় কৰে। যেনে— কাচমণি, নলুৱা-চলুৱা, বেংৰজা, তৰে-তফ্রে, খোকচি পূজাৰ কাহিনী, বায়খো পূজাৰ কাহিনী, ভাগ্যচক্ৰ, শিয়াল আৰু বাঘ, এটা বুঢ়া আৰু বাঘ, বুধিয়ক ভোবোলা, টেটোন শিয়াল, সূৰ্য আৰু চন্দ্ৰ, শিয়াল আৰু কাউৰী, অবিবাহিত কাৰ্তিক, সীতাৰ অগ্নি পৰীক্ষা আদি সাধুবোৰ। (বিতং অধ্যয়নৰ বাবে অসম সাহিত্য সভাৰ দ্বাৰা প্ৰকাশিত লেখকৰ '**ৰাভা সাধু**' (১৯৭৭) আৰু অসমৰ জনজাতি আৰু অনুসূচিত জাতি গৱেষণা প্ৰতিষ্ঠানৰ আৰ্থিক অনুদানেৰে প্ৰকাশিত '**ৰাভাৰ সাধু কথা**' (১৯৯২) নামক পুথি দুখনি দ্ৰষ্টব্য।)

* * *

# পঞ্চম অধ্যায়

# লোক-গীত

ৰাভাসকল অসম, মেঘালয় আৰু পশ্চিমবংগৰ কোচবিহাৰ, জলপাইগুৰি জিলাৰ বিভিন্ন ভৌগোলিক পৰিৱেশত বসবাস কৰি আছে। অৱশ্যে পশ্চিম অসমতেই তেওঁলোকৰ সংখ্যা সৰহ। তেওঁলোক পাতি, ৰংদানি, মায়তাৰি, কোচা, দাহৰি, বিটলীয়া, টোটলা, হানা আদি বিভিন্ন শাখাত বিভক্ত। তেওঁলোক নিজস্ব লোকগীতত চহকী। আদিতে তেওঁলোকৰ সকলোৰে লোকগীতবোৰ সম্ভৱতঃ একেই আছিল। কালক্ৰমত বিভিন্ন সামাজিক আৰু ধৰ্মীয় ৰীতি-নীতিৰ প্ৰভাৱত প্ৰভাৱান্বিত হৈ বৰ্তমান ৰংদানি, মায়তাৰি আৰু কোচা শাখাৰ বাহিৰে বাকী শাখাবোৰে প্ৰাচীন লোকগীতবোৰৰ বহুতো হেৰুৱাই পেলাইছে। পাতি, দাহৰি আদি শাখাৰ ৰাভাসকলে ৰাভা ভাষাৰ ঠাইত অসমীয়া ভাষাকেই গ্ৰহণ কৰিছে আৰু তেওঁলোকৰ গীত-মাতৰ মাধ্যমো আঞ্চলিক অসমীয়াহে। বিভিন্ন শাখাত পৰম্পৰাগতভাৱে প্ৰচলন হৈ থকা লোকগীতবোৰ সংৰক্ষণৰ ব্যৱস্থা কৰিলে নিশ্চয় জাতীয় সাহিত্য আৰু জাতীয় সংহতি ৰক্ষাৰ ক্ষেত্ৰত অৰিহণা যোগাব পৰা যাব।

আলোচনাৰ সুবিধাৰ বাবে ইয়াত ৰাভা সমাজৰ বিভিন্ন শাখাৰ মাজত প্ৰচলিত লোকগীতসমূহক ঘাইকৈ বিষয়বস্তুৰ ওপৰত ভিত্তি কৰি কেইটিমান বহল শ্ৰেণীত বিভক্ত কৰা হৈছে আৰু প্ৰতি শ্ৰেণীৰ বিভিন্ন ধৰণৰ গীতৰ থূল-মূল বিৱৰণৰে সৈতে কিছু নমুনা দিবৰ বাবে চেষ্টা কৰা হৈছে।

## পূজা-পাতলৰ গীত

**(ক) মায়তাৰি ৰাভাসকলৰ বায়খো (দাদুৰি) পূজাৰ গীত ঃ**

ৰাভাসকলৰ এটি প্ৰধান উৎসৱ হ'ল খোকচি বা বায়খো পূজা। মায়তাৰি ৰাভাসকলৰ মতে তেওঁলোকৰ প্ৰাচীন বীৰাংগনাসকল হ'ল— তামাই, দাদুৰি আৰু নাকাটি। সেয়ে খোকচি বা বায়খো পূজাত তেওঁলোকে এই তিনিগৰাকী বীৰাংগনাকে মুখ্য অধিষ্ঠাত্ৰী দেৱীৰূপে স্থান কৰি পূজা অৰ্চনা কৰে। অঞ্চলভেদে তেওঁলোকে ক্ৰমে তামাই, দাদুৰি আৰু নাকাটিৰ পূজা কৰে। এই পূজা উৎসৱ প্ৰতি বছৰে নিৰ্দিষ্ট ঠাইত (থানত) বহাগ-জেঠ মাহত সামূহিক ৰূপত পালন কৰা হয়। আগতে এই পূজা উৎসৱ সাত দিন সাত ৰাতিলৈকে চলিছিল। বৰ্তমানেও তিনি দিন তিনি ৰাতিলৈ এই পূজা উৎসৱ চলি থাকে।

উৎসৱৰ প্ৰথম দিনাখনক 'নোক্ খি'থাৰকায়' বা ঘৰ শুদ্ধিকৰণ বুলি কয়। উক্ত

দিনা সন্ধিয়া নিয়োজিত ওজা-পালিসকলে প্ৰত্যেকজন গৃহস্থৰ ঘৰৰ চালে চালে চাউলৰ পিঠাগুৰি চটিয়াই যায়। ইয়াক 'নোক জু'মকায়' বোলে। এই সময়ত গোৱা কিছুমান গীতৰ এফাকি তলত উল্লেখ কৰা হ'ল—

"ফই ফই হাছি ছানি কুৰি ছাওৰাতাংও
কুৰি ছানি চিংবা তোবালাতি,
কুৰি খেৰে ছানা লাগিয়া
চিংবা তোখা গান্দা-ছে পুই খেৰেছে
ছাই ৰেঙা লাগিয়া।"

সৰলাৰ্থ ঃ আহা, আহা ল'ৰা-ছোৱালীবিলাক। আহা, আমি চাটক-চকোৱাৰ দৰে হাঁহি-ধেমালি কৰি কাম কৰি খাই যাওঁ। আহা, আমি কাউৰীবোৰৰ দৰে উৰি খেলি জীৱন ধাৰণ কৰোঁ।

এনেবোৰ গীতে উঠি অহা ল'ৰা-ছোৱালীবিলাক কৰ্ম প্ৰেৰণাৰ এটি ইংগিত দিয়ে।

'নোকজু'মকায়' কৰি তেওঁলোক প্ৰধান ওজাৰ (পূজাৰী) ঘৰলৈ গৈ 'হৈ মাৰু' গীত গায়। এই গীত ওৰে ৰাতি গায়। পূজাৰ থলীতো এই গীত লানি নিছিগাকৈ গাই থাকে। এই গীত বৰ দীঘল। তলত এফাঁকি উল্লেখ কৰা হ'ল।

"হৈ মাৰু হৈ মাৰু, আ-হা
বি'ছাই দু'মচা মাই বাদি আয়া তামাই,
ছোংদা চোঙা হাদামি দু'মচাই বা আয়া তামাই
বি হাওয়ো মানিমু'ং আয়া তামাই
হানু হাওয়ো মানিমু'ং আয়া তামাই
খু'ছানতিনি হাবাংয়ো মানিমু'ং আয়া তামাই
খু'মানতিনি মানিমু'ং আয়া তামাই।"

অসমীয়া অৰ্থ ঃ হে আই তামাই! তুমি কিয় কঠীয়াতলীত নগজা? আহু পথাৰত নগজা? শালি পথাৰত নগজা? যদিহে নল-খাগৰি আৰু বিৰিণা বনৰ পথাৰত নগজা, তথাপি বৰষুণ হোৱা পথাৰত, দিনৰ বেলিকা সূৰ্যৰ তাপ পোৱা আৰু ৰাতি চন্দ্ৰৰ পোহৰ পোৱা ঠাইত গজিবা। হে আই তামাই, তুমি দ আৰু সাৰুৱা মাটিত গজিবা।

এইবোৰ বন্দনা জাতীয় গীত। ইয়াত 'তামাই' সম্বোধনে লক্ষ্মীকেই নিৰ্দেশ কৰিছে, যাক কৃষিৰ অধিষ্ঠাত্ৰী দেৱী ৰূপে পূজা কৰা হয়।

পূজাৰ থলীলৈ যোৱা পথত কাঠেৰে এটি কৃত্ৰিম 'কিল্লা' অৰ্থাৎ দুৰ্গ সজ্জিত কৰা হয়। পূজাৰ অন্তত ওজাৰ ঘৰলৈ উভতি আহোঁতে পূজাৰ থলীলৈ যোৱা আৰু নোযোৱা মানুহবিলাকৰ মাজত এই কিল্লাত কৃত্ৰিম যুদ্ধ হয়। ইয়াক 'কিল্লা ভঙোৱা' অনুষ্ঠান বুলি

কোৰা হয়। কৃত্ৰিম যুদ্ধৰ ফলত কিল্লাটো ভাঙি যোৱাৰ পিছত এটি সমবেত নৃত্যগীত সেই ঠাইতে পৰিবেশন কৰা হয়। গীতটি উল্লেখ কৰা হ'ল—

"অৰেহং অৰেহং আয়া
নামা নাইচং চায়াচং আয়া অৰেহং
হেৰ জামা ছাৰিয়া আয়া
নামা নাইচং চায়াচং আয়া অৰেহং।"

সৰলাৰ্থ ঃ হে আই চোৰা আমাৰ বাহুবল। আমি বিশ্ববিজয়ী বীৰ। আমাক অলপ পোহৰ আৰু শক্তি দিয়া, যাতে আকৌ বিশ্ব জয় কৰিব পাৰোঁ।

**(খ) ৰংদানি ৰাভাসকলৰ বায়খো (ছিছোৰা) পূজাৰ গীত ঃ**

ৰংদানি ৰাভাসকলৰ মতে— তেওঁলোকৰ প্ৰধান বীৰাংগনা হ'ল ছিছোৰা বা ছুছাৰী। সেয়ে এই বীৰাংগনা ছিছোৰাকে তেওঁলোকে খোক্‌চি বা বায়খো পূজাৰ মূল অধিষ্ঠাত্ৰী দেৱীৰূপে জ্ঞান কৰি পূজা কৰে। তলত দেৱীৰ আৰাধনাৰ গীত এটি উদ্ধৃত কৰা হ'ল।

"হোয়ও আয়া ছিছোৰা,
আয়া ছিছোৰাণী পৰানো ই'নাদে
আয়া ছিছোৰা।"

সৰলাৰ্থ ঃ হে আই ছিছোৰা দেৱী! তুমি আমাৰ আন্তৰিক ভক্তিত সন্তুষ্ট হোৱা।

"আয়া ছিছোৰাণী, কান কানিয়া দণ্ডা
তেমাছে হোয়ও আয়া ছিছোৰা।"

সৰলাৰ্থ ঃ হে দেৱী ছিছোৰা! আমাৰ ভক্তি পুষ্পাঞ্জলি গ্ৰহণ কৰা।

"আয়া ছিছোৰা, তনছ্য বা দণ্ডা তেমাছে,
হোয়ও আয়া ছিছোৰা।"

সৰলাৰ্থ ঃ আই দেৱী ছিছোৰা, আমাক ধন-ধানেৰে ঐশ্বৰ্যশালী কৰা।

"অচিমে মাৰক্ষেত্ৰী জোৰা ই'নাদে,
হোয়ও আয়া ছিছোৰা।"

সৰলাৰ্থ ঃ আমি বীৰ মাৰক্ষেত্ৰীৰ বংশধৰ। বীৰৰ দেশতে আমাৰ জন্ম।

"অচিমে গেৰোক পাৰ্ছা
খেক্‌না লাগিয়া ই'না দে,
হোয়ও আয়া ছিছোৰা।"

সৰলাৰ্থ ঃ সেয়েহে, আমি সকলোৱে মিলি তোমাৰ চৰণত ভক্তি অৰ্চনা কৰিছোঁ। যাতে আমাকো তোমাৰ দৰে মহাশক্তিশালী কৰি তোলা।

**(গ) ৰংদানি ৰাভাসকলৰ হাচুং পূজাৰ গীত ঃ**

ৰংদানি ৰাভাসকলে তেওঁলোকৰ প্ৰাচীন বীৰাংগনা ছিছোৰাক খোক্‌চি পূজাত মূখ্য দেৱী ৰূপে আৰোপ কৰিলেও বৰ্তমান কোনো কোনো অঞ্চলৰ ৰংদানি ৰাভাসকলৰ 'খোক্‌চি' পূজাৰ সলনি 'হাছং' বা বাস্তুদেৱতাৰহে পূজা কৰে। কিছুমানে হাছঙক দেৱী মহামায়া হিচাপেও গণ্য কৰে। এই পূজাৰ সময়ত সামূহিকভাৱে আৰাধনা কৰি কৰা গীতৰ এফাকি উল্লেখ কৰা হ'ল।

"ফই মাছি, ফই মায়, উই-উই-উই,
বান্‌ছে, খোক্‌ছে ওয়ে-ওয়ে-ওয়ে"।

*****

**(ঘ) অগ্নি পূজাৰ গীত ঃ**

ৰাভাসকলে সামূহিকভাৱে অগ্নি পূজা কৰে। কিছুমানে এই পূজা 'খোক্‌চি' পূজাৰ লগতো সহযোগী অনুষ্ঠান হিচাপে পালন কৰে। কাঠ বা বাঁহেৰে সাত থাক (খলপা) চিতাৰ দৰে সাজে। পূজাৰ শেষত ইয়াক পুৰি পেলায়। অগ্নি পূজাৰ আৰাধনাৰ গীত তলত যৎকিঞ্চিত উল্লেখ কৰা হ'ল।

"আগাৰাণী ছানা দে ---- এ আয়া
ব্ৰহ্মাণী ছানা দে ---- এ আয়া
নাঙি পূৰ্বানি আচাৰবানি বিচাৰবানি ৰায়,
চিঙি পালি প্ৰহৰিতাং, নাঙি চালাম চিঙি ৰায়।"

সৰলাৰ্থ ঃ হে আই অগ্নিদেৱী। মাতৃ স্বৰূপিনী! আমি প্ৰাচীন আচাৰ-নীতি সাৰোগত কৰি পৱিত্ৰ ঘিলা গুটিৰে মিহলি পৰিষ্কাৰ পানীৰে স্নান কৰি আহিছোঁ। আমি তোমাক সকলোৱে দেৱী জ্ঞান কৰি ভক্তি বিশ্বাসেৰে প্ৰণাম কৰি শ্ৰদ্ধাৰে অঞ্জলি যাচিছোঁ।

**(ঙ) কোচা ৰাভাসকলৰ ৰুন্তুক-বাছেক পূজাৰ গীত ঃ**

কোচবিহাৰ, জলপাইগুৰি জিলাত আৰু গোৱালপাৰা জিলাৰ উত্তৰ অঞ্চলত বাস কৰা কোচা ৰাভাসকলে গৃহদেৱী হিচাপে ৰুন্তুক আৰু বাছেক পূজা কৰে। এই পূজা কৰা হয় ভূত-প্ৰেত, বেমাৰ-আজাৰ, বিপদ-আপদৰ পৰা হাত সাৰিবলৈ। তদুপৰি ধন-ধান কামনা কৰাও এই পূজাৰ অন্যতম উদ্দেশ্য। তেওঁলোকৰ ধাৰণা, ৰুন্তুক আৰু বাছেক বায়েক-ভনীয়েক। সেয়ে, একেলগে দুয়ো দেৱীকে পূজা কৰে। পূজাৰ সময়ত দেউৰীয়ে (পূজাৰী) তলত উদ্ধৃত স্তোত্ৰ উচ্চ সুৰে গাই দেৱীৰ আৰাধনা কৰে।

"হল জল জিনু'উ
হল জল জিনু'উ
সোনা নাগু নাবু'উ
হাতীৰাই তাছাই

ঘোঁৰা বুউ তাছাই
হল জল জিনু'উ
হল জল জিনু'উ।" ইত্যাদি।

সৰলাৰ্থ ঃ হে আই ৰুস্তুক, বাছেক। তোমালোক দুয়ো ৰাই-ভনী। হে ৰুস্তুক। তোমাৰ কাৰণে সোণৰ ঘৰৰ ব্যৱস্থা কৰিছোঁ। হে বাছেক। তোমাৰ কাৰণেও ৰূপৰ ব্যৱস্থা কৰিছোঁ! আমাৰ প্ৰতি কৃপা আছেনে? হাতীৰ পিঠিত উঠি উভতি নাযাবা। ঘোঁৰাৰ পিঠিত উঠিও উভতি নাযাবা। হে ৰুস্তুক হে বাছেক! আমাৰ প্ৰতি কৃপাপৰবশ হোৱা।

(চ) গ্ৰি'মবুদাৰ গীত ঃ

গ্ৰি'মবুদা (দাৰমাং) পূজা মাযতাৰি ৰাভাসকলৰ শাৰদীয় প্ৰধান উৎসৱ। ই প্ৰধানকৈ খেতি উৎসৱ। গ্ৰি'মবুদাৰ লগতে কেইবাটিও সহযোগী দেৱীৰ পূজা কৰা হয়। তাৰ ভিতৰত 'তুৰা লাস্মী' শস্যৰ ৰক্ষাকৰ্ত্ৰী আৰু পোক-পৰুৱা নিবাৰণকাৰী দেৱী। 'লক্ষ্মী'ৰ পূজা মণ্ডপত পূজাৰ আগতে গাঁৱৰ প্ৰতিজনৰ খেতি পথাৰৰ ঘৰলৈ অতাৰ সময়ত প্ৰত্যেক ঘৰৰ অকুমাৰী ছোৱালীয়ে সেই মণ্ডপৰ পৰা এথোককৈ ধান নতুন 'কাম্বুং' কাপোৰেৰে বোকোচাত বান্ধি ঘৰলৈ লৈ আহে। সিহঁতৰ পিছে পিছে ৰাইজে তলত লিখা গীতটি গাই গাই নাচি-বাগি আহে।

"ফৈ হাছিছা ফৈ কুৰিছা ফৈ
হি হি ওই।
ফৈ আছু, ফৈ শালি ফৈ
হি হি ওই।
ফৈ হাম্পা ফৈ মাই ফৈ
হি হি ওই।" ইত্যাদি।

সৰলাৰ্থ ঃ আহা বাইজ, আহা। আহা শালি, আহা। আহা আও আহা। আহা কঁপাহ আহা। আহা লক্ষ্মী আহা।

**(ছ) বেমাৰ-আজাৰৰ লগত জড়িত দেৱতাৰ পূজাৰ গীত ঃ**

ৰাভাসকলে অপায়-অমংগল আৰু বেমাৰ-আজাৰৰ লগতো বিভিন্ন দেৱতা-অপদেৱতা আদি জড়িত থকা বুলি বিশ্বাস কৰি তেওঁলোককো পূজা-সেৱা আগবঢ়ায়। তেনে কৰোঁতেও গীত-মাত পৰিবেশন কৰা হয়। উদাহৰণস্বৰূপে পৰিয়ালৰ কোনো মানুহৰ সন্ধ্যাৰ সময়ত সদায় জ্বৰ হৈ থাকিলে গৃহস্থৰ চোতালত এটি পূজা কৰা হয়। পূজাৰীয়ে তলৰ গীতফাকি স্তোত্ৰ আকাৰে উচ্চ সুৰে গায়।

অহো! খু'ছামি বাই জাদি
হানাছা বিছাই তইমেন?

কাৰাহা তইমেন?
কামাহা তইমেন?
খু'ছানতিনি হাদামি তইমেন?
খু'মানতিনি হাদামি তইমেন?
মেৰামতি ৰাইমেন
খু'স্পাৰমতি ৰাইমেন
বামচি পিথাৰ ৰাইমেন
ৰাইচিদুৰি ৰাইমেন
ৰাবাদুৰি ৰাইমেন
বলিবো তুনুকা-বাদাবো তুনুকা।।

সৰলাৰ্থ ঃ হে সন্ধ্যাৰ দেৱতা! তুমি ক'ত আছা? ঠাণ্ডাত আছা নেকি? ওখ ঠাইত আছা নেকি? নামনি ঠাইত আছা নেকি? য'তেই নাথাকা কিয় মেৰা গছ লৈ, মালঞ্চি ফুল লৈ, পবিত্ৰ চাউলৰ গুৰি লৈ, বলি-বিধান দি তোমাৰ পূজা কৰিছোঁ।

সাধাৰণতঃ অবিৰাম জ্বৰ, মূৰ আৰু সৰ্বশৰীৰ বিষ-বেদনা আদিৰ লক্ষণত 'ঝাকুৰা' বা 'বাক্ৰাবায়'ৰ পূজা কৰা হয়। ৰোগীৰ ঘৰৰ চোতালত কলগছ আৰু তাৰ বাকলিৰে ঘোঁৰাৰ আকৃতিৰে এটি প্ৰতিকৃতি তৈয়াৰ কৰা হয়। প্ৰধান দেউৰীয়ে এটা লাউ-টোকাৰী বজাই স্তোত্ৰ আকাৰে উচ্চ গীতটি গায়, সহকাৰী দেউৰীজনে তাল বজাই যায়। গোটেই ৰাতি লানি নিচিগাকৈ গীত গায়। গাঁৱৰ সকলো মানুহে সেই ৰাতি উজাগৰে থাকিবলগীয়া হয়। ৰংদানি, মায়তাৰি ৰাভাসকলে এই ধৰণে পূজা কৰে। অন্যান্য ৰাভাসকলে এই পূজা কৰিলেও পৰিবেশন পদ্ধতি বেলেগ বেলেগ।

**(জ) বীৰা খেদাৰ মন্ত্ৰ ঃ**

লোক বিশ্বাস মতে বীৰা এবিধ অপ-দেৱতা। বীৰাই মানুহৰ ঘৰত কাঠৰ টুকুৰা, শিল, মাটি আদিৰে দলিয়াই অত্যাচাৰ কৰে। কিছুমান হিংসাকুৰীয়া ওজাই তেওঁলোকৰ শত্ৰুৰ পৰিয়ালৰ মানুহৰ ওপৰত এনেধৰণৰ অত্যাচাৰ কৰিবলৈ নিজৰ পোহনীয়া বীৰাক নিয়োজিত কৰে। এই সময়ত মানুহজন বলিয়াৰ দৰে হৈ পলাই যাব খোজে। তেতিয়া এই বীৰাক পূজা দি মন্ত্ৰৰ দ্বাৰা খেদিবলগীয়া হয়। এই বীৰা খেদা মন্ত্ৰবোৰকেই ওজাই উচ্চ সুৰে গীত আকাৰে গায়।

**(ঝ) কাতিৰ জন্ম বিষয়ক গীত ঃ**

'কাতি' দেৱতাৰ পূজা পাতি ৰাভাৰ নাৰী সমাজৰ এটি জনপ্ৰিয় অনুষ্ঠান। ৰাভা জাতিৰ বিভিন্ন শাখাৰ নাৰীৰ সমাজত এই দেৱতাৰ পূজা কৰা বৰ্তমানদেখা যায়। এই পূজা কাতি মাহৰ শেষ অৰিখে হয়। এই দেৱতাৰ পূজা বা আৰাধনা কৰিলে নিসন্তানে

পুত্ৰ-কন্যা পায় আৰু স্বামীহীনাই স্বামী পায়। তদুপৰি ব্যক্তিগত অভীপ্সিত কামনা পূৰণ হয়। এই পূজাৰ গীত দুই ভাগত বিভক্ত (১) কাতিৰ জন্ম বিষয়ক আৰু আনটো (২) শৃংগাৰ ৰসাত্মক বা প্ৰেমলীলা বিষয়ক। কাতিৰ জন্ম বিষয়ক গীতবোৰ মতা মানুহে শুনাত কোনো বাধা নাই, কিন্তু শৃংগাৰ ৰসাত্মক গীতবোৰ একেবাৰে নিষিদ্ধ।

**(ঞ) পাতিৰাভাসকলৰ 'তুকুৰীয়া' গীত ঃ**

'তুকুৰীয়া' নামৰ এজন বুঢ়াৰ কাহিনী এটাৰ আলমত গঢ়ি উঠা ধৰ্ম বিশ্বাসৰ এই 'তুকুৰীয়া' গীত। এই গীত-পদবিলাকৰ মাজতেই পাতি ৰাভাসকলৰ সমাজ জীৱনৰ এখন ছবি লুকাই আছে। গীতবোৰত শিৱ শক্তিৰ উপাসনাই প্ৰাধান্য লাভ কৰিছে। ঘৰগোঁসানীৰ সুতৰণ' (আৱাহন) আৰু 'বন্দনা' গীতৰ নমুনা উল্লেখ কৰা হ'ল।

**সুতৰণ (আৱাহন)**

হ'বকো হ'বকো কৰে গোসাঁনীৰে।
সবাকো মাতং পালা পালা
সবাকো যায় তাৰা
আহিবাও লাগে জাপ জাপ
যাবাকো লাগে জাপ জাপ
ঘৰ দেৱতী সবাকো গোসাঁনীৰে।
সৰস্বতী সবাকো গোসাঁনীৰে ।
আই নাৰায়ণী সবাকো গোসাঁনীৰে।
গুৰু গোসাঁই সবাকো গোসাঁনীৰে।
ৰথৱালী সবাকো গোসাঁনীৰে।
শুপনি সবাকো গোসাঁনীৰে।
ন-বইনি সবাকো গোসাঁনীৰে।
হেৰকা পেটা সবাকো গোসাঁনীৰে।
লাঙা বুঢ়া সবাকো গোসাঁনীৰে।
লাঙি বুঢ়ী সবাকো গোসাঁনীৰে।
চন্দনা পুৰুষ সবাকো গোসাঁনীৰে।
যজা শাল সবাকো গোসাঁনীৰে।
বগাই বুঢ়া সবাকো গোসাঁনীৰে।
কাঁচাই খাইতী সবাকো গোসাঁনীৰে।
চৰিখা-কামাখ্যা সবাকো গোসাঁনীৰে।
বুঢ়া গোসাঁই সবাকো গোসাঁনীৰে।

ধৰ্ম ৰাজা সবাকো গোসাঁনীৰে।
কৰ্ম ৰাজা সবাকো গোসাঁনীৰে।

**বন্দনা**

সৰস্বতী মাতিলুং আই অ' আই
মোৰ আই এ, কিবা বুলি মাতিলুং
ধনপালা পাতিলুং
মোৰ আই গোসাঁনী এ হে।
তালতে আৰো খাতে
মাওনা সৰস্বতী এ হে।
বেণুতে আৰো খাতে
লাওতে আৰো খাতে।
মুখতে আৰো খাতে
গুঞ্জৰে ভোমোৰা আই এ।

এইদৰে 'সুতৰণ' কৰি 'বন্দনা' গীত গোৱাৰ পিছত 'লুহাই'-'কুহাই'ৰ স্তুতিত দেৱতাসকল সন্তুষ্ট হয় আৰু ঘৰ-গোসাঁনীয়ে আগে আহি পূজা খায় তাকে দেখি অন্য দেৱ-দেৱাসকলেও আহিবৰ বাবে হেতা-ওপৰা লগায়। তেতিয়া লুহাই-কুহাইযে আনন্দতে গীত গাই নাচিবলৈ ধৰে।

(বিতং অধ্যয়নৰ বাবে হৰিমোহন সৰকাৰৰ 'তুকুৰীয়া গীত' দ্ৰষ্টব্য)

## বিবাহ-শ্ৰাদ্ধাদি সামাজিক অনুষ্ঠানৰ গীত

**(ক) ৰংদানি ৰাভাৰ ফাৰগান্তিৰ গীত ঃ**

ৰাভাসকলে জন্মান্তৰবাদ স্বীকাৰ কৰে। ৰংদানি ৰাভাসকলে মৃত্যুৰ পিছত পোনপটীয়াকৈ মানুহ জন্ম পাবলৈ কামনা কৰে। সেয়ে মৃতকৰ ফাৰকান্তিৰ (আদ্যশ্ৰাদ্ধ) দিনা মৃতকৰ আত্মাক সম্বোধন কৰি আত্মীয়-কুটুম্বসকলে কৰুণ সুৰে গীত গায়। গীতৰ কিছু অংশ তলত তুলি দিয়া হ'ল।

ফেন্ছা নাং নেম্‌কায় ৰাভানি নুকি জনম ৰাখু।
পানফাং-ছান জনম তাৰিখু, ফাৰি বাৰ ছয় ছানো।
তো হাংছিং জনম তাৰাখু, কায়তাং থতকায় ছানো
মাছু মিছি জনম তাৰাখু, কায়তাং হাল বায়নো।
চোং কাংকু জনম তাৰাখু, তো কিজান ছানো।

**সৰলাৰ্থ ঃ পুনঃ তুমি সম্ভ্ৰান্ত পৰিয়ালত জন্ম গ্ৰহণ কৰিবা।**

গছ-গছনি ঘাঁহ বন হৈ জন্ম নলবা,
বনৰ জুয়ে পুৰি মাৰিব।
হাঁহ-কুকুৰা হৈ জন্ম নল'বা,
মানুহে মাৰি খাব।
গৰু-ম'হ হৈ জন্ম গ্ৰহণ নকৰিবা,
মানুহে হাল বাব।
পোক-পৰুৱা হৈও জন্মলাভ নকৰিবা,
চৰাইবোৰে খাব।

**(খ) মায়তাৰি ৰাভাসকলৰ তৰাংকোজ্জিৰ গীত ঃ**

মায়তাৰি ৰাভাসকলে বিশ্বাস কৰে যে মৃতকৰ আত্মা 'তৰাংকাজ্জি' অনুষ্ঠান সমাধা নোহোৱালৈকে বৰাহৰূপী ভগবানৰ লগত লীন হৈ থাকে। তাৰ পিছতহে কৰ্মফল অনুযায়ী জন্মান্তৰ ঘটে। সেয়ে ফাৰকান্তিৰ দিনা বাঁহৰ তমালেৰে এটা গাহৰি আৰু এটা বাঘৰ খাং তৈয়াৰ কৰা হয়। সমাজৰ দুজন মানুহে এই খাং পিন্ধে। গাহৰিৰ খাং পিন্ধা মানুহজন বাৰীৰ কোণত লুকাই থাকে আৰু বাঘৰ খাং পিন্ধা মানুহজনে তাক ধৰিবলৈ লুকাই থাকে। চোতালৰ মণ্ডপত মৃতকৰ আত্মাক অৰ্পণ কৰা সকলো বস্তু যতনাই থোৱা হয়। তাৰ পিছত মৃতকৰ ভাগিনীয়েকজনীয়ে মৃতকক গীতৰ সুৰেৰে চিএৰি চিএৰি মাতিবলৈ ধৰে—

"ফই ফই খাছি আতানা
এনচোক ছানি তামান তাকি তোবা
নাঙো মাছা কাক্কাই, মাধা কাক্কাই
লক্ৰা কাক্কাই ফই ফই ফই—"

সৰলাৰ্থ ঃ আহা, আহা খাহী গাহৰি। কিয় ইমান পলম কৰি আছা। তোমাক বাঘে খায়, ভালুকে খায়, লক্ৰা (কুকুৰনেচীয়া বাঘ) খায়। সোনকালে আহি তোমাক দিয়া ভোজনখিনি খাই যোৱা। আহা, আহা, আহা

মাত শুনিলেই গাহৰিৰ খাং পিন্ধা মানুহজন গাহৰিৰ দৰে খোজ কাঢ়ি আহিবলৈ ধৰে। বাটত বাঘৰ খাং পিন্ধা মানুহজনৰ লগত কৃত্ৰিম যুঁজ হয়। যুঁজত বাঘৰ খাং পিন্ধা মানুজন হাৰি পলাই যায়, আৰু গাহৰিৰ খাং পিন্ধা মানুহজনে চোতালৰ মণ্ডপলৈ আহি মৃতকৰ আত্মাৰ কাৰণে সজাই ৰখা প্ৰত্যেকটো পাত্ৰ স্পৰ্শ কৰি যায়।

**(গ) দাহৰি ৰাভাসকলৰ তৰঙাৰ গীত ঃ**

দাহৰি ৰাভাসকলো পুনৰ্জন্ম বিশ্বাসী। তেওঁলোকেও মৃত্যুৰ পিছত মানুহ জন্ম গ্ৰহণ কৰা বাঞ্ছা নকৰে। সেয়েহে তৰঙাৰ (আদ্যশ্ৰাদ্ধ) দিনা মৃতকৰ আত্মাক সম্বোধন কৰি

জ্ঞাতি-কুটুম্বসকলে সমস্বৰে গায়—

"অ' বাবাৰে, ক'ত গেলিৰে আমাক এৰিয়া বাবা
ক'ত গেলিৰে আমাক ছাৰিয়া বাবা
নিজৰ হাতে ভাজিলং ভাজিলং বাবা
খাইয়া যা খাইয়া যা বাবা—"

\+ + +

"অ' বাবাৰে, বাগে হুইয়া নলবি নলবি জনম
ঝাপ পাৰেয়া মাৰিব মাৰিব তোক।
ছুৱাৰ হুইয়া নলবি নলবি জনম,
জাল পাৰেয়া মাৰিব মাৰিব তোক।
চৰে হুইয়া নলবি নলবি জনম,
গুণ্ঠী আহিলে মাৰিব মাৰিব তোক।"

মানুহ জন্ম নাপাই অন্য জন্ম পালেও তেওঁলোকে কামনা কৰে সাক্ষাত পৰিচয় আৰু যোগসূত্ৰ—

"গুগু হুইয়া দিবিৰে মোকে দেখা,
চাৰুক হুইয়া কবিৰে মোকে কাথা।
তৰমুচি হুইয়াৰে খুজিবি খুজিবি পানী,
বাটি ভৰাইয়া দিমৰে তোক আনি।"

**(ঘ) দাহৰি ৰাভাসকলৰ তৰঙাত ভূত-প্ৰেতাদি খেদা গীত ঃ**

দাহৰি ৰাভাসকলে তৰঙাৰ (আদ্যশ্ৰাদ্ধ) পিছতো মৃতকৰ ঘৰৰ পৰিবেশৰ কোনো ঠাইত শ্মশানৰ ভূত-প্ৰেতাদি লুকাই থাকে বুলি সন্দেহ কৰে। সেয়েহে শ্ৰাদ্ধৰ কাম সমাপন হৈ যোৱাৰ পিছতো সমাজৰ প্ৰত্যেক মানুহে গৃহস্থৰ প্ৰত্যেক চাল-বেৰ, বাৰীৰ গছ-গছনি, খেৰ-পুঁজি আদিত মাৰি বা লাঠিৰে কোবাই কোবাই ভীষণ শব্দ কৰে, যাতে কোনো ঠাইত লুকাই থকা ভূত-প্ৰেতাদি ভয়তে পলাই যায় আৰু লগে লগে তলৰ গীতফাকি উচ্চ সুৰে গাই ভীষণ কোঢ়াল লগায়।

"হিউ হিউ তয় খালিছা (ভাই), ময় খালিছা
একটা বিলৰ মাছ,
তয় মৰিলে মুই মৰিলে
কোমৰত ধৰিয়া নাচ।"

**(ঙ) কোচা ৰাভাসকলৰ শ্ৰাদ্ধৰ গীত ঃ**

**কোচা ৰাভাসকলেও আদ্যশ্ৰাদ্ধৰ দিনা মৃতকৰ আত্মাক মায়চকো (ভাত-আঞ্জা) অৰ্পণ**

কৰি উচ্চ স্বৰে গীতৰ আকাৰে এইদৰে গায়—

"লেম্‌মতে লমাইমু'ন লায়িতানা না না,
চংমতে চঙাই তানা—
নুংনি হতং তেনে মু'না দাঙা না দাঙাইচাং"

সৰলাৰ্থ ঃ তোমাৰ জেঠায়েৰাই বাদ্ধি-বাঢ়ি তোমাক খাবলৈ দিছে। তোমাৰ মুখত ৰুচি হয়নে নহয় নাজানো খোৱা।

**(চ) পাতি ৰাভাসকলৰ বিবাহ অনুষ্ঠানৰ গীত ঃ**

**(১) ঘট ৰঙোৱা গীত (আলপনাৰ গীত) ঃ**

পাঞ্চ বৈৰাগী ঘট ৰঙায় শাৰী,
চক্ৰবাকে উখৰিলা কৃষ্ণ লীলা হৰি।
আকাশত মাৰি নিলা গলে চেপি ধৰি,
হাটু পাৰে, ৰিঙো পাৰে, ফুৰে বজ্ৰ নাদে।
সোণাৰ ঘুঘুৰা ছয় কংকালতে বাজে,
কত ক্ষণে পাম বাছা, পুত্ৰ দামোদৰে।
চলে হানি তুলি তুলি, দেখাইলা মাওকে,
ভাঙিল বিৰিখেৰ ডাল উমুকি জুমুকি।

**(২) দৰা-কইনাৰ স্নান কৰাবলৈ পানী তোলা গীত ঃ**

হৰিহে যমুণাৰ পাৰ বাই,
হৰিহে গায়নে বজালে,
আয়তী জোকাৰ পাৰাহে।
হৰিহে তেল-সেন্দুৰ থুৰি,
হৰিহে জলদি নমস্কাৰ কৰিহে,
হৰিহে যশোদা সুন্দৰী,
হৰিহে জলে দিলা ভৰি,
হৰিহে কাটাৰি কাটা পানী।

**(৩) মাথা চুছা (মুৰ কণিওৱা) গীত ঃ**

পাৰি আনিলুং পকা জাম,
পাৰি আনিলুং পকা বেল,
নাউ বাপুৰ মাথা চুছে,
লাগে গোন্ধ তেল।

এইদৰে দৰা-কইনাক স্নান কৰোৱা, বেহুলা-লখিন্দৰ, ৰাম-কৃষ্ণ, সীতা-সাবিত্ৰী, লক্ষ্মী-সৰস্বতী আদিৰ সৈতে দৰা-কইনাৰ তুলনা, লগুণ গাঁঠি দিয়া, ধূপ চাউল চটিওৱা, পাশা

খেলোৱা, দৰাৰ ঘৰলৈ কইনাৰ যাত্ৰাদিৰ বিধে বিধে দীঘলীয়া গীত নামতীসকলে গায়। তদুপৰি ছোৱালীবিলাকেও দৰা-কইনাক উদ্দেশ্য কৰি নানান ঠাট্টা-মস্কৰাৰ বিয়া নাম গাই উপস্থিত সমজুৱাৰ মনোৰঞ্জন কৰে। কলেবৰ বৃদ্ধিৰ বাবে এইবোৰ গীতৰ নমুনা উল্লেখ কৰা সম্ভৱপৰ নহ'ল। এইবোৰ গৱেষণা সাপেক্ষ।

## প্ৰেম আৰু আসক্তিৰ গীত

মায়তাৰি ৰাভাসকলৰ মাজত কিছুমান প্ৰেম আৰু আসক্তিৰ গীত পোৱা যায়। এইবোৰৰ সৰহভাগেতে প্ৰতিধ্বনিত হৈছে— অবিবাহিত যুৱক-যুৱতীৰ পৰস্পৰৰ যৌন মিলনৰ বাবে অন্তৰৰ আকুতি। কিছুমানত ব্যক্ত হৈছে স্বামী-স্ত্ৰীৰ অভিমানজনিত প্ৰেমৰ প্ৰতিফলন। কিছুমানত জীৱন্ত হৈ উঠিছে নাৰীৰ বিৰহ-বেদনাজনিত মনৰ ক্ষোভ আৰু কিছুমানত প্ৰকাশ পাইছে ভিনীহিয়েক খুলখালীয়েকৰ সম্বন্ধৰ মাজত থকা সৰল বা গোপন আসক্তিজনিত প্ৰেমৰ গভীৰ অনুৰাগ। ইয়াৰে সৰহভাগ গীত তেওঁলোকৰ ৰাজহুৱা ধৰ্মীয় বা কৰ্ম-কাণ্ডমূলক অনুষ্ঠানৰ ভিতৰুৱা, ব্যক্তিগত অনুভূতিৰ প্ৰতিফলন নহয়।

**(ক) বায়খো ব্ৰক্কায় চায় (ছাথাৰ) ঃ**

বায়খো পূজাত 'বায়খো ব্ৰক্কায়' গীত অবিবাহিত ডেকা-গাভৰুসকলে পৰিবেশন কৰে। তেওঁলোকৰ ধৰ্ম কিম্বা বিশ্বাসমতে বসুমতী আৰু কোনো অজানা পুৰুষৰ যৌন মিলনতহে পৃথিবীত জনন শক্তিৰ বিকাশ হৈছে। এই সৃষ্টি কল্পনাক কেন্দ্ৰ কৰিয়েই তেওঁলোকেও এই উৎসৱত ডেকা-গাভৰুৰ প্ৰণয়মূলক নৃত্য-গীত পৰিবেশনৰ দ্বাৰা, যৌন মিলনৰ এটি অনুভূতি যোগাবলৈ বসুমতীক ইংগিত দিয়ে যাতে তেওঁলোকৰ খেতি পথাৰ শস্যৰে নদন-বদন হয়। বিবাহিত কোনো মতা-তিৰোতাই এই নৃত্য-গীতত অংশ গ্ৰহণ কৰিব নোৱাৰে, এনেকি শ্ৰোতাও হ'ব নোৱাৰে। এই নৃত্য-গীত ওৰে ৰাতি পৰিবেশন কৰা হয়। ডেকা বা গাভৰুৰ যিকোনো দলৰ নায়ক বা নায়িকা নৃত্য-গীতত পৰাজিত হ'বলগা হ'লে বাধ্যতামূলকভাৱে সিদিনাই তাঁৰ প্ৰতি দ্বন্দ্বী নায়িকা বা নায়কে সামাজিকভাৱে বিবাহপাশত আবদ্ধ হ'ব লাগে। তদুপৰি আন কোনো ডেকা-গাভৰুৰ মাজতো এই প্ৰণয় ভাব জন্মিলে সিহঁতৰ মিলন হোৱাত কোনো বাধা নাই। বৰং এই দাম্পত্য মিলনক পবিত্ৰ মিলন বুলিহে ধৰি লোৱা হয়। এই গীতৰ নমুনা কেইটিমান তলত উল্লেখ কৰা হ'ল—

গাভৰুদল ঃ "আলি আলি বেৰালি আলি চিনাজোক
চিনেনা নাচিনে ছালে,
বাতাপাৱা লোকৰে বাতাপাৱা লোক (হৰীছে, হৰীছে)
ছাৱা হাচু ঘুৰাইৱা, দয় ফাণ্ডান ভংচা,
আতা বায়খো, ছায়ৱা ছালে,

মুকবাৰকায়ো ভংচাৰে মুকবাৰকায়ো ভংচা।"

সৰলাৰ্থ ঃ আলিয়েদি খোজ কাঢ়োঁতে চিনাজোক পোৱা যায়। হে বন্ধু, চিনি পোৱানে নোপোৱা? আমি বাতাপাৰাৰ গাভৰু। পাহাৰে পাহাৰে ঘূৰি ফুৰিও অমৰা টেঙাৰ গছ এডালকে দেখা নাপালোঁ। (হয়, হয়) এনেকি এই বায়খো পূজালৈ আহিও পছন্দ হোৱা বন্ধু এজনকো দেখা নাপালোঁ।

ডেকাদল ঃ আঙান তোৱা।"

সৰলাৰ্থ ঃ ময়ে আছো দেখোন?

গাভৰুদল ঃ "মায় ববং বাকায়বে, চাক ৰবেং ৰবেংৰে
চাক ৰবেং ৰবেং
চিঙি মুকবাৰবাকায় বে ছালে। নুখাং ৰবেং ৰবেং। (হৰছৈ, হৰছৈ)

সৰলাৰ্থ ঃ ধানৰ জন্ম নহওঁতে পাতবোৰ দেখিবলৈ খুব ধুনীয়া। হে বন্ধু! আমাৰ পছন্দ হোবা মানুহজনৰ মুখখনো তদ্রূপ ধুনীয়া। (হয়, হয়)

ডেকাদল ঃ "আতো তেমো আতো ববায়নো,
মনে ৰিবাচাৰে, মনে ৰিবাচা,
নাৰং পেকে, ছাথাৰ তেমো ছালে
মনে ৰিবাচাৰে, মনে ৰিবাচা। (হৰছৈ, হৰছৈ)।"

সৰলাৰ্থ ঃ কি কম, কি নকম, তোমাক ক'বলৈ কথা মনত নপৰে আৰু তোমাৰ লগত গাবলৈও গীত মনত নপৰে। (হয়, হয়)

গাভৰুদল ঃ "দুতি বা লেমা-জেমা, থো চিবা নায়,
মুকখানি চতৰ বতৰ ছালে ছালে
টেকা বা নায়ৰে, টেকা বা নায়।"

সৰলাৰ্থ ঃ গামোচাখন দীঘল ওলমি পৰা। কিন্তু ঘৰত চাকি জ্বলাবলৈ শলিতা এডালিও নাই। মুখখনহে কেবল কথা চহকী। টকা-পইচা কিন্তু নাই।

ডেকাদল ঃ "লামদানি পচো মুনকায়,
চিমে আছা খাৰচাৰে, চিমে আছা খাৰচা,
নাৰং দৰায় তংবা না ছালে চিমে আছা খাৰচা। (হৰছৈ, হৰছৈ)।"

**সৰলাৰ্থ ঃ ভৈয়ামত থকা পকা আম খাবলৈ আশা নকৰাৰ দৰে তোমালোকৰ দৰে গাভৰুকো পাবলৈ আৰু আমি আশা নকৰোঁ (হয়, হয়)।**

* * * * *

**(খ) বৰদানি বাঁতাৰ ভিনিহি-খুলশালী সম্বোধনযুক্ত গীতৰ নমুনা ঃ**

**গাভৰুদল ঃ "পাজাৰ বক্‌কায় কানে নামে, চাঙো তোৱা চামে**

অ' ছোনা গিমিকায় বিছি তোৱা নামে?
তোৱা দংবে নাণ্ডি চাংবা, ছোনা মুকবাৰকায়,
ছোনা দৰায় অ' দঙো কানি চিঙা মান্দায়?

সৰলাৰ্থ ঃ অ' ভিনিহি, তোমাৰ স্বভাৱ নুবুজিলো আজি,
কাৰবাবে আছা ভিনিহি শুৱনিকৈ সাজি?
আছে বোধহয় তোমাৰ ভিনীহি কোনোবা এজন
মৰমৰ গাভৰু তোমাৰ কোননো সিজনী?

ডেকাদল ঃ "চিমে কাইয়ান নেমচাৰে, তংচা মুকবাৰকায়,
জিব্রা-বাব্রা তোৱা চিঙি, চিমে 'মাজাৰ' বাৰায়
আছাৰ মাছি ৰাংফাকায়, ঢলবকি নুকজো,
বায়খো হাদামিছে বান্দায়, নাৰঙি মুখাং নুক্জো।"

সৰলাৰ্থ ঃ আমি কুৎসিৎ মানুহ, হায়, নহওঁ দেখনিয়াৰ,
পিতা-মাতা আছে আমাৰ, বাৰায় 'মাজাৰ'।
আহাৰ মাহৰ বৰষুণৰ দেখিলো ঢলপানী,
বায়খো পূজাত দেখিলোঁ চেনাই তোমাৰ মুখখনি।

গাভৰুদল ঃ "হাজাৰ গান্দা, ৰাংগ্রে আফে তং গান্দা দংচা
মুকবাৰকায়ো মানচা দংবে মুনি শান্তি তংচা।"

সৰলাৰ্থ ঃ চন্দ্র বিনে হাজাৰ তৰাই কিবা শোভা পায়?
চকুত লগা-জনৰ বিনে শান্তি নাই।

ডেকা দল ঃ "তুখুৰ মান্দায় মিলে পুৰে,
কাৰাং তোৱা ক্রি'ঙে।
দুখী হাংছিং ছি'ম্কায় চাতালি,
বি'ৰে তোৱা ক্রি'ঙে।"

সৰলাৰ্থ ঃ কপৌটিয়ে ৰুশ দিয়ে উৰি আকাশত
হাঁহটিয়ে দেখি থাকে জেকা চোতালত।
হায় বান্ধৈ! তুমি কপৌ দূৰ আকাশৰ,
হাঁহটিযে মই বান্ধৈ, জেকা চোতালৰ।

* * * * *

**(গ) দাহৰি ৰাভাৰ প্ৰণয়মূলক গীত ঃ**

**দাহৰি ৰাভাসকলৰ তৰঙাত (শ্ৰাদ্ধত) অবিবাহিত ডেকা-গাভৰুসকলে প্ৰণয়মূলক নৃত্য-গীত পৰিবেশন কৰে। এনেবোৰ গীতৰ মাজেৰে তেওঁলোকে মুক্ত আৰু স্বাধীনভাবে**

যৌৱনৰ অনুভূতি দিবলৈ সুবিধা পায়। লগতে এটি হাস্যমধুৰ পৰিবেশ সৃষ্টি কৰি সমজুৱাৰ চিত্ত বিনোদন কৰে। বিবাহিতা মতা-তিৰোতাই এই নৃত্যগীতত অংশ গ্ৰহণ কৰিব নোৱাৰিলেও শ্ৰোতা হোৱাত কোনো বাধা নাই। এনে গীতৰ নমুনা তলত উদ্ধৃত কৰা হ'ল।

ডেকাদল ঃ ঝাকে উৰে, ঝাকে পৰে কাণ কৰালী ছাৰুক
কাপোৰতে বান্দিয়া দিযা মন ভুলানী দাৰুক।
গাভৰুদল ঃ ছোটপাৰা ডাঙৰ হলং আয়া নিদিলে বিয়া,
ও বাবাও নিদিলে বিয়া,
দাৰুক নালাগে নালাগে ভাই, যামময় যাচিয়া।
ডেকাদল ঃ কালাই খাওয়া ছগৰা, লেটু ভত্তৰা,
জোৰ হাঙ্গা পিন্দাগো, মোৰহে বখৰা।
অ' ঝাৰে ঝাৰে বেৰালং বাৰো পাগলা,
ময মন খাৱা গো ছালী মুক চাকালা।
গাভৰুদল ঃ ঢাক বাজায় ঢাকুৱা, ঢাকৰ ৰচকে নাই,
ওই বাজি দিয়াৰে বাই, কিয় আমাক ভুলাবা চায।

* * * * *

(ঘ) কোচা ৰাভাসকলৰ ব্যংগমূলক গীতৰ মাজেৰে কোচা ৰাভাৰ ডেকা-গাভৰুৰ মাজত আকৰ্ষণ প্ৰকাশিত হয। কঠোৰ কৰ্মব্যস্ততাৰ মাজতো বিভিন্ন ব্যংগ গীতৰ মাধ্যমেৰেই তেওঁলোকে জীৱনৰ আনন্দ উপভোগ কৰে। তেনে গীতৰ নিদৰ্শন দাঙি ধৰা হ'ল।

ডেকাদল ঃ উ'ই আনাও গাগৰাইজু
কু'মলু' কাপ্চা
কু'মতাং কাপচাজু
উ'ই আনাও মছ্ল লংজু
চাং লানা নু'ঙো নে আনাও।"
**সৰলাৰ্থ ঃ** অ' মোৰ মৰমৰ ভনিটী
তুমি ভাল শিপিনী নোহোৱা
তুমি নাজানা কেনেকৈ চলিব লাগে,
নাইবা প্ৰিয়জনক কেনেকৈ চলাব লাগে।
তোমাক কোনেও বিয়া নকৰাব।

তেতিয়া গাভৰুসকলেও তাৰ যথাযথ উত্তৰ দিয়ে

## কাহিনী গীত

ৰাভাসকলৰ মাজত কিম্বদন্তী আৰু অন্যান্য কাহিনী সম্বলিত ভালেমান গীত আছে, তাৰে কিছুমান নমুনা তলত তুলি ধৰা হ'ল—

**(ক) নলুৱা-চলুৱাৰ গীত ঃ**

ৰাভাসকলৰ মতে নলুৱা-চলুৱা নামৰ দুই ভাই-ককায়েই তেওঁলোকৰ পূৰ্বপুৰুষ। তেওঁলোকৰ দলটোৱে পোনপ্ৰথমে নানা ঘাত-প্ৰতিঘাত, বিপদ-আপদ অতিক্ৰম কৰি বৰ্তমানৰ বাসভূমিলৈ প্ৰব্ৰজন কৰি আহিছিল। এই ঠাইত স্থায়ীভাৱে বসবাস কৰাৰ পিছত নলুৱা-চলুৱাই গীতৰ আকাৰে তেওঁলোকৰ অতীত জীৱনৰ স্মৃতি বিজড়িত দুখৰ কাহিনী প্ৰকাশ কৰিছিল। এতিয়াও এই কাহিনী-গীত ৰংদানি মায়তাৰি ৰাভাসকলৰ মাজত প্ৰচলিত হৈ আছে। তাৰে এফাকি উল্লেখ কৰা হ'ল—

"চিগিৰি-নিগিৰি পাত্তে, ৰুংমান্দি, চোংমান্দি প্ৰোঙে
চান্দাৰাতা নুকচাবায, মাছু মাথায বংচাবায়,
তো-বাক নুকচাবায়, হাচু হাজেক পাত্তে ৰিবানতা।"

সৰলাৰ্থ ঃ ইকৰা, নল-খাগৰিৰ বোজাৰে ভুৰ সাজি
কিমান যে নদ-নদীৰে উটি ভাহি আহিছো
কিমান যে জোন, বেলি, তৰাৰ পোহৰ নোপোৱা
ঠাই অতিক্ৰম কৰি আহিছোঁ, কিমান যে পৰ্বত
পাহাৰ বগাই বগাই বাট কুৰি বাই আহিছোঁ।
সেয়ে এতিয়া ক্লান্ত হৈ পৰিছোঁ।

**(খ) মায়তাৰি ৰাভাসকলৰ দদান গীত (হয়মাৰু) ঃ**

ৰাভাসকলে এতিয়াও 'দদান'ক তেওঁলোকৰ আদি ৰজা (দলপতি) বুলি ভাবে। কাহিনীমতে দদানৰ সমূহ প্ৰজাই শান্তিৰে বসবাস কৰিছিল। ৰাভাসকলৰ বিভিন্ন ঠাইত প্ৰব্ৰজন হোৱাৰ ফলত বিভিন্ন খেল অচিনাকি হৈ পৰাত তেওঁলোকৰেই বংশধৰ 'চামক্ৰোং আৰু 'বাংক্ৰোং' ৰজাই উভয়ে চক্ৰান্ত কৰি দদান ৰাজ্য আক্ৰমণ কৰি ছাৰখাৰ কৰে। দদানৰ কাহিনী-গীতত এই সকলো মৰ্মন্তুদ ঘটনা পৰিস্ফুট হৈ আছে। এই কাহিনী-গীত ৰংদানি, মায়তাৰি ৰাভাসকলৰ মাজত সংৰক্ষিত হৈ আছে। তাৰে এফাকি তলত উল্লেখ কৰা হ'ল—

"আতো তেমা জোবাইজো চামক্ৰোং ৰাজা,
আতো তেমা জোবাইজো বাংক্ৰোং ৰাজা।
উয়ান দদানি ছাকাই-কংকাই নাইয়ান চামক্ৰোং ৰাজা,
উয়ান দদানি ছাকাই কংকাই নাইয়ান বাংক্ৰোং ৰাজা।

উয়ান উনা নাকাৰে চামক্ৰোং ৰাজা,
উযান কাকায়নি দংজি হাইনিপাৰা মাংছাইমুং বাংক্ৰোং ৰাজা।
উযান একোৰা বুদ্ধি অলংকাৰ খাৰিমুং চামক্ৰেলং ৰাজা,
উয়ান একোৰা বুদ্ধি বাকৰচাৰি বুদ্ধি অলংকাৰ খাৰিমুং বাংক্ৰোং ৰাজা।
আতা বেখ্রে ভঙুৰা চামক্ৰোং ৰাজা,
আতা বেখ্রে চাঙুৰা বাংক্ৰোং ৰাজা।"

সৰলাৰ্থ ঃ হে চামক্ৰোং ৰাজা! হে বাংক্ৰোং ৰাজা,
কি কথাৰ পাক লগালা, কি কথাৰ বান্ধ লগালা।
সুখৰে খাই থকা, শুই থকা দেখি
কিনো কথাত দদানক জগৰ লগালা।
কোন অৰণ্যৰ ধুমুহাৰ ৰজা হে চামক্ৰোং ৰাজা,
কি বুদ্ধিৰ দ্বাৰা হে বাংক্ৰোং ৰাজা
দদানক জ্ঞাতি-কুটুম্ব সংহাৰি
ৰণচালি ধৰিলা আজি।
ৰজাক খেদি নিজ জ্ঞাতি-কুটুম্বসবক,
ঘন-ঘোৰ ৰাতি
বান্ধি নিয়া ধৰি নিয়া স্বৰাজ্য বুলি।
হায়! তুমি বৰ কৌশলী চামক্ৰোং ৰাজা,
হায়! তুমি বৰ চক্ৰান্তকাৰী বাংক্ৰোং ৰাজা।

* * * * *

**(গ) দাহৰি ৰাভাৰ বন্দনা-চন্দনাৰ গীত ঃ**

দাহৰি ৰাভাসকলৰ মাজত পৰম্পৰাগতভাৱে চলি থকা বন্দনা-চন্দনাৰ কাহিনী অতি সকৰুণ। ই বিয়োগান্ত কাহিনী। এই কাহিনীক ভিত্তি কৰি এতিয়াও তেওঁলোকে করুণ সুৰেৰে গীত গায়। এটি উদাহৰণ উল্লেখ কৰা হ'ল—

"অ' বন্দনা ও—অ চন্দনা ও
অ নাৰং কি জোৰা ৰায়ে
বিছিনা নিলি নিছমুনি ও—
ৰাখাতে প্ৰোঙে প্ৰোঙে ৰেংজো।"

**সৰলাৰ্থ ঃ হেৰা বন্দনা! হেৰা চন্দনা! তোমালোক দুয়ো কুকুৰ দুটা লগত লৈ নিজৰ নিজৰ যৈণীয়েৰাইঁতক (নিলি-নিছমুনি)) নিৰাশ্ৰয়া কৰি থৈ ক'লৈ যাবলৈ ওলাইছা?**

## ৰং-ৰইচৰ গীত

**(ক) পাতিৰাভাৰ বহুৰঙী গীত ঃ**

বহুৰাঙী বা বগেজাৰী গীতবোৰ মতা-তিৰোতাৰ মাজৰ আক্রমণ প্রত্যাক্রমণসূচক ধেমেলীয়া গীত। আজিকালি বিভিন্ন উপলক্ষ্যত ডেকা-গাভৰুৱেও এই গীত গায যদিও এইবোৰ মূলতে ডেকা-গাভৰুৰ প্রণযমূলক গীত নাছিল। আগতে এইবোৰ গীত বুঢ়-বুঢী আৰু বয়সীয়া মতা-তিৰোতাইহে গাইছিল। যেতিযা জীযেকক বিযা দিছিল, তাইৰ মাক-বাপেকে নতুন বিযৈ-বিযৈনীৰ ঘৰলৈ আহি মদ ভাত খাইছিল। মদৰ মিঠা ৰাগীত উৎফুল্ল হৈ পৰস্পৰে চিত্ত বিনোদনৰ বাবে এই গীতবোৰ গাই আনন্দ উপভোগ কৰিছিল। বিহু আদি ৰং-ৰংইচৰ অনুষ্ঠানতো এনে গীত গোৱা হৈছিল। এই গীতবোৰৰ যোগেদি কোনো ব্যক্তিগত আসক্তি বা প্রেমৰ উন্মেষ ঘটা নাছিল ই আছিল আনন্দ-ৰগৰৰ গীতহে। যিযেই নহওক কিয, এই গীতবোৰ স্ত্রী-পুৰুষৰ গাত থকা বিবিধ বিসংগতি আৰু দুর্বলতাৰ প্রতি দৃষ্টি আকর্ষণ কৰি গোৱা ব্যংগ গীত আৰু কৌতুক ৰসেৰে ৰসাল। এই গীতবোৰে অশিক্ষিত ৰাভাসকলৰ পর্যবেক্ষণ আৰু ৰচনা শক্তিৰ স্বাক্ষৰ বহন কৰে। সাধাৰণতঃ এই গীতবোৰ পাতি ৰাভাসকলৰ মাজত পোৱা যায। তাৰেই নমুনা কিছুমান তলত উল্লেখ কৰা হ'ল।

নহযনা কিতো বিযানী, গোৰা মদকে,
এক জোঙা গোৰা হল, আৰো জোঙা খুজে।

তাঁতেৰ খুঁটা পুতংৰে, তাঁতেৰ খুঁটা পুতং,
আমাৰ বিযানী মাছুক যায ঘৰ বান্দি থং।

গাছ্ কাটিং, নাকাটিং গাছ্ বেকেৰা,
নাচিবাকে নাজানং চোতাল বেকেৰা।

খেৰৰে পুজিৰে, 'খেৰৰে পুজি,
বুঢা-বুঢী গল্প কৰে, পালাবাৰে বুধি।

দুৱাৰ হেকং হেকংৰে, দুৱাৰ হেকং হেকং,
দুপ্পৰখনি মিলি চালে, আৰো জোঙা দেখং।

লাউ পাত থাপা থাপা, মিঠা নালাগে,
সোণা হেনা বেটীটাৰ জাওই নালাগে।

বেং কান্দে তৰোৰত চাপৰা মাটিৰ তলত,
ভাতাৰ গিছে দিশপুৰত তিৰী কান্দে ঘৰত।

* * * * *

**(খ) লাখৰ গীত :**

**'লাখৰ'** শব্দৰ অৰ্থ গৰখীয়া। পাতি, বিটলীয়া আৰু দাহৰি ৰাভাসকলৰ মাজত **'লাখৰ গীত'** পোৱা যায়। সাধাৰণতে এই গীতবোৰ কম বয়সীয়া চেঙেলীয়া ডেকা ল'ৰাবিলাকেহে গায়, বিবাহিত বা পূৰ্ণ বয়সৰ ডেকাই এই গীত নাগায়। এই গীতৰ লগত ২/৩ ফুট দীঘল দেওবাঁহৰ কেৱল দুটা বিন্ধাযুক্ত বাঁহীৰ সুৰ সংযত কৰা হয়। ডেকা ল'ৰাবিলাকে গৰু চৰাবলৈ হাবিলৈ যায় আৰু ইজনে সিজনক আক্ৰমণ কৰি কৰি এই গীতবোৰ গায়। এই গীতবোৰত পৰিহাস আৰু কৌতুকপ্ৰিয়তাৰ লক্ষণ দৃষ্ট হয়। ডেকা ল'ৰাবিলাকে নিজস্ব সৃজনী শক্তিৰ দ্বাৰা এই গীতবোৰ গোৱাৰ বাবে সেইবোৰত তৰুণসুলভ চিন্তাধাৰাৰে প্ৰাধান্য পৰিলক্ষিত হয়। তলত কেইটিমান গীতৰ নমুনা দাঙি ধৰা হ'ল।

(১) পানী পৰে চিপুৰ-চাপাৰ
নাই পাৰাং ঘুমি
তোৰ বাইক নাই পাং
নুবুলিবি ভিনী।

(২) নাক চিলকি উৰাং-ফাৰাং
তলৰ পাংখা লেখং
হাতৰ শাংকা গলাৰ মণি
তিৰী হেনা দেখং।

(৩) হাতী কান্দে কুৰুং-কাৰাং
ভৈছ কান্দে দলত,
তোৰ বইনী বহি আছে
ভুলকা বাঁশৰ তলত।

(৪) বাং বাং নলী টাং
মাটি খুন্দে গুই,
তোৰ বইনী মৰি গিছে
কায় দিব জুই।

(৫) গৰু মিল, গৰু মিল লাখৰ,
অ' লাখৰ তোলা গৰু মেনা
কিসেৰ বাবে কান্দে ময়না।
অ' লাখৰ জংগলে লুকায় ও লাখৰ
অ' বাং আৰো নলী টাং,
তোলা গৰু ঝাৰত সোমায় ৰে লাখৰ।

* * * * *

## কর্ম গীতি

**(ক) কৃষিৰ লগত জড়িত গীত ঃ**

ৰাভাসকল কৃষিজীৱী। পথাৰৰ শস্যৰ খেতি আৰু তাৰ লগত জড়িত জীৱনেই হৈছে ৰাভাসকলৰ মূল সংসাৰ। আভিজাত্য, ধন-দৌলত ৰাভাসকলৰ বিশেষ কাম্য নহয়। সহজ-সৰল চহা জীৱনৰ সৰ্বাধিক প্ৰিয় বস্তু হ'ল পথাৰ আৰু তাৰ নদন-বদন শস্য। কৃষিক কেন্দ্ৰ কৰি ৰাভা সমাজত প্ৰচলিত কিছুমান গীত পোৱা যায়। যেনে—

"ইয়ান চিঙি চাৰ্পাক, ইযান চিঙি চাৰ্পাক,
পাথাৰিনি মায় নাৰি, ইযান চিঙি চাৰ্পাক,
পাটা হায়নি পাটা নাৰি, ইযান চিঙি চাৰ্পাক,
হিৰি হিৰি খিছ্নি ৰাম্পাৰ
চাক তমোতে ৰেঙা,
চিকুৰ চিকুৰ নুকে কাকায
চিঙি খাপাক খিছ্নিা মাও
চিঙি খাপাক খিছ্নিা।"

সৰলাৰ্থ ঃ এই পথাৰৰ কোমল ধান, এযে আমাৰ প্ৰাণ, এই পথাৰৰ কোমল মৰাপাট, এয়ে আমাৰ প্ৰাণ।

ৰিব্ ৰিব্ বতাহে কেনে ঢৌ তুলি যায়,
নিমজ-চিকুণ ৰূপত আমাৰ
প্ৰাণ পৰশি যায, কেনে জুৰ পেলায়।
কৃষকৰ সন্তান আমি পথাৰতে থাকিম জীয়াই।

**(খ) মদ-প্ৰস্তুতিৰ গীত ঃ**

প্ৰায় প্ৰতিটো জনজাতীয় জনগোষ্ঠীৰ মাজত থকাৰ দৰে ৰাভাসকলৰ মাজতো সামাজিক আৰু ধৰ্মীয় জীৱনৰ সংগস্বৰূপ লাওপানী বা মদৰ প্ৰচলন পৰম্পৰাগত। তেওঁলোকৰ বিশ্বাসমতে মদ ঈশ্বৰ প্ৰদত্ত পানীয়। সেয়ে মদ প্ৰস্তুত কৰাৰ ক্ষেত্ৰত কিছুমান বিশেষ সতৰ্কতা অবলম্বন কৰিবলগা হয়—বাখৰ প্ৰস্তুতিৰ পৰা মদৰ ভাতত বাখৰ সনা, জোঙাত ভৰোৱা আৰু সংৰক্ষণ কৰালৈকে। সেয়ে মদ প্ৰস্তুত কৰাৰ সময়ত প্ৰস্তুতকাৰীয়ে সংৰক্ষণৰ কাৰণে কেইটিমান গীত গাইছিল। সাধাৰণতঃ মহিলাইহে বাখৰ আৰু মদ প্ৰস্তুত কৰে। বৰ্তমানে খোৱা মদ প্ৰস্তুতিৰ সময়ত নাগালেও দেব-দেবীক অৰ্পণ কৰা মদ প্ৰস্তুতিৰ ক্ষেত্ৰত এইবোৰ গীত গায়। যাতে আপদীয়া চৰাই-চিৰিকতি, পোক-পৰুৱা আৰু ভূত-প্ৰেত আদিয়ে মদৰ কলহটো (জোঙা) নষ্ট কৰিব নোৱাৰে।

"তোৰাং মিছি ক্ৰি'ঙা?
না তোখা মিছি ক্ৰি'ঙা?
আঙি চকো তানকায় আনা
তোখা আক্‌কায় ধুঙা।"

সৰলাৰ্থ ঃ গঙা চিলনী ক'ৰ ক'ত?
ইনাই বিনাই মাতিছে।
ঢোঁৰা কাউৰী ক'ৰ ক'ত?
মই এটা মদৰ জোঙা প্ৰস্তুত কৰিছোঁ—
এই জোঙা মদ তইঁতে নষ্ট নকৰিবি।

যিসকলে দেৱ-দেৱীলৈ বুলি মদ প্ৰস্তুত কৰে তেওঁলোকলৈ উদ্দেশ্য কৰি গায়—

"হাংগাৰ জোৰছা ৰাখুইতা
মেমাং গি'জাৰ না,
ব্ৰেক গছা আলাইতা
মিছি গি'জাৰ না;
আঙি চকো তান্‌কায় আনা
মেমাং মিছি চাপা।"

সৰলাৰ্থ ঃ জোঙাৰ ভিতৰত এজোৰ এঙাৰ দিছোঁ। ভূত-প্ৰেতৰ লোভ সন্ধ্যাবলৈ জোঙাৰ ওপৰত লাউ টোকোৰাও (ব্ৰেক) এটা দিছোঁ। এয়া মই মদ প্ৰস্তুত কৰিছোঁ, যাতে ভূত-প্ৰেতে নষ্ট নকৰে।

মদৰ জোঙাটো যথাস্থানত সংৰক্ষণ কৰাৰ সময়ত এই গীতটি গায়—

"গি'মাৰছিনি থে অ
আং চকো তানা,
কায় পাগ্না চাঙে ৰু'ংদং
দঙা লাগিয়া।"

সৰলাৰ্থ ঃ মই ইয়াক সযতনে ৰাখিছোঁ, যাতে ই অতি উৎকৃষ্ট হয়। ইয়াক পান কৰিতে যাতে নিচাত মতলীয়া হয়।

(এই দুষ্প্ৰাপ্য 'মদ প্ৰস্তুতি'ৰ গীতবোৰ শ্ৰীলিপ্তি ৰাভাৰ পৰা প্ৰাপ্ত)

* * * * *

**(গ) গছ কটা গীত ঃ**

অতীজতে ৰাভাসকলে বসবাস কৰা ঠাইবোৰ অটব্য হাবি-বননিৰে পৰিপূৰ্ণ আছিল। এই হাবিৰ ডাঙৰ ডাঙৰ গছবোৰ কাটি খেতিৰ উপযোগী কৰি মাটি মোকলাইছিল। এই

গছবোৰ পৰস্পৰৰ সহায়-সহযোগৰ দ্বাৰা কাটিছিল। এনে সমূহীয়া কামক **ছাউৰী খোৱা** বুলিছিল। এই গীতৰ লহৰে লহৰে তেওঁলোকে প্ৰত্যেকে শাৰীৰিক শক্তি প্ৰয়োগ কৰি গছৰ ডাঙৰ ডাঙৰ টুকুৰাবোৰ এফলীয়া কৰিছিল। এতিয়াও ডাঙৰ গছ কাটি এফলীয়া কৰোঁতে এইবোৰ গীত গায়।

বাৰ কামলাৰ ভৰ ওই
তেৰ যুৱানৰ বল— এ হেইয়া।
মহামাই নাম ধৰিয়া
গাছ কাটিং আমি— এ হেইয়া।
মহামাই দিলে বৰ
গাছ টানং ঝৰঝৰ—এ হেইয়া।
আমালাগা গাছখানি নদীত যাযইয়া পৰ— এ হেইয়া।"

* * * * *

## বিবিধ গীত

**(ক) নৱ-বৰষৰ গীত ঃ**

ৰাভাসকল নীতিপৰায়ণ আৰু আচাৰনিষ্ঠ। ৰাভা সমাজত বিবাহ-বহির্ভূত অপবিত্ৰতা প্ৰায় দেখা নাযায়। পুৰুষ আৰু মহিলা উভয়ে কৰ্মপটু। তেওলোক উভয়ে ঘৰুৱা আৰু বাহিৰা কাম কৰে। নৱ-বৰষৰ লগে লগে উপত্যকা, নদীৰ পাৰ, শস্যৰ পথাৰ, হাবি বননি আদি তেওঁলোকৰ স্বতঃস্ফূৰ্ত গীতৰ প্ৰতিধ্বনিৰে মুখৰিত হয়। ৰাভা মহিলাই হাবিত খৰি কটা, বিলত মাছ মৰা, পথাৰত ধান কটা, ধান ৰোৱা কামৰ সময়তো আপোন পাহৰা হৈ গীতৰ লহৰ তোলে। সেইদৰে পুৰুষ সকলেও পৱিত্ৰ নৱ-বৰষৰ দিনত আৰু শস্য চপোৱাৰ সময়ত আনন্দেৰে নৃত্য-গীত কৰে।

"বাউচাউৰ পিদান ছুকফেজৌ
শুন দোবান পুইজৌ,
নাই লাউ-পাউ নং
বাউ আউলদিক ছুকফেজো নে।"

**সৰলাৰ্থ ঃ সুখৰ নৱ-বৰষ প্ৰায় সমাগত,**
**উৰণীয়া মনবোৰ ধাবিত ঊৰ্দ্ধত**
**আহা, গা ঢালি দিওঁ আনন্দ হিল্লোলত,**
**অতীতৰ বেদনাই হানে হৃদয়ত।**

**ৰাভা যুৱতীৰ কোমল মনবোৰ প্ৰকৃতিৰ দ্বাৰা প্ৰভাৱান্বিত হয়। পূৰ্ণ বিকশিত ফুলৰ দৃশ্যৰাজিত সিহঁতৰ মনত প্ৰকাশ পায়—এক অনিন্দনীয় আনন্দ। সেয়ে, সিহঁতেও দল**

বান্ধি আনন্দতে আত্মহাৰা হৈ নৃত্যগীত কৰে।

"পাৰ বুতুল পাৰজৌ,
ছুং ৰছং ছাকজৌ।
নিনি ইনি কু'ৰুউ দোৱান।
নামপাৰাই পুইজৌ— নে।"

সৰলাৰ্থ ঃ ফুলবোৰ ফুলিছে। আমাৰ মনবোৰো ফুলিছে আৰু আমাৰ মিঠা মিঠা কথাবোৰো বতাহৰ লগে লগে উৰি উৰি ফুৰিছে।

এই সুন্দৰ আৰু পবিত্ৰ নব-বৰষৰ দিনত ৰাভা গৃহিণীসকলেও হাত সাৱতি বহি নাথাকে। তেওঁলোকেও নিজকে পাহৰি মধুৰ উৎফুল্লিত গীতেৰে নৃত্য-গীত কৰে।

"বু'ছু'ৰ ছুম ছুকফৈজৌ
ৰাভা বু'ছু'ৰ ছুকফৈজৌ।
আছ্বাও আছ্বাও বু'ছিদে,'
দে বু'ছিদে— দে।"

সৰলাৰ্থ ঃ আমাৰ নাচনৰ দিন আহিছে।
ৰাভাসকলৰ নতুন বছৰ আহিছে।
দলে দলে আনন্দেৰে নাচা আৰু গীত গোৱা।

যুৱতীসকলেও যুৱকসকলৰ লগত একেলগ হৈ এই পবিত্ৰ নতুন দিনত আনন্দ উপভোগ কৰিবলৈ আকাংক্ষা প্ৰকাশ কৰে। সেয়ে তেওঁলোকৰ সমবেত নৃত্য-গীতত প্ৰকাশ পায়—

"হাছং তু'ন্তৌ আংজৌ,
চায় হুৰাং নানং জৌ।
বু'স্তাই মিচান লু'ও'
নাং বু'খু'ন নিগি জৌ।"

সৰলাৰ্থ ঃ জগতখন সুন্দৰ আৰু সুখী আৰু ইয়াত অফুৰন্ত আনন্দৰ সুৰ শুনা যায়। আহা! আমি যুৱক-যুৱতীসকলে একেলগ হৈ আনন্দত আত্মবিভোৰ হৈ গীত গাওঁ আৰু নাচোঁ।

এনেবোৰ গীত উত্তৰ গোৱালপাৰা, জলপাইগুৰি আৰু কোচবিহাৰ জিলাৰ কোচা ৰাভাসকলৰ মাজত পোৱা যায়।

* * *

**(খ) ভালুক নাচনৰ গীত ঃ**

পাতিৰাভা আৰু বিটলীয়া ৰাভাসকলৰ মাজত ভালুক নাচনৰ গীত গোৱা যায়। এই গীত সাধাৰণতে ডেকা ল'ৰাসকলে আঘোণ মাহৰ পূৰ্ণিমাত ওৰে ৰাতি ঘৰে ঘৰে গাই ফুৰে আৰু গৃহস্থই যি চাউল-পইচাবে বৰঙণি দিয়ে পিছদিনাখন তাৰেই সিহঁতে

আনন্দেৰে ভোজ খায়। এই অনুষ্ঠানত এজন ডেকা ল'ৰাক শুকান কলপাত, মৰাপাটৰ আঁহেৰে ভালুক অনুৰূপ সজায় আৰু ভালুকৰ অংগী-ভংগীৰে তাক মাজত ৰাখি নচুৱাই আৰু নিজেও নাচে। এই গীত পৰম্পৰাগতভাৱে চলি আহিছে। অতীজতে ৰাভাসকলৰ খেতি পথাৰৰ চৌকাষে অৰণ্য আছিল। আঘোণ মাহৰ সময়ত বনৰীয়া ভালুকবোৰে আহি পকা সৰিয়হ আদি খাই খাস্তাং কৰিছিল। তেওঁলোকৰ দৃঢ় বিশ্বাস এই অনুষ্ঠান কৰিলে ভালুকে আহি খেতিৰ পকা ধান, সৰিয়হ আদি খাই নষ্ট নকৰে। সেয়ে এই গীতক '**ভালুকখেদা**' গীতো বোলে। এই অনুষ্ঠান উপলক্ষে কোনো পূজাৰ ব্যৱস্থা কৰা নহয়। তলত কেইটিমান গীতৰ নমুনা উল্লেখ কৰা হ'ল।

পোনতে গৃহস্থৰ নঙলামুখত গায়—

"ওলাওৰে গিৰিঘৰ,
ছাতি পোহৰ দিযা,
আমাৰ ভালুক নাচন দে
কোমৰ হেলান দিয়া।"

গীত গাই গাই সিহঁতে পৰিচয় দিয়ে—

"তেতেলিৰে গুটিনা
ভীম কলৰ গুটি
চিনে না নিচিনে
ঠেকাছু গায়া গুটি।"

গৃহস্থক ব্যংগ কৰি গায়—

"কলপাত ঝিলি লিউ
ৰাতি কুকুৰ ভুকে
ছাওয়া নাই ছোট নাই
প্ৰাণ ফাটি থাকে।"

ভিক্ষা নিদিয়া যেন পালে গৃহস্থক নিন্দা কৰি গায়—

"বাঙাল পণ্টাত আছেৰে ভাই
বৰ ইংকৰা,
এই গিৰি মানুষটা
বৰ চিপিৰা।"

গৃহস্থই ভিক্ষা দিয়া যেন পালে গায়—

"কাঁঠলৰে মুচিৰে ভাই
কাঁঠলৰে মুচি,

ভাল কৰিয়া ভিক্ষা দিবি
আমি যাং গুচি।”

ভিক্ষা লৈ যোৱাৰ সময়ত ৰসপূৰ্ণ ভংগীৰে গায়—

“নদী কোলাত উৰিয়া যায়
বগা বগিলা।
ভালুক নাচন চাই যদি
আয় গধুলা। ইত্যাদি।”

ইয়াৰ উপৰিও আন বহুতো ৰং-ৰগৰৰ গীত গায়—

হে, হে— শিমলা গুৰিতে বাঘ গুজৰে,
আমাৰ ভালুক নাচিচে, ধুলা উজৰে।
হে, হে— তোৰ বাৰীৰ আদা, না মোৰ বাৰীৰ আদা,
তোৰ বাপে আদা খাইছে, মোকে বোলে দাদা,
হে, হে— তোৰ বাৰীৰ বাশ না মোৰ বাৰীৰ বাশ,
বাশে বাশে ঠেকা লাগে, আৰো ছয় মাস।

ওপৰত বিৱৰণ দিয়া গীতসমূহৰ উপৰিও বিশেষকৈ অসমীয়া ভাষী ৰাভা সমাজৰ মাজত ভাৰী গান, মাৰে গান, বেনা গান, পদ্ম পুৰাণ আদি নাটকীয় আৰু অৰ্ধ-নাটকীয় অনুষ্ঠানৰ গীত, বিয়াৰ গীত আৰু ল'ৰা-ছোৱালীৰ খেল-ধেমালিৰ বিবিধ গীতকে ধৰি আন ভালেমান গীতৰ প্ৰচলন আছে। কিন্তু এইবোৰ অকল ৰাভা সমাজৰ সুকীয়া সমল নহৈ সংশ্লিষ্ট অঞ্চলৰ উমৈহতীয়া সাংস্কৃতিক পৰম্পৰাৰ সমল বুলি ইয়াত সন্নিবিষ্ট নহ'ল। বীৰেন্দ্ৰ নাথ দত্ত সম্পাদিত 'চিফুং-গুংগাং' নামৰ সংকলনত সন্নিবিষ্ট লেখকৰ 'ৰাভা লোকগীত' নামৰ প্ৰবন্ধত এই বিষয়ে বিস্তৃত উদাহৰণ সহ ব্যাখ্যা আগবঢ়োৱা হৈছে।

* * *

## ষষ্ঠ অধ্যায়

# ভাষাৰ স্বৰূপ

মানুহৰ ভাব প্ৰকাশৰ বাহন হৈছে ভাষা। ভাষা সংস্কৃতিৰ এটা অংগ। ভাষা জীযাই নেথাকিলে এটা জাতিৰ সংস্কৃতি জীযাই থাকিব নোৱাৰে। সকলো যুগৰ বাবেই ভাষা সংস্কৃতি এটা জাতিৰ মেৰুদণ্ড স্বৰূপ হৈ আহিছে। ভাষাৰ মাধ্যমেৰেহে পাৰস্পৰিক ভাবৰ আদান প্ৰদান কৰিব পাৰে। 'তিব্বতো-বাৰ্মী' ভাষা গোষ্ঠীৰ 'অসম-বৰ্মী' শাখাৰ লগত ৰাভাসকলৰ ভাষাক অন্তৰ্ভুক্ত কৰিব পাৰি। এই ভাষাৰ গৱেষণাৰ যথেষ্ট থল আছে। এই ভাষাৰ বিজ্ঞানসন্মতভাৱে গৱেষণা নহ'লেও ই যে ব্যাকৰণসন্মত ই নিশ্চিত। এই ভাষাই বিশেষ্য, বিশেষণ, সৰ্বনাম, ক্ৰিয়া, অব্যয, শব্দৰূপ, ধাতুৰূপ প্ৰত্যযাদি নিযম মানি চলে। এই ভাষাত খণ্ডবাক্য জতুৱা ঠাঁচ আদিৰো প্ৰকাশ ভংগী আছে। ই অসমৰ কোনো জনজাতিৰেই অপভ্ৰংশিত ভাষা নহয। অৱশ্যে সিবিলাকৰ সৈতে কিছুমান শব্দ সম্ভাৰৰ সাদৃশ্যহে দেখা যায। এই ভাষাৰ নিজস্বতা আছে, কিন্তু গৱেষণা আৰু অনুশীলনৰ অভাবত বিস্মৃতিৰ গৰ্ভত লুপ্তপ্ৰায। গতিকে, এই ভাষাৰ পুনৰ উদ্ধাৰ আৰু সংৰক্ষণৰ নিতান্তই আৱশ্যক। তেতিযাহে ৰাভা জনজাতিৰ ভাষা-সংস্কৃতিৰ নিৰাপত্তা হ'ব। ৰাভা ভাষাই যে ব্যাকৰণৰ নিযম মানি চলে তাৰেই কেইটিমান নিযম চমুকৈ আলোচনা কৰা হ'ল।

## সংজ্ঞা (মুংপি'দা)

ৰাভা ভাষাৰ সংজ্ঞাৰ ভেদ অসমীযা ভাষাৰ দৰেই।

## বচন (ৰাওজ্ৰং)

ৰাভাত সাধাৰণতে একবচনৰ পৰা বহুবচনলৈ শব্দ গঠন কৰিবলৈ হ'লে মানুহ আৰু তাৰ সম্বন্ধবাচক শব্দৰ পিছত 'তা/ৰং' প্ৰত্যয আৰু কোনো সাৰ্বনামিক শব্দ, দেৱ-দেৱী, ভূত-প্ৰেত, ইতৰ প্ৰাণী আৰু পদাৰ্থৰ নামৰ পিছত 'বিজান' প্ৰত্যয যোগ কৰা হয়। যেনে—

| **একবচন (ৰাওজ্ৰছা)** | **বহুবচন (ৰাওজ্ৰংপাং)** |
|---|---|
| কায় (মানুহ) | কায-তাং (মানুহবিলাক) |
| মুছা (পুৰুষ) | মুছা-তাং (পুৰুষসকল |

| | |
|---|---|
| মিচা (মহিলা) | মিচা-তাং (মহিলাসকল) |
| বিবি (বাইদেউ) | বিবি-ৰং (বাইদেউসকল) |
| বায় (দেৱতা) | বায়-বিজান (দেৱতাবিলাক) |
| মাছু (গৰু) | মাছু-বিজান (গৰুবিলাক) |
| কি (কুকুৰ) | কি-বিজান (কুকুৰবিলাক) |
| নোক্ (ঘৰ) | নোক্-বিজান (ঘৰবিলাক) |
| পান (গছ) | পান-বিজান (গছবোৰ) ইত্যাদি। |

## লিংগ (ৰাওৰিছি)

ৰাভাত বেলেগ বেলেগ শব্দৰ দ্বাৰা সম্বন্ধবাচক শব্দবোৰৰ লিংগ নিৰ্ণয় কৰা হয়। লিংগ ৪টা। যেনে— (১) মুছা ৰাওৰিছি (পুংলিংগ) (২) মিচা ৰাওৰিছি (স্ত্রীলিংগ) (৩) চান্দা ৰাওৰিছি (ক্লীৱলিংগ) (৪) জোৰা ৰাওৰিছি (উভয়লিংগ)। যেনে—

(১) **মুছা ৰাওৰিছি :** বাবা (দেউতা), ফাজং (জেঠা), গাবুৰ (ডেকা), মুছা (মতা মানুহ), লাৰা (বৰলা) আদি।

(২) **মিছা ৰাওৰিছি :** আয়া (মা), মাজং (জেঠী), ধৰায় (গাভৰু), মিচা (তিৰোতা), লাৰী (বিধবা) আদি।

(৩) **চান্দা ৰাওৰিছি :** কাৰায় (কেৰাহী), খোক্দুৰ (খালৈ), তাছিকম (আঙঠি), হাম্পা (কপাহ) আদি।

(৪) **জোৰ ৰাওৰিছি :** কায় (মানুহ), ছাব্রা (পোৱালী), হাংছি (হাঁহ), তো (কুকুৰা) আদি।

**মন কৰিবলগীয়া :** কিছুমান উভয়লিংগ শব্দত গগো, মাবা, মাজু, বুদা, জিব্রা, মুছা, মিচা, পিছাক আদি উপসৰ্গ আৰু প্ৰত্যয় যোগ কৰি পুংলিংগ আৰু স্ত্রীলিংগ শব্দ গঠন কৰা হয়। যেনে :—

| পুংলিংগ (মুছা ৰাওৰিছি) | স্ত্রীলিংগ (মিচা ৰাওৰিছি) |
|---|---|
| তো-গগো (মতা ডেকেৰা/কুকুৰা) | তো-মাজু (মাইকী কুকুৰা) |
| হাংছিং-মাবা (মতা হাঁহ) | হাংছিং-মাজু (মাইকী হাঁহ) |
| মুছা-ছাব্রা (ল'ৰা) | মিচা-ছাব্রা (ছোৱালী) |
| তো-বুদা (মতা কুকুৰা) | তো-জিব্রা (মাইকী কুকুৰা) |
| | তো-পিছাক (ডেকেৰী কুকুৰা) |

## বিশেষণ (মুছাংপিদা)

**ৰাভাতো বিশেষণ ৫ প্ৰকাৰ—**

(১) **গুণবাচক বিশেষণ ঃ** তুণ্ডা (গৰম), চি'কা (ঠাণ্ডা), চুঙা (ডাঙৰ), মু'লা (সৰু), ছু'মা (মিঠা), খিয়া (টেঙা), নেমা (ভাল), নেমচা (বেয়া) আদি।

(২) **সাৰ্বনামিক বিশেষণ ঃ** একায় (এইটো), ওকায় (সৌটো), এ-বিজান (এইবিলাক), ও-বিজান (সৌবোৰ) আদি।

(৩) **সংখ্যাবাচক বিশেষণ ঃ** পি'ইলা (প্ৰথম), আনিংবা/আনিংকায় (দ্বিতীয়), ছাথাবা (দশম), ওৰাবা (অন্তিম), পাঙা (বহুত), তাক্ৰায (ভালেমান) আদি।

(৪) **বিশেষণীয় বিশেষণ ঃ** নেমেন (খুউব), চু'পান (অলপ), জাৰনাম (অতি), গোতায (তেনেই)।

(৫) **ক্ৰিয়াবাচক বিশেষণ ঃ** পাকান খাৰে (অতিকৈ), নেমেখাৰে (ভালকৈ), ভ্ৰিম্ ভ্ৰিম্ (লাহে লাহে), জাদুং জাদুং (মাজে সময়ে), নাথোৰাঙে (অতি সুন্দৰকৈ), জাদাগুং (হঠাৎ), তিমানান (সঁচাকৈ), বি'ক বি'ক (খৰকৈ), তাপ তাপ (সোনকালে), মু'নাং মু'নাং (মনে মনে), এনচেক খাৰে (ইমানকৈ), যেনচেক খাৰে (যিমানকৈ), জিখাৰ জিখাৰ (পিছে পিছে), নুকচা নুকচা (আঁৰে আঁৰে), ছান-ফাৰান (দিনে-ৰাতিয়ে) আদি বহুতো।

## সৰ্বনাম (মুংত্ৰায়পি'দা)

ৰাভাতো সৰ্বনাম ৫ প্ৰকাৰ—

(১) **ব্যক্তিবাচক সৰ্বনাম ঃ** বচন আৰু পুৰুষ অনুযায়ী তলত উল্লেখ কৰা হ'ল।

| পুৰুষ | একবচন | বহুবচন |
|---|---|---|
| ১ম পুৰুষ ঃ | আং (মই) | চিং (আমি) |
| ২য় পুৰুষ ঃ | নাং (তুমি, তই, আপুনি) | নাৰং (তোমালোক, তহঁত, আপোনালোক) |
| ৩য় পুৰুষ ঃ | ও (সি, তেওঁ, তেখেত) | ওৰং (সিহঁত, তেওঁলোক, তেখেতসকল) |

(২) **নিশ্চয়বাচক সৰ্বনাম ঃ** একায় (এইটো), উকায় (সেইটো), ইবিজান (এইবোৰ), উবিজান (সেইবোৰ), ইছি (ইয়াত), উছি (তাত) আদি।

(৩) **অনিশ্চয়বাচক সৰ্বনাম ঃ** কেছা (কিছুমান), চাংবা (কোনোবাই), ছাক্ছাবা (কেও) আদি।

(৪) **প্ৰশ্নবোধক সৰ্বনাম ঃ** চাং (কোন), চাণ্ডি (কাৰ), আতো (কি), আনা (কিয়), আতানা (কেলেই), বিছিনা (ক'লৈ), এনচেক্ (ইমান), বেনচেক (কিমান), বেদো (কেতিয়া), বেকায় (কোনটো) আদি।

(৫) **সম্বন্ধবাচক সৰ্বনাম ঃ** ইনা (ইয়াক), ওনা (তাক), চাঙা (কাক), চাণ্ডি (কাৰ), যানা (যাক), যাও (যিটো) আদি।

# কাৰকত শব্দ-বিভক্তি নিৰ্ণয়

| বিভক্তি (থি'খায়পাক) | কাৰক (খাৰমুদাই) | শব্দ-বিভক্তি |
|---|---|---|
| ১মা বিভক্তি | কৰ্তা কাৰক | আন (য়ান) |
| ২যা বিভক্তি | কৰ্ম কাৰক | ও, না |
| ৩য়া বিভক্তি | কৰণ কাৰক | পাকে |
| ৪ৰ্থী বিভক্তি | সম্প্ৰদান কাৰক | আ, না, নাকে |
| ৫মী বিভক্তি | অপাদান কাৰক | ই পাৰা, নি পাৰা |
| ৬ষ্ঠ বিভক্তি | সম্বন্ধ কাৰক | ই, নি |
| ৭মী বিভক্তি | অধিকৰণ কাৰক | ই, দিগি, কাতাং |

**মন কৰিবলগীয়া ঃ**

১মা বিভক্তিৰ-- 'আন' (য়ান) কোনো কাম বা কথাৰ ওপৰত গুৰুত্ব দিয়া অৰ্থত সকলো পুৰুষ আৰু বচনৰ সংজ্ঞা আৰু সাৰ্বনামিক শব্দত যোগ হয়। সাধাৰণ অৰ্থত কৰ্তাকাৰক যোগ নহয়।

২যা বিভক্তিৰ— 'ও' ব্যক্তিবোধক সাৰ্বনামিক শব্দৰ সকলো পুৰুষ আৰু বচনত যোগ হয়। 'না' ব্যক্তিবোধক, স্থানবাচক, প্ৰাণীবাচক আৰু বস্তুবাচক শব্দত যোগ হয়।

৩যা বিভক্তিৰ— 'পাকে' সংজ্ঞা আৰু সাৰ্বনামিক শব্দৰ সকলো পুৰুষ আৰু বচনত যোগ হয়।

৪ৰ্থী বিভক্তিৰ— 'আ' ব্যক্তিবোধক সৰ্বনামৰ ১ম আৰু ২য় পুৰুষৰ উভয় বচন শব্দত যোগ হয়। 'না' ব্যক্তিবোধক সৰ্বনামৰ ৩য় পুৰুষৰ একবচনত, নিৰ্দিষ্টবাচক সৰ্বনামৰ উভয়বচনৰ শব্দত আৰু সংজ্ঞা শব্দৰ উভয় বচনৰ শব্দত যোগ হয়। 'নাকে' ব্যক্তিবোধক সৰ্বনামৰ তিনিও পুৰুষৰ উভয় বচনত, নিৰ্দিষ্টবাচক সৰ্বনামৰ উভয় বচনত আৰু সংজ্ঞা শব্দৰ উভয় বচনৰ শব্দত যোগ হয়।

৫মী বিভক্তিৰ— 'ই পাৰা' ১ম আৰু ২য় পুৰুষৰ ব্যক্তিবোধক সাৰ্বনামিক শব্দৰ উভয় বচনত ৩য়, পুৰুষৰ বহুবচনত আৰু সংজ্ঞা শব্দৰ উভয় বচনত যোগ হয়। 'নি পাৰা' ৩য় পুৰুষৰ ব্যক্তিবোধক সাৰ্বনামিক শব্দৰ একবচনত, ব্যক্তিবাচক, প্ৰাণীবাচক, বস্তুবাচক আৰু স্থানবাচক শব্দৰ উভয় বচনত যোগ হয়।

৬ষ্ঠী বিভক্তিৰ— 'ই' ১ম আৰু ২য় পুৰুষৰ ব্যক্তিবোধক সাৰ্বনামিক শব্দৰ উভয় বচনত ৩য় পুৰুষত বহুবচনত আৰু সংজ্ঞা শব্দৰ উভয় বচনত যোগ হয়। 'নি' ৩য় পুৰুষৰ সাৰ্বনামিক শব্দৰ একবচনত আৰু সংজ্ঞা শব্দৰ উভয় বচনত যোগ হয়।

৭মী বিভক্তিৰ— 'ই' 'দিগি' প্ৰাণীবাচক, বস্তুবাচক আৰু স্থানবাচক শব্দৰ উভয় বচনত যোগ হয়। 'কাতাং' ব্যক্তিবাচক সাৰ্বনামিক শব্দ আৰু ব্যক্তিবোধক শব্দৰ উভয়

বচনত যোগ হয়।

**বিঃ দ্রঃ—** 'নোক' (ঘৰ), ছোং (গাওঁ) আদি ওকাৰ থকা শব্দৰ ২য়া বিভক্তিৰ পৰা ৬ষ্ঠী বিভক্তিলৈ ৰূপ হওঁতে 'নুকি', 'ছুঙি' আদিৰ দৰে ৰূপ হয়।

# ক্রিয়া (খাৰপি'দা) ঃ কাল (ছি'মাং)

ৰাভাতো ক্রিয়াৰ কেবাপ্রকাৰে ভগাই আলোচনা কৰা হয়। যেনে—সমাপিকা বা অসমাপিকা ক্রিয়া, অকর্মক, সকর্মক বা দ্বিকর্মক (পাঁচনি) ক্রিয়া। সেইদৰে ক্রিয়াৰ মূল অর্থাৎ ধাতুক নামধাতু, ধ্বনাত্মক ধাতু, সংযুক্ত ধাতু ইত্যাদি ধৰণে বিভক্ত কৰা হয়। ৰাভাতো ক্রিয়াৰ কাল তিনিপ্রকাৰ—বর্তমান, ভূত আৰু ভৱিষ্যত কাল। ক্রিয়া বিভক্তি যোগে বিভিন্ন কাল আৰু দশা বুজোৱা হয়। তলত ৰাভাত প্রয়োগ হোৱা ক্রিয়া বিভক্তিৰ চিনবোৰ দেখুউৱা হ'ল—

| কাল | ১ম পুৰুষ | ২য় পুৰুষ | ৩য় পুৰুষ |
|---|---|---|---|
| (১) নিত্য বর্তমান | আ (ৱা, যা) | আ (ৱা, য়া) | আ (ৱা, য়া) |
| (২) স্বৰূপ বর্তমান | তা, এতা | তা, এতা | তা, এতা |
| (৩) স্বৰূপ ভূত | জো, জোক | জো, জোক | জো, জোক |
| (৪) অপূর্ণ ভূত | নাতামু'ন | নাতামু'ন | নাতামু'ন |
| | আতামু'ন | আতামু'ন | আতামু'ন |
| (৫) পূর্ণ ভূত | বামু'ন | বামু'ন | বামু'ন |
| (৬) সম্ভাব্য ভূত | নোমু'ন | নোমু'ন | নোমু'ন |
| | ওমু'ন | ওমু'ন | ওমু'ন |
| (৭) ভৱিষ্যৎ | নো, ও | নো, ও | নো, ও |

**বিশেষ মন কৰিবলগীয়া ঃ—**

(১) কালৰ লগতহে ক্রিয়া বিভক্তিৰ সম্বন্ধ। কাল অনুযায়ী একে ক্রিয়াবিভক্তি সকলো পুৰুষ আৰু বচনত ৰূপ হয়।

(২) মূল ধাতুৱে কেৱল অনুজ্ঞা অর্থত ক্রিয়াৰ ৰূপ পায়।

**তলত কাল অনুযায়ী ধাতুত ক্রিয়া বিভক্তিৰ সংযোগ দেখুওৱা হ'ল—**

(১) নিত্য বর্তমান কালত— স্বৰান্ত ধাতুৰ বাহিৰে সকলো ধাতুতে 'আ' ক্রিয়া বিভক্তি যোগ হয়। স্বৰান্ত ধাতুত সন্ধি হৈ-আ-ৰ পৰিবর্তে 'য়া' বা 'ৱা' হয়।যেনে—

(ক) আং ৰিবা আ। (মই আহোঁ)

(খ) ও মিনিয়া। ( সি হাঁহে)

(গ) নাং নুৱা। (তুমি বহা)

(২) স্বৰূপ বৰ্তমান কালত— 'ই' কাৰান্ত ধাতু যোগে 'তা' আৰু অন্য কাৰান্ত ধাতুবোৰত 'এতা' ক্ৰিয়া বিভক্তি যোগ হয়। যেনে—
(ক) ওৰং কানিতা। (সিহঁতে কৈছে)
(খ) চিং কামি খাৰেতা। (আমি কাম কৰিছোঁ)

(৩) স্বৰূপ ভূত কালত— 'জো' ক্ৰিয়া বিভক্তি সাধাৰণ অৰ্থত আৰু 'জোক' ক্ৰিয়া বিভক্তি গুৰুত্ব বা জোৰ দিয়া অৰ্থত যোগ হয়। যেনে—
(ক) মাধৱ ৰেংজো। (মাধৱ গ'ল)
(খ) ওৰং ৰিবাজোক। (সিহঁত আহিলেই)

(৪) অপূৰ্ণ ভূত কালত— সাধাৰণতঃ স্বৰান্ত আৰু ব্যঞ্জনান্ত ধাতুত 'নাতামু'ন' ক্ৰিয়া বিভক্তি যোগ হয়। কিন্তু নাসিকান্তৰ (ঙ, ন, ম) সকলো ধ্বনিৰ ধাতুত 'আতামু'ন' ক্ৰিয়া বিভক্তি যোগ হয়। যেনে—
(ক) চিং মায় ছানাতামু'ন। (আমি ভাত খাই আছিলোঁ)
(খ) ওৰং ৰেঙাতামু'ন। (সিহঁত গৈ আছিল)

(৫) পূৰ্ণ ভূত কালত অৰ্থাৎ তাহানিতেই কামটো সম্পূৰ্ণ হৈছিল এনে অথৰ্ত 'বামু'ন' ক্ৰিয়া বিভক্তি যোগ হয়। যেনে—
(ক) নাং ছাবামু'ন। (তুমি খাইছিলা)
(খ) ও কামি খাৰবামু'ন। (সিহঁতে কাম কৰিছিল)

(৬) সম্ভাব্য ভূত কালত— 'নোমু'ন' ক্ৰিয়া বিভক্তি স্বৰান্ত আৰু ব্যঞ্জনান্ত ধাতুত যোগ হয় আৰু 'ওমু'ন' ক্ৰিয়া বিভক্তি সকলো নাসিকান্ত ধ্বনিৰ ধাতুত যোগ হয়। যেনে—
(ক) থোপে ফু'ছানোমু'ন। (থোপে নাচিলহেঁতেন)
(খ) নেচে ক্ৰাঙোমু'ন। (নেচে ফুৰিলহেঁতেন)

(৬) ভৱিষ্যত কালত— 'নো' ক্ৰিয়া বিভক্তি স্বৰান্ত আৰু ব্যঞ্জনান্ত ধাতুত যোগ হয় আৰু 'ও' ক্ৰিয়া বিভক্তি নাসিকান্তৰ সকলো ধ্বনিৰ ধাতুত যোগ হয়। যেনে—
(ক) ওৰং কাথা কানিনো। (সিহঁতে কথা ক'ব)
(খ) চিং চাহা ৰু'ঙো। (আমি চাহ খাম)

অনুশীলনৰ বাবে কেইটিমান ক্ৰিয়াৰ ধাতু উল্লেখ .কৰা হ'ল।

(১) **ব্যঞ্জনান্ত ধাতু ঃ**— খাপ্ (কান্দ), ফাৰ্ (বেচ্), নুক্ (দেখ), পুৰ্ (উৰ), তুনুক্ (দেখ), দি'গাপ্ (আৰম্ভ কৰ). তেপ্ (কথা ক), কি'ৰ (ভয় খা), খাৰ্ (কৰ্), পাপ্ (কোব মাৰ), মেন্দেক্ (জিৰণি ল), মুকবাৰ (মৰম কৰ), ফয় (আহ্) আদি।

(২) **নাসিকান্ত ধাতু ঃ**— বু'ং (শী), তং (থাক), দং (হ), তুং (গৰম কৰ), ৰেং (যা), পুং (পূৰ্ণ কৰ). থেং (ৰাখি থ), ক্ৰাং (ভ্ৰমণ কৰ), দুং (উঠ), খেং (জী উঠ),

গ্ৰং (হাউলি পৰ), গং (সম্মত হ), তুং (ৰ'দ দি), চুং (ডাঙৰ হ), চাং (হ), ছি'ং (সোধ-পোছ কৰ), নুং (ইচ্ছা কৰ), খুতুম (চুমা খা), বোম (সাঁতোৰ মাৰ), নেন কান (কাপোৰ পিন্ধ), খান্ (কাট), তাম্ (কোব মাৰ), মান (পা), গি'ন (ধো), ৰি'ম্ (ধৰ), বি'ন্ (গুড়ি কৰ) আদি।

(৩) **আকাৰন্ত ধাতু** ঃ— ৰিবা (আহ), ফু'ছা (নাচ), ছা (খা), ৰা (ল), খি'ছা (খুওৱা), দাগা (সৰি পৰ), প্ৰা (ওপজ), পাম (কোলাত ল), থা (বলি দে), মাছা (খাবলৈ পা), ৰাবা (আন), তা (স্পৰ্শ কৰ), বোখা (পেট ভৰ) আদি।

(৪) **ইকাৰান্ত ধাতু** ঃ— মিনি (হাঁহ), জি (শৌচ কৰ) ছি (মৃত্যু হ), মানি (সন্মত হ), কি (বাগৰি পৰ), ছিকি (শিক্ষা ল), প্ৰি (পূৰঠ হ), বুখি (ভোক লাগ), ওৰ্গি (প্ৰাৰ্থনা কৰ), তিকি (পেলাই দে), নাছি (মৰম কৰ), পুছি (পালন কৰ), ৰিনজি (নিন্দা কৰ), দিবি (ভাঙি দে) আদি।

(৫) **উকাৰন্ত ধাতু** ঃ— ৰাখু (দে), চু (টোপোলা বান্ধ), ছু (খোচ মাৰ), তুপু (মাটিত পোত), নু (বহ), ৰুছু (প্ৰস্ৰাব কৰ) আদি।

(৬) **ওকাৰন্ত ধাতু** ঃ— প্ৰাও (মাত), ছো (পুৰি দে) তমো (নুমাই দে জুইৰ ক্ষেত্ৰত), তমো (লৰাই দে), মেখো (চুৰ কৰ), খো (পানী তোল), দগো (উদয হ, জাগ্ৰত হ) আদি।

## অসমাপিকা ক্ৰিয়া ফেচাবা (খাৰপি'দা)

অসমাপিকা ক্ৰিয়া ৰাভা ভাষাত গঠন কাৰিবলৈ হ'লে ক্ৰিয়াৰ ধাতুৰ পিছত 'এ' প্ৰত্যয় যোগ কৰা কৰা হয। তলত কেইটিমান অসমাপিকা ক্ৰিয়াৰ উদাহৰণ দিয়া হ'ল।

√ ৰেং (যা) + এ = **ৰেঙে** (গৈ)
√ মিনি (হাঁহ) + এ = মিনিযে/মিনি (হাঁহি)
√ খাপ্ (কান্দ) + এ = খাপে (কান্দি)
√ ৰিবা (আহ) + এ = ৰিবায়ে/ৰিবায (আহি)
√ ফু'ছা (নাচ) + এ = ফু'ছায়ে/ফুছায (নাচি) আদি।

## তুমুনন্ত (খাৰজতায়)

ৰাভা ভাষাত তুমুনন্ত গঠন কৰিবলৈ হ'লে ক্ৰিয়াৰ ধাতুত 'না' প্ৰত্যয় যোগ দিব লাগে। তলত ইয়াৰ উদাহৰণ দিয়া হ'ল।

**√ ছা (খা) + ন = ছানা (খাবলৈ)**
**√ পুৰ্ (উৰ) + ন = পুৰনা (উৰিবলৈ)**

√ ৰাখু (দি) + ন = ৰাখুনা (দিবলৈ)
√ ৰিবা (আহ্) + ন = ৰিবানা (আহিবলৈ) আদি।

## কৃৎ প্ৰত্যয় (পাকজিৱা)

(১) **কায়**— (ক) কৃদন্ত বিশেষণ গঢ়িবলৈ 'কায়' প্ৰত্যয় যোগ কৰা হয়। যেনে— নেমকায় (ভাল), চিথোকায় (গুৰুনি), নাথোকায় (শুৱলা), তুংকায় (গৰম) আদি।
(খ) ভাৱবাচক বা ক্ৰিয়াবাচক বিশেষ্য গঢ়িবলৈ 'কায়' প্ৰত্যয় যোগ কৰা হয়। যেনে— কান্কায় (পিন্ধন), ছাকায় (খাৱন), ফু'ছাকায় (নাচন) আদি।
(গ) ধাতুৰ লগত সম্বন্ধিত বস্তু বা কাৰ্য বুজাবলৈ 'কায়' প্ৰত্যয় যোগ কৰা হয়। যেনে— নিংগিকায় (ভাগৰুৱা), তামকায় (বাজনা), ৰি'মকায় (বন্ধন) আদি।
(ঘ) ভাব বাচ্যত— চোংকায় (পাতনি), মোকায় (কঁপনি), লিখিকায় (লিখনি), দিবিকায় (ভাঙনি) আদি।

(২) **ৰাঙা**— বিশেষণীয় বিশেষণ বুজাবলৈ ধাতুৰ পিছত 'ৰাঙা' প্ৰত্যয় যোগ কৰা হয়। যেনে— নাথোৰাঙা (অতি শুৱলা), চিথোৰাঙা (অতি শুৱনি), নেমৰাঙা (বৰ ভাল) আদি।

(৩) **ৰাঙে**— ক্ৰিয়া বিশেষণ গঢ়িবলৈ 'ৰাঙে' প্ৰত্যয় যোগ কৰা হয়। যেনে— নেমৰাঙে (ভালদৰে), নথোৰাঙে (শুৱলাকৈ), নুক্চাৰাঙে (নেদেখাকৈ) আদি।

(৪) **না**— (ক) ভাব বাচ্যত ধাতুৰ পিছত 'না' প্ৰত্যয যোগ কৰা হয় যেনে— ৰেঙা (যাবলৈ), ছানা (খাবলৈ) আদি।
(খ) অসম্পূৰ্ণ ভাব বুজাবলৈ ক্ৰিয়াৰ লগত 'না' প্ৰত্যয় যোগ কৰা হয়। আৰু ইয়াক দ্বিৰুক্তি কৰা হয়। যেনে— মিনিনা মিনিনা (হাহোঁ হাহোঁ), ছিনা ছিনা (মৰোঁ মৰোঁ) আদি।
(গ) উচিত অৰ্থত 'না' প্ৰত্যয়ান্ত কৃদন্ত পদৰ পিছত 'লাগিকায়' যোগ হয়। যেনে— খাৰনা লাগিকায় (কৰিবলগীয়া), চাঙা লাগিকায় (হ'বলগীয়া), চিনা লাগিকায় (চাবলগীয়া)।

(৫) **আন**— (ক) জোৰ দিয়া অৰ্থত সকলোবোৰ কালতে 'আন' প্ৰত্যয় যোগ হয়। যেনে— ৰিবাজোবান (আহিলেই), ৰেঙোবান (যামেই), ছায়েতান (খায়েই আছে)। কিন্তু,
(খ) দ্বিৰুক্তি অৰ্থত শেষৰ ক্ৰিয়াৰ সংযোগী 'আন' প্ৰত্যয় লুপ্ত হয়। যেনে— ৰেঙেতান ৰেঙেতা (গৈ আছে, গৈয়ে আছে) আদি।
(গ) অসম্পূৰ্ণ ভাব অথচ চলি থকা বুজাবলৈ ক্ৰিয়াৰ মূলৰ লগত 'আন' প্ৰত্যয়

যোগ হয় আৰু ই দ্বিত্ব হয়। যেনে— মিনিয়ান মিনিয়ান (হাহোঁতে হাহোঁতে), ছাআন ছাআন (খাওঁতে খাওঁতে), চিয়ান চিয়ান (চাওঁতে চাওঁতে) আদি।

(৬) **বায়**— কোনো এটা ক্ৰিয়া চলি থকা সময়ত আন এটি ক্ৰিয়া সংঘটিত হ'লে চলি থকা আগৰ ক্ৰিয়াৰ ধাতুৰ পিছত 'বায়' প্ৰত্যয় যোগ হয়। যেনে— ছাবায় (খাওঁতে), খেৰ্বায (খেলোঁতে), ববাযবায় (কথা পাতোঁতে) আদি।

(৭) **বাতাং**— সকলো ধাতুৰ পিছত কৰ্তৃবাচ্যত 'বাতাং' প্ৰত্যয় যোগ হয়। যেনে— ছাবাতাং (খাওঁতা খাইতী), ত্ৰি'ংবাতাং (শিকোঁতা, শিকঁতী) আদি।

(৮) **ব্ৰাউ**— স্বভাব অৰ্থ বা অভ্যস্ত বুজাবলৈ ধাতুৰ পিছত 'ব্ৰাউ' প্ৰত্যয় যোগ কৰা হয়। যেনে— খাপ্‌ব্ৰাউ (কান্দুৰা), জিব্ৰাউ (হাগুৰা), ৰুছুব্ৰাউ ( মুতুৰা) আদি।

(৯) **গি'ৰ/ব্ৰক**— যিয়ে ক্ৰিযাৰ কামটো কৰে তাৰ অৰ্থত **বিশেষ্য বিশেষণ** গঢিবলৈ 'গি'ৰ' আৰু 'ব্ৰক' প্ৰত্যয় ধাতুৰ পিছত যোগ কৰা হয। যেনে— ত্ৰি'ংগিৰ (ছাত্ৰ), কি'ত্ৰি'ংগিৰ (শিক্ষক), ছি'ংগিৰ (প্ৰশ্নকৰ্তা), চিব্ৰক (দৰ্শক), খাৰব্ৰক (কাৰ্যবাহী), প্ৰিব্ৰক (গ্ৰাহক), ছাব্ৰক (ভক্ষক) আদি।

(১০) **দাম**— য'ত কৰা হয় বা কাৰ্যকৰণৰ স্থান অৰ্থত 'দাম' প্ৰত্যয যোগ কৰা হয। যেনে— ত্ৰি'ংদাম (বিদ্যালয়), খাৰদাম (কাৰ্যালয়), ফাৰ্‌দাম (দোকান), প্ৰাদাম (জন্মভূমি), খেৰদাম (খেল পথাৰ), ফু'ছাদাম (ৰংগমঞ্চ) আদি।

(১১) **খ্ৰোক, গ্ৰাক**— পাৰ্গত বা অভ্যস্ত **অৰ্থত** 'খ্ৰোক' আৰু 'গ্ৰাক' প্ৰত্যয় যোগ কৰা হয়। যেনে— নাছিখ্ৰোক (মৰমিয়াল), মাদুখ্ৰোক (কৃপণ), দ্ৰাখ্ৰোক (মিছলীয়া), জাছাখ্ৰোক (টুটকীয়া), মেখোয়গ্ৰাক (চোৰ),- ঠগায়গ্ৰাক (প্ৰবঞ্চক) আদি।

(১২) **দং/দংবে**— এটা ক্ৰিয়া সম্পন্ন হোৱাৰ ওপৰতে আন এটা ক্ৰিয়া সম্পন্ন হোৱা বুজাবলৈ আগৰ ক্ৰিয়াৰ ধাতুত 'দং/দংবে' প্ৰত্যয যোগ হয়। যেনে— ও নুকিনা ৰিব্ৰাদংবে আং ৰেঙো (সি ঘৰলৈ আহিলে মই যাম), ৰংদংবে ৰাং (নিলে নিয়ক) আদি।

(১৩) **দঙান**— এটা ক্ৰিয়াৰ শেষত আন এটা ক্ৰিয়াৰ ধাতুত 'দঙান' প্ৰত্যয় যোগ হয়। যেনে— ৰাংছাং দাগোদঙান, ছি'খামকায় জাৰ্‌জো (সূৰ্য উদয় হ'লত, জাৰ পলাল), ৰাং-ফাদঙান চাক্‌পিৰি নাৰিজো (বৰষুণ দিলত, কুঁহিপাত মেলিলে) আদি।

## তদ্ধিত প্ৰত্যয় (পাকগ্ৰা)

কেতবোৰ তদ্ধিত প্ৰত্যয় তলত উল্লেখ কৰা হ'ল।

(১) আছে, পাকৈত বা অভ্যস্ত অৰ্থত তলৰ প্ৰত্যয়বোৰ ব্যৱহাৰ কৰা হয়। যেনে— (ক) **ব্ৰাউ**— খুমেনব্ৰাউ (ডঠীয়া), জিমেন ব্ৰাউ (নেজাল), মেনব্ৰাউ (নোমাল), ছিব্ৰাউ (তেজাল) আদি।

(খ) **মুংৰা**— ৰাওমুংৰা (ৰাগীয়াল), ৰোগমুংৰা (ৰুগীয়া) আদি।

(গ) **বাদি**— ৰাছংবাদি (অহংকাৰী), বৰাতবাদি (ভাগ্যবান), ফেন্নতেংবাদি (বিদ্রোহী), পেংতামবাদী (অভিমানী) আদি।

(ঘ) **আওলা**— বিদ্যা আওলা (বিদ্বান), বুদ্ধি আওলা (বুদ্ধিমান) জ্ঞান আওলা (জ্ঞানী) আদি।

(ঙ) **উৰা**— লাজুৰা (লাজকুৰীয়া), ভুলুৰা (মিছলীয়া), ছালুৰা (হাস্যৰসিক), গাণ্টুৰা (তাৰ্কিক) আদি।

(চ) **দাৰী/দাৰীয়া**— ছিয়ানদাৰী/দাৰীয়া (টেঙৰ), ৰাছংদাৰী/দাৰীয়া (বাহাদুৰী), তামানদাৰী/দাৰীয়া (আকোঁৰগোজ) আদি।

(ছ) **আ/ঈয়া**— পকৰবুদা/বুদীয়া (চতুৰ), চকোঁবাউদা/বাউদীয়া (মদপী, মাতাল), মিচা ভাউৰা/ভাউৰীয়া (তিৰোতা সেকলা), আগন দালীয়া (আগৰণুৱা), ভাদৰ মাছীয়া (ভাদমহীয়া) আদি।

(২) ব্যৱসায় নাইবা জীৱিকাৰ অৰ্থত তলৰ প্ৰত্যযবোৰ যোগ হয়।

(ক) **ফাং**— চায়ফাং (গায়ক), তি'মাফাং (মংগল চোৱা ব্যক্তি), গুৰুফাং (পুৰোহিত), বায়ফাং (দেউৰী), পালাফাং (অভিনেতা), গাঞ্জিফাং (শিপিনী) আদি।

(খ) **চোক**— চায়চোক (কবি), পালাচোক (নাট্যকাৰ), ফাচোক (বিজ্ঞানী), ছুনচোক (দাৰ্শনিক) আদি।

(গ) **গিৰি**— কায়গিৰি (গৰাকী), চায়গিৰি (গীতিকাৰ), ৰাওগিৰি (সাহিত্যিক, পাৰদামগিৰি (মালী), খামগিৰি (ঢুলীয়া), ৰুংগিৰি (নাৱৰীয়া) আদি।

(৩) **চাক্**— য'ত লিপিবদ্ধ কৰি ৰখা হয়, তেনে অৰ্থ বুজাবলৈ শব্দৰ পিছত 'চাক' প্ৰত্যয় যোগ হয়। যেনে— চায়চাক (কবিতা), ৰাওচাক (গদ্য), ছুচাক (ৰচনা), চি'কচাক (চিঠি) আদি।

(৪) **দাম (<হাদাম)**— তাত হোৱা অৰ্থত স্থানবাচক বিশেষ্য পদৰ সৃষ্টি কৰিবলৈ 'দাম' প্ৰত্যয় যোগ হয়। যেনে— বায়দাম (দেৱীপীঠ), ছোংদাম (পুৰণি গাওঁ), বাৰদাম (জুহাল), হামপ্ৰেংদাম (খেৰতলী), পাৰদাম (ফুলনি) ইত্যাদি।

(৬) **চি (<চিকা)**— বিস্তৃত বা ব্যাপ্ত অৰ্থত 'চি' প্ৰত্যয় যোগ কৰা হয়। চান্দাচি (জোনালী), ৰাতাচি (ৰ'দালি), বামচি (পিঠাগুৰি), নুকচি (চকুলো), হাপচি (বোকা), ৰাংচি (ৰস) আদি।

(৭) **জি**— শৰীৰৰ অংগ প্ৰত্যংগ বুজোৱা শব্দৰ সৈতে সেই অংগৰ মল' (ময়লা) বুজাবলৈ শব্দটোৰ পিছত 'জি' প্ৰত্যয় যোগ কৰা হয়। যেনে— নুকেন + জি > নুকজি (ফেচকুৰি), ফাকাম + জি > ফাজি (দাঁতৰ মল), মাছু + জি > মাজি

(গোবৰ) আদি। বিশেষ মন কৰিবলগীয়া যে, এইবোৰ প্ৰত্যয় যোগ হওঁতে প্ৰায়বোৰ মূল শব্দৰে তিৰ্যক ৰূপ হয়।

(৮) **মেন**— কোনো অংগৰ নোম বুজাবলৈ এই প্ৰত্যয় যোগ কৰা হয়। যেনে— খুচেম + মেন > খুমেন (গোঁফ), ফাকাম + মেন > ফামেন (দাড়ি), জিখাৰ + মেন > জিমেন আদি।

(৯) **ঈয়া, ইনি**— দিক্, প্ৰকৃতি বা তাত হোৱা বুজাবলৈ এই দুটা প্ৰত্যয় যোগ কৰা হয়। যেনে— পাহামীয়া (পাহাম গাঁৱৰ), হাচুকাৰায়নি > হাচুৰাইনি (পাহাৰীয়া), গ্ৰি'মিনি (বনৰীয়া), ছুঙিনি (গাঁৱলীয়া) আদি।

(১০) **বাকায়**— মৰম অৰ্থত নাইবা গালি পাৰা অৰ্থত বিশেষণৰ লগত 'বাকায' প্ৰত্যয় যোগ হয়। যেনে— ভেব্ৰাবাকায (অজলা), নাছিবাকায (মৰমী) আদি।

(১১) **ব্ৰা**— কেতিয়াবা এই প্ৰত্যয় যোগ হ'লে সম্বন্ধৰ সৰলীকৰণ ঘটে। যেনে— বিবিব্ৰা > বিব্ৰা (বায়েক), বাবাব্ৰা > বাব্ৰা (পিতৃ), বাংবাংব্ৰা > বাংব্ৰা (খুৰায়েক) মমোব্ৰা > মমব্ৰা (ভায়েক), গিমিব্ৰা > গিমব্ৰা আদি। কেতবোৰ শব্দ স্বাভাৱিকতে সম্বন্ধ বাচক। যেনে— জিব্ৰা (মাক), নুছিব্ৰা (খুলশালীয়েক), নেব্ৰা (শহুৰেক), ছুব্ৰা (নাতিয়েক) আদি।

## দৃঢ়তাবাচক প্ৰত্যয় (পাকখি'মখি'ম)

বাক্যৰ সকলোবোৰ পদৰ পিছত আনকি অব্যয় শব্দৰ পিছতো জোৰ বা নিশ্চয়তা ভাব বুজাবলৈ দৃঢ়তাবাচক প্ৰত্যয় যোগ হয়। যেনে—

(১) **আন (ই, এ)**— উ ৰেঙোৱান (তেওঁ যাবই), নাঁঙান ৰেঙেতা (তুমিযে গৈছা), ওৰং ৰেংচান (সিহঁত নাযায়েই) আদি।

(২) **ছে (হে)**— নাংছে ৰেং (তুমিহে যোৱা), গাফুংছে পঢ়ায়নো (কাইলৈহে পঢ়িম) আদি।

(৩) **খাৰে**— আতো খাৰে তেপ্‌মো (কেনেকৈ কম), গাফুংখাৰে ৰেঙো (কাইলৈকে যাম), বেপ্ৰেখাৰে ছিজো (কেনেকৈ মৰিল), হাপয় খাৰে ৰিবা (অথনিকৈ আহিবা) আদি।

(৪) **বে/তু (তো)**— আংতু ৰেঙোয়ান (মইতো যামেই), ৰেঙোনবে/তু (যামেই), চাং তু চাং (কোন নো কোন) আদি।

(৫) **ক (-এই)**— ৰে + জো + ক = ৰেংজোক (গ'লেই)
ছু + জো + ক = ছুজোক (খালেই)

(৬) **ছুয় (নো)**— আংছুয় ৰেঙোঁৱা ৰেংচানো (মইহে যামনে নেযাম), নাংছুয় আতো খাৰেতা (তুমিনো কি কৰিছা) আদি।

## স্বাৰ্থিক প্ৰত্যয় (পাকমাংমাং)

অব্যয় পদৰ বাহিৰে বিভিন্ন পদৰ পিছত কিছুমান চিন বা শব্দাংশ বহি পদটোৰ অৰ্থকে বুজায়। কেতিয়াবা সামান্য জোৰ, অনুৰোধ, আকাংক্ষা, আদেশ আদিও বুজোৱা হয়। এনেবোৰ শব্দ-শব্দাংশ চিনবোৰেই স্বাৰ্থিক প্ৰত্যয়। যেনে—

(১) **এ/ই**—বিভিন্ন কাল বুজাবলৈ ব্যৱহাৰ হোৱা সকলোবোৰ ক্ৰিয়া বিভক্তিৰ আগত 'এ/ই' বিভক্তি যোগ কৰি অসমীয়া ভাষাৰ 'গৈ', 'হি' অৰ্থ প্ৰকাশ হয়। যেনে— ছক্ (গৈ পা) + এ + বামুন > ছকেবামু'ন (গৈ পাইছিলগৈ) আদি।

(২) **নাজো**— কোনো ক্ৰিয়া অলপ পিছতে হ'ব, তাৰ অৰ্থ বুজাবলৈ 'নাজো' প্ৰত্যয় যোগ কৰা হয়। যেনে— ৰাং ফানাজো (বৰষুণ পৰিবহি), চিং ৰেঙাজো (আমি যাওঁ আৰু) আদি।

(৩) **জোনো**— কামটো সম্পূৰ্ণ হোৱাৰ সম্ভাৱনা থাকিলে 'জোনো' যোগ হয়। যেনে— তেচেকানা ৰিবাজোনো (এতিয়ালৈকে আহিছে সম্ভৱ)।

(৪) অনুজ্ঞা বা আশ্চৰ্য প্ৰকাশ কৰিবলৈ তলত দিয়া প্ৰত্যয়বোৰ ব্যৱহাৰ হয়। যেনে— চং-ৰিবাচং (আহকচোন), **ৰে-ৰাবাৰে** (আনাহে), **না-ৰিবানা** (আঁহাচোন), **নাজো দয়**— ৰিবানাজো/দয় (আহিৱাদেই), জা-দুখুন/নাংজা/দুখুন ৰেঙাতান (তুমি দেখোন গৈছিলাই), **নাকানি**— ৰিবাচাজো নাকনি (নাহিল পাই) আদি।

(৫) সঠিকতা বুজাবলৈ হ'লে ব্যৱহাৰ হয়। যেনে—বেঙে মানে/মেনে (গৈ পাই), মিনি মানি (হাঁহি পেলাই) আদি বহুতো।

## নিৰ্দেশাত্মক আৰু অনিৰ্দেশাত্মক প্ৰত্যয় (পাক তুনুকবা/তুনুকচাবা)

ৰাভাত অসমীয়া ভাষাৰ দৰে বস্তু বা প্ৰাণীৰ আকৃতি- প্ৰকৃতি বা লিংগভেদে বিভিন্ন নিৰ্দেশাত্মক প্ৰত্যয় নবহে বা নাই। অৱশ্যে এইবোৰ বস্তু বা প্ৰাণীৰ আকৃতি-প্ৰকৃতি বুজোৱা শব্দ বা শব্দাংশবোৰৰ পিছত 'ছা' (এক) লগ লাগি ই অনিৰ্দেশাত্মক প্ৰত্যয়ৰ দৰেহে অৰ্থ প্ৰকাশ কৰে। যেনে— ছাকছা (এজন), মাংছা (এটা), ফাংছা (এডাল), লাদাছা (এলডা)।

(১) **বে**— নিৰ্দেশাত্মক প্ৰত্যয় হিচাপে সংজ্ঞা, সৰ্বনাম, বিশেষণ ক্ৰিয়া আনকি অব্যয় শব্দৰ লগতো লগ লাগিব পাৰে। যেনে— মাছুবে ছিজো (গৰুটো মৰিল), কায়বে নেমচা (মানুহজন বেয়া), ৰামবে নেমা (ৰাম ভাল), আংবে আমে (ময়ো), ওৰাংবে (তেওঁলোকে) আদি।

(২) **ছা/নিং/থাম**— বস্তুৰ বা প্ৰাণীৰ আকৃতি-প্ৰকৃতি, সমূহবাচক শব্দৰ লগত 'ছা' যোগ হয়। তদ্ৰূপ— নিং, থাম যোগ কৰিও একে অৰ্থই বুজোৱা হয়। যেনে— ৰাংগ্ৰেছা (মাহেক), বি'ছাৰছা (বছৰেক), মাঙানিং (দুটা), মাঙথাম (তিনিটা) আদি।

(৩) কেতিযাবা প্ৰত্যয়ৰ লগত '**চাক**' যোগ কৰিও অনিৰ্দেশাত্মক প্ৰত্যয গঠন কৰা হয। যেনে— ছাকছাচাক (এজনমান), তাক্ৰাযচাক (ভালেমান), চু'পানচাক (অলপমান), ৰাংগ্ৰেছাচাক (এমাহমান), মেথামচাক দৰায (তিনিজনীমান গাভৰু) আদি।

(৪) কেতিযাবা দুটা একেধৰণৰ ভিন্ন সংখ্যাবাচক অনিৰ্দিষ্টতা বাচক শব্দ লগ লাগি বাক্যৰ সঠিকতা নোহোৱা বুজায। যেনে— ছাকছা-কামিং (এজন-দুজন), ছানছা-ছাননিং (এদিন দুদিন), বাচিছা-বাচিআনিং (এসাজ-দুসাজ) আদি।

(৫) বিশেষ বিশেষ সংজ্ঞাৰ লগ' যোগ হোৱা বিশেষ বিশেষ অনিৰ্দিষ্টতাবাচক শব্দাংশ বা প্ৰত্যযবোৰ—

**খুপ** খুপছা মায (এগৰাহ ভাত), **থায** থাযছা হা (এডৰা মাটি), **ফাং** ফাংছা পান (এজোপা গছ), **ছোতা** ছোতাছা খৰো (একোছা চুলি) **থোক**-থোকছা নুকচি (এটোপাল চকুলো) **বুক**-বুকছা মাযৰুং (এমুঠি চাউল) আদি।

অসমীয়া ভাষাৰ ব্যাকৰণত ২০টা উপসৰ্গ পোৱা যায। তদ্ৰূপ ৰাভা ভাষাতো বহুতো উপসৰ্গ আছে। এইবোৰ উপসৰ্গ কোনো ক্ৰিয়াৰ ধাতুৰ আগত যোগ হৈ মূল ধাতুটোৰ অৰ্থৰ সলনি কৰি বেলেগ অৰ্থ প্ৰকাশ কৰে। তলত কেইটিমান উপসৰ্গৰ নাম উল্লেখ কৰা হ'ল।

ক, কি, কু, কে, কু, কি', খ, খি, খি', গি, গ', গি', ঘ, ঘু ঘি',

ত, তি, তু, তে, তি', তু', থ, থি', থি, থু, থে

দি, দু, দ', ধ, ধু, ধি আদি।

অব্যয শব্দ কেইটিমান তলত উল্লেখ কৰা হ'ল।

আৰো (আৰু), অন্‌দংবা (নাইবা), উনান (তথাপি), অনং (কিন্তু), বাদাং (কাৰণে), দংবে (যদি), দংদংবে (হয় যদি), দংচাদংবে (নহয় যদি), দংদংবা (হ'লেও), পাংচা (হয়তো), যাদং (যিহওক), অগদং (তেন্তে) আদি।

(ৰাভা ভাষাৰ বিষয়ে বিতং অৱগতিৰ বাবে দ্ৰষ্টব্য 'ৰাভা ভাষা পৰিষদ' দুধনৈৰ দ্বাৰা পৰিচালিত 'ৰাভা ভাষা' পৰীক্ষাবোৰৰ ব্যাকৰণ সমন্বিতে পাঠ্যপুথিসমূহ)

**দ্ৰষ্টব্য ঃ অসমৰ জনজাতিসকলৰ মাজত পৰস্পৰ ভাষাৰ কিছু শব্দ সম্ভাৰৰ সাদৃশ্য থকাৰ দৰে কোচা ৰাভাৰ ভাষাৰ কিছু শব্দ সম্ভাৰৰ ৰংদানি আৰু মায়তাৰি ৰাভাসকলৰ লগত সাদৃশ্য আছে। থাকিলেও অন্যান্য জনজাতিসকলৰ দৰেই বৈয়াকৰণিক মিল থকা দেখা নেযায়।**

Lingu'stics Survey of India (1903) Vol.III p.102-108-ত G.A. Grierson চাহাবে উল্লেখ কৰিছে—

"I am indebted to the 'Reverend A.F. Stephen' for the following verson of the parable of the prodgial son in the Rangdania dialect. It has evidently been most carefuly translated from a copy in the Bengali character, and the rules of pronounciation are those for pronouncing that language. Thus every 'a' should be pronounced as the 'O' in 'hot'. The only exception is dipthong 'ai' in Hindi like the word 'I'. It will be observed that this system of writing differs slightly from that adopted for the other languages of the 'Bodo' group, in which I have represented the sound of 'O' in 'hot' by 'O'. The pronounciation of the letter 'S' is probably like 'Sh' as in Bengali. In addition to this specimen, I have also received an incomplete list of words from the Deputy Commissioner of Goalpara.

'I am indebted to Mr. 'J.D. Andreson' for the following note on the specimen–

The specimen of Rabha language supplied by the 'Reverend A.F. Stephen' furnishes an intersting link between 'Garo' and 'Boro'. Even one specimen suffices to show that, like those two languages Rabha is a tongue once agglutinative which has become inflexional, under the influence of surrounding Aryan languages. The specimen being a translation from Assamese, has few cases of agglutination but these are same. Thus 'Khăr-dăng' finish doing is the equivalent of the 'Boro'-'Khăm-Zăp, răkhu, go and give corresponds to the 'Boro-hu-hue' of the verbal roots in the specimen more than half can be identified with the corresponding 'Boro roots, as the following list will show–

| **Rabha** | **English** | **Boro** |
|---|---|---|
| **to, tong** | **be** | **dang** |
| **măn** | **get** | **man** |
| **ră** | **give** | **hū** |
| **(The Boro 'h' frequently becomes 'r' in the cognate tongues)** | | |
| **nuk** | **see** | **nu** |
| **rim** | **seize** | **hom** |
| **('h' becomes 'r' as 'hu' above)** | | |

| | | |
|---|---|---|
| ron | divide | rān |
| reng | go | thāng |
| khar | do | khām |

(In Rabhas the words for 'work' seems to be 'Khāmi ')

| | | |
|---|---|---|
| pung | say | bung |
| nung | wish, think | nung |
| sã | eat | zã |
| si | die | thoi |

(This phonetic change is common through out the group)

| | | |
|---|---|---|
| khutãm | kiss | khudum |
| fensã | return | thãng |
| mã | lose | gamã |
| tãm | drum | dãm |
| nã-thim | hear | khnã-song |
| rãbã | bring | lãba |

Some few roots are borrowed from Assamese, as 'charai , feed, 'guni think, singechi' ask, 'sãmjã', entrect

Ribi' come is evidently an agglutinate and the 'ri' is no doubt the 'Garo' 'fi', which represents the Boro 'fai' So, the that in kok that, kill is found in Boro

The 'jai' in jai lung, run is probably the Gãro 'khai' which corresponds to the Boro khãt Fyose, send seems to be derived from fi or fai come and the ose' resembles the Lalung as, give or cause So, Fyose may be made to come Chãng, become is probably as intensitive from of 'Cha' cited above

The leaves nine roots which on the information available can not be identified with Boro roots These are Kāni (say), rubung (gather), depre (squander), māng-sā (arise), bobai (call), rā-sām (keep), nāsi (love), fran (call), and dogo-bā (go out)

The system of conjugation resembles both Boro and Garo Thus the imperative as in Boro is bare uninflected root

The infinitive ends in na as in Garo and resembles the Boro nu. But so far as can be from one specimen, the system of conjugation is less specialised than Garo and corresponds very closely to Boro and Tipārā. Thus, there is conjunctive participle in "e" which exactly parforms the work of the similar Boro participle in ui, and is even used in a reduplicated from to express continuance of action, thus *ribi-e, ribi-ān*

the Boro fai-ue, fai-ui, meaning continuing to come. The past participle in 'be' is aquivalent to the similar Boro participle in 'bā. On the other hand the negative verb in 'ja' is the same as the Garo one. The system of declining nouns is very similar in Rabha and Boro, but the former borrows an ablative in 'para' from the Assamese 'parā'.

Revd. A.F. Stephen চাহাবে ১৯০০ চনতে ৰাভাসকলৰ কথোপকথনৰ ভাষাৰ দীঘলীয়া নমুনা লিখি থৈ গৈছে। তাৰেই কেইটিমান বাক্যৰ নমুনা তলত উল্লেখ কৰা হ'ল—

'Sāk-sā (person one) kāi-ni (man of) kāmi (two) sābrā-mensā (child son) to-jo (were). O-rang-i (them of) mājāri (among) fajang-brā (the youngest) o-ni (his) bābrā-o (father to) kani-jo (said) bābā (father) ji (what) mālmātā (property) āng (I) mān-noyā (will get) o-nā (that) rā-khu (give) āro (and) o (he) o-rang-i (them of) mājāri (among) malmata (property) ron-jo (divided). Koe-din (few-days) chābāni (after) fajangbrā (youngest) dimdāk (all) rubung-e (gathering) jānbāi (distant) sang-i-nā (village towards) reng-jo (went). O (that) hādām-i (place in) o (he) nem-chha (good not) khāmi (work) khār-e (doing) o-ni (his) tākā-o (Rupees/money) deperjo (finished). Aro (and) o (he) dimdāk (all) kharas (expenditure) khār-dong-be (when done) o (that) sang-i (village in) nemspiyān (great) ākāl (famine) chhāng-jo (became) āro (and) o nemspiyān (great) dukh (distress) mān-nā (to get) chang-jo (began).

## ফকৰা-যোজনা (ছুলুক)

- কাম্নিনি কাথা তেপদং খুমেন কয়া— কামৰ কথা ক'লেই দাড়ি কেঁকোৰা-কেঁকুৰি হয়।
- কাবাঙা কাচি ছদং কামণ্ডি কানিনা কিয়া— ওপৰলৈ থু পেলালে নিজৰ গাতে পৰে।
- কাবায় বাংখোপ কামায় হা, চোবেলেকা তেপা আঙা ছা— ওপৰত আকাশ তলত মাটি, ভাতকুৰি তিতাই কয় বোলে মোকে খা।
- কায় ছিয়া তেপে, তো ছিয়া পাননি পাকে— মানুহ মৰে কৈ, পক্ষী মৰে পাখত বৈ।
- কায় খাবদং ছিচো, বায় বাংদং ছিয়া— মানুহে কৰিলে নমৰে, ঈশ্বৰে নিলেহে মৰে।
- কায় নামদং মানচা, বায় বাখুদংহে মানন— মানুহে বিচাৰিলে নাপায়, ঈশ্বৰে দিলেহে পায়।

- কায় আলছিয়া ৰাংছুং চিয়া, মাছু আলছিয়া চিকা ৰুংয়া— এলেহুৱা মানুহে বেলি চায়, এলেহুৱা গৰুৱে পানী খায়।
- কায় ৰাখুদংবো, বায় ৰাখুচা— দাতাই দিলেও বিধাতাই নিদিয়ে।
- কায়বে আতো, কাথাবে পাংয়া— সৰু মানুহে ডাঙৰ কথা কৈ শুনায়।
- কায়নি কান, হানচেংনি বান্দ— মানুহৰ শৰীৰ বালিৰ বান্ধ।
- কায় তেপদং দংচা, বায় তেপদংছে দোৱা— মানুহে ক'লে নহয়, ঈশ্বৰে ক'লেহে হয়।
- কু'ম্বাই চিকা ফুংকায় পুক্প্লাক্চা— ভৰা কলহ কেতিয়াও নাবাজে।
- খেন চুংযা, পি'তাম তংচা— কেঁকোৰাটো ডাঙৰ কিন্তু তেল নাই।
- চবেলেকা কাথা বয়দং নাথামা গংচা— কোৱা কথাকে কৈ থাকিলে ভাল নুশুনি।
- চাং ছাআ চাং গাৰায় মাছাতা— কোনে খায়, কোনে গালি খায়।
- চাংঙি কাথা চাং নাথামা— এজনে দোষ কৰে আনজনে গালি খায়।
- চায় পাকছাচাদংবে মানচালেংকা কুৰ ফাকাতা— গীত গাব নাজানিলে মাছৰোকাৰ ৰচি ছিঙে।
- চিকা বইবায়ছে না মানা— পানী ঘোলা হ'লেহে মাছ পোৱা যায়।
- চিনা নাকে ভোন্তা, চক্কো ৰু'দং চোত্তা— দেখিবলৈ ভোটা, মদ খালে চালাক।
- চেংৰা কালি বিয়া, বুদা চাংদং খিয়া— ডেকা কালতে বিয়া কৰাবা, বুঢ়া হ'লে বাচ পৰিবা।
- চোৰনি মন মেখোবায়— চোৰৰ মন সদায় চুৰ কৰাত।
- ঘাৰাই নুকদং ছুছেং ক্রুগুা— ঘা দেখিলেই মাখি গোট খায়।
- ছুগুননি ছাও দিগি মাছু বুদা ছিচা— শগুণৰ অভিশাপত বুঢ়া গৰু নমৰে।
- ছুছেং ৰুকুণ্ডা ক্রি'ক্চাকায় কায়ান ধৰ্ম সভা খাৰা— মূৰ্খ লোকৰ মুখত ধৰ্মৰ বাণী।
- ছানা ক্রি'কদিংবে মাইকগুান ৰংচু, নুনা ক্রি'কদংবে হায়ান দখম— খাব জানিলে চাউলেই চিৰা, বহিব জানিলে মাটিয়েই পিৰা।
- ছাবায় শুনিচা, জিবায় শুনিয়া— কৰাৰ আগতে চিন্তা নকৰে, কৰিহে পস্তায়।
- ছা-আ খানি, তেপ উনি— ম্লৰ খায় তাবে গুণ গাব লাগে।
- ছাত্রা মানচানিয়ান বাছেক তাকা ছাত্রা মানচাবইয়ান বাছেক তাকা— সন্তান

নৌহওঁতেই বোকোচাৰ কাপোৰ তৈয়াৰ কৰে।

- জানবাইনি হাচু নুকে ৰেঙা লাগিচা— দূৰৰ পাহাৰ দেখি ওচৰলৈ যাব নেলাগে।
- জিথোপ তংচাকায়ান হুতি প্ৰি'না নামা— হাতত নাই কণটো, হাতী কিনিবলৈ মনটো।
- টাকা দংবে মাছা মুকেনান মানা— টকা হ'লে বাঘৰ চকুকে পোৱা যায়।
- টাকা তংদংবা ছুং তংচা— ধন থাকিলেও মন নাই।
- টাকিনা না ভাৰি ছাইয়া নাছান নাছে ধাঙা— গৰৈ মাছলৈ চেপা পাতোঁ, পুঠি মাছহে পাওঁ।
- তানদংবা ছিয়ান দগোচা— কাটিলেও তেজ নোলায়।
- তৰেং ছুকচা বাৰেং ছুকচাকায় কাথা— সপোনৰো অগোচৰ কথা কৈ শুনোৱা।
- তি'কাং ৰাজা ৰেঙা চাবানি যোগাৰ খাৰা ৰাজা ৰেংবা চাবানি যোগাৰ খাৰা— ৰজা যোৱাৰ পিছতহে বৰ আয়োজন।
- তেলেলেংবা তংচা ছিকিবা ভংচা— ধনো নাই বন্ধুও নাই।
- তো খুৰাং বাক খুৰাং নাচাবায়— পশু-পক্ষীৰ মাত নুশুনা ঠাইত।
- তো পাকা ডালায়, কায় চিজামা বাবায়— পক্ষীয়ে বিচাৰে গছৰ ডাল, মানুহে বিচাৰে বাৰায়।
- দু'দাক তোৱান না ছা-আ, মানচালেংকাওছান দোষ মানা— সকলো চৰায়ে মাছ খায়, মাছৰোকা মাত্ৰ দোষ পায়।
- তাথেং তাছি কমে তংদং মায় বোখাচা— হাত সাৰটি থাকিলে পেট নভৰে।
- নুকিনা ৰিবিদং মিচিক পাকে ৰাও— ঘৰলৈ আহিলে ঘৈণীয়েকৰ লগতে খং। নামানচাদং চৰেং পাকে ৰাও— মাছ নাপালে জাকৈৰ লগতে খং কৰে (উৰহৰ খণ্ড ভগা ঢাৰিত জ্বৰা)। অথবা না বোনা ৰেংদং চৰেং পাকে ৰাও, নুকিনা ৰিবিদং ছাওৰা পাকে ৰাও—

## জতুৱা ঠাঁচ/খণ্ডবাক্য (কাথা থেৰক)

- আতো ছানি আতো কাকণ্ডি (এনেয়ে দুৰ্নাম পোৱা) : আতো ছানি আতো কাকণ্ডি কায়নি গাবায় মাছাতা— একো নকৰাকৈয়ে মানুহৰ গালি খাবলগীয়া হয়।
- আলি গছাইনি মায় (একে জাতৰ/সমগোত্ৰীয়) : দু'মদাকান আলি গছাইনি মায়— আটায়ে একে জাতৰ।
- আলি গ্ৰেংচাকায় (অমিল হোৱা) : আলি গ্ৰেংচাকায়ান তেগ্ৰেঙ্গ নামা— অমিল

হোৱাকে মিলাব বিচাৰে।

- আলি প্ৰেংকায় (মিল হোৱা) ঃ আলি প্ৰেংকায়ন তকৈনা নামা— মিল থকাকে অমিল কৰিবলৈ বিচাৰে।
- কাংকা মাকায় (কৰ্মী/কামত লগা) ঃ কাংকা মাকায়ো নামচা, কাংকা মাচাকায়ো নামা— কৰ্মীলোকক নিবিচাৰে নিষ্কৰ্মাকহে বিচাৰে।
- কাংকা মাচাকায় (কামত নলগা/অলাগতিয়াল) ঃ কাংকা মাচাকায়ো নামে আতো মানো— অলাগতিয়াল বস্তুক বিচাৰিলে কি লাভ হ'ব?
- কাংকান বাকেঙান (দেখিব নোৱাৰা/শত্ৰু ভাব) ঃ কামং কামঙি মাজাবি কাংকান বাকেঙান চাংয়া লাগিচা— নিজৰ নিজৰ ভিতৰত শত্ৰু ভাবাপন্ন হ'ব নালাগে।
- কাংছুাং কাৰায় তানকায় (আচুতীয়াকৈ ৰখা) ঃ কাংছুাং কাৰায় তানকায় পাকজা থেঙা লাগিচা— আচুতীয়াকৈ ৰখা বস্তু ছুব নালাগে।
- কাচিফা ধাংচাকায় (কঠুৱা লোক/ডাঠ) ঃ কাচিফা ধাংচাকায় কাইযো বলাইনা লাগিচা— কঠুৱা লোকক একো নোকোৱাই ভাল।
- কান নেমচাকায় (অশৌচ/চুব নোৱাৰা) ঃ কান নেমচাবাপাকে কামি ৰানা লাগিচা— অশৌচ অৱস্থাত কোনো কাম কৰিব নালাগে।
- কান ছাৰকায় (গৰ্ভ খালাচ হোৱা) ঃ হৰিনি মিচিক কান ছাৰজো— হৰিৰ ঘৈণীৰ গৰ্ভ খালাচ হ'ল।
- কান ছাৰচাকায় (অশৌচ/চুব নোৱাৰা) ঃ জুমিলা কান ছাৰচায়তা— জুমিলা চুব নোৱাৰা হৈ আছে।
- কান ৰিকায় (গৰ্ভৱতী হোৱা) ঃ গছামাই কান ৰিতা— গছামাই গৰ্ভৱতী হৈছে।
- কান ৰেংকায় (শুকায় যোৱা/অতি ক্ষীণ) ঃ যদুনি কান ৰেঙেতা— যদু শুকাই যাব ধৰিছে।

  অথবা হৰি গান্দা কান ৰেংকায় কায়ান তংচা— হৰিৰ দৰে অতি ক্ষীণ লোক কোনো নাই।
- কান ৰজোকায় (দুষ্টামি কৰা/কথা নুশুনা/শাস্তি বিচৰা) ঃ কান ৰজোকায় কায়তাংছে কাথা নাথামচা— শাস্তি বিচৰা লোকসকলেহে কথা নুশুনে।
- কান্‌নি টাকা (গা-পণ) ঃ তে গাপ কান্‌নি টাকা ৰানা লাগিচা— আজিকালি গা-পণ ল'ব নালাগে।

- কাপাল ছাৰ্কায় (সৌভাগ্য লাভ হোৱা/ভাগ্যবান) ঃ কাপাল ছাৰ্কায় কায়ছে যাছিমানা উছিয়ান টাকা মানা— ভাগ্যবান লোকেহে য'তে ত'তে টকা পায়।
- কাপাল দুগুকায় (দুখত পৰা/দুৰ্ভগীয়া হোৱা) ঃ কাপাল দুগুদুং কায়নি মিনি মাছাতা— দুখত পৰিলে মানুহৰ হাঁহিয়াতৰ পাত্ৰ হয়।
- কাপাল তংচাকায় (ভাগ্যহীন) ঃ কাপাল তংচাকায় কায় উন্নতি খাৰনা জাংচা— ভাগ্যহীন লোকে উন্নতি কৰিব নোৱাৰে।
- কাপাল নাংকায় (ভাগ্যবান) ঃ কাপাল নাংকায় কায় কায়নি সম্মান মানা— ভাগ্যবান লোকে সকলোৰে সম্মান লাভ কৰে।
- কায় চুংকায় (হাতী/ডাঙৰ লোক) ঃ ৰিজাৰ্ভ দাগায় খেতি খাৰদং গ্ৰি'মিনি কায় চুংকায় মায় ছা-আ— ৰিজাৰ্ভত খেতি কৰিলে জংগলৰ হাতীয়ে ধান খাই শেষ কৰে।

অথবা কায় চুংবাতাঙো ওৰ্গিনা লাগিয়া— ডাঙৰ লোকসকলক ভক্তি কৰিব লাগে।

- কায় চুঙা জি মু'লা (বৰ কৃপণ লোক) ঃ খদলাং কায় চুঙা জি মু'লা— খদলাং বৰ কৃপণ।
- কায় গান্দা তাচাকায় (হেয় জ্ঞান কৰা) ঃ কায়ও কায় গান্দা তাচাদং দুখ মানা লাগিয়া— মানুহক হেয় জ্ঞান কৰিলে নিজে দুখত পৰিবলগীয়া হয়।
- কায় তাচাকায় (হেয় জ্ঞান কৰা/অমানুহ কৰা) ঃ কামংগুি মিবাও কায় তাচাকায় তেবে আতো চাংজো?— নিজৰ স্বামীক হেয় জ্ঞান কৰাজনী এতিয়া কি হ'ল?
- কায় নাংনাং (সম্বলহীন লোক) ঃ বিলাত কায় নাংনাং ছান— বিলাত সম্বলহীন লোক।
- কায় বাকায় (গৰ্ভৱতী হোৱা) ঃ বিয়ানা তি'কাং কায় বাকায় থৰায়ো কায়তাং নেমনুকচা— বিয়াৰ আগতে গৰ্ভ ধাৰণ কৰা গাভৰুক মানুহে ভাল নাপায়।
- কায়না বে বে (মানুহৰ লেখিয়া) ঃ ধনী কায়তাং গৰীব কায়তাঙো কায়না বে বেয়ান তাচা— ধনীলোকসকলে দুখীয়ালোকক মানুহ যেনেই নেদেখে।

(শ্ৰীমণি ৰাভা সম্পাদিত 'ফকৰা-যোঁজনা' আৰু 'জতুৱা ঠাঁচ-বহুৱাক্য' (১৯৯৬) পুথিৰ পৰা উদ্ধৃত কৰা হৈছে। বিতং অধ্যয়নৰ বাবে এই পুথিখনি বিশেষ দ্ৰষ্টব্য।)

* * *



ৰাভাৰ পৰম্পৰাগত মোনা ( জোলোংগা)



ৰাভাৰ কেইপদমান বাদ্যযন্ত্ৰ (ছিংগা, ঝাপকাৰা)



ৰাভাৰ প্ৰাচীন সাজ-পাৰ (ৰামা)



ৰাভাৰ কেইপদমান অংগ ৰাখন সঁজুলি



ৰাভা মহিলাৰ সাজ (কাম্বাং)



ৰাভা মহিলাৰ অলংকাৰ (লবগ চন্দ্ৰহাৰ)



ৰাভাৰ মাছ মৰা সঁজুলি (চেপা)



ৰাভাৰ জাপি (মুম্রি)



ৰাভাৰ খাং (জোপা)

# পৰিশিষ্ট

প্ৰত্যেক জাতিৰেই জীৱনৰ আদিম কালৰেপৰাই কৃষ্টি তথা সংস্কৃতিৰ লগত ওতঃপ্ৰোতভাবে সম্বন্ধ ঘটি আহিছে। তদ্রূপ—অসমৰ জনজাতীয় সমাজৰ লোক-সংস্কৃতিও অসমীয়া কলা-সংস্কৃতিৰ বিকাশৰ ক্ষেত্ৰত বৰঙণি যোগাই আহিছে। আচলতে অসমীয়া কৃষ্টি (সংস্কৃতি) বুলিলে— খাছী, জয়ন্তীয়া, গাৰো, ৰাভা, কছাৰী, লালুং, মিকিৰ, দেউৰী, চুতীয়া, মৰাণ আদি জনজাতিসকলৰ কৃষ্টিকে বুজায়। অসমীয়া জাতি যেনেকৈ কেইবাটাও জাতি-উপজাতিৰ সংমিশ্ৰণ, তেনেকৈ অসমীয়া সংস্কৃতিও বিভিন্ন জাতি -উপজাতিৰ বিভিন্ন কৃষ্টি-সংস্কৃতিৰেই সংমিশ্ৰণ। যদি বিশ্লেষণ কৰি চোৱা যায়—তেনেহলে অসমৰ জন-জাতীয় লোকসকলৰ কৃষ্টি-সংস্কৃতিক বাদ দিলে অসমীয়া সংস্কৃতিৰ একো অস্তিত্ব নাথাকে।

'ৰাভা'ও অসমৰ এটা জনজাতি। অসমৰ আন আন জন-জাতিৰ দৰে এই জন-জাতিৰো সুকীয়া কৃষ্টি-সংস্কৃতি এতিয়াও বিদ্যমান। এই ক্ষেত্ৰত ৰাভা জনজাতিসকলৰ অসমীয়া জন-সংস্কৃতিলৈ বৰঙণি কি? আৰু এই ৰাভাসকলৰ কৃষ্টি-সংস্কৃতিয়ে অসমীয়া জন-সংস্কৃতিলৈ কি বৰঙণি আগবঢ়াব পাৰিছে— সেয়া বৰ্তমান বিশেষভাবে আলোচ্য বিষয় হৈ পৰিছে । এই ৰাভা জাতিটো প্ৰাচীন আদিমবাসী। এই জাতিৰ লিখিত কোনো ইতিহাস নাথাকিলেও— বৰ্তমানলৈকে জীৱন্ত হৈ থকা লোকাচাৰ, লোককৃষ্টি আৰু লোক-সংস্কৃতিয়ে প্ৰমাণ দিব যে, ৰাভা সকলৰ লোক-কৃষ্টি আৰু লোক-সংস্কৃতি কিমান চহকী। অসমৰ আন আন জনজাতিসকলৰ দৰেই এই জাতিৰ লোক-কৃষ্টি আৰু লোক-সংস্কৃতিয়ে স্মৰণাতীত কালৰেপৰা এক বিশিষ্ট ভূমিকা গ্ৰহণ কৰি আহিছে। বিশেষকৈ ৰাভাসকলৰ বিভিন্ন দেৱ-দেৱীৰ পূজা-পাৰ্বণ, নৃত্য গীতসমূহেই তাৰ জ্বলন্ত প্ৰমাণ। এইবোৰ গীতৰ লয়, সুৰ-ছন্দ, নৃত্য-ভঙ্গিমা আৰু বিচিত্ৰ সাজ-পোছাকাদিৰ বৈশিষ্ট্যই সুকীয়া। এই নৃত্য-গীতবোৰৰ স্বকীয়তা আছে। অৱশ্যে এইবোৰ কালৰ গতিত হেৰাই যাবৰ উপক্ৰম হৈছে যদিও, এতিয়াও বহু ৰাভা গাৱঁত এইবোৰৰ প্ৰকৃত ৰূপ প্ৰাঞ্জল হৈ আছে। উদাহৰণ স্বৰূপে—খোক্‌চি বা বায়খো পূজাৰ গীত, দায়-দায়চুৰ গীত, বন্দনা-চন্দনাৰ গীত, নলুৱা-চলুৱাৰ গীত, নিৰমনি-নিৰচনিৰ গীত, হৈ মাৰুৰ গীত, ফাৰকান্তিৰ গীত, তৰাং-কাজিৰ গীত, বিচকৰম-আলিকৰমৰ গীত, অগ্নিপূজাৰ গীত, বাৰমাহী গীত, গৰখীয়া গীত, প্ৰণয়মূলক গীত আদিয়ে প্ৰধান। এই গীতবোৰৰ অধিক সংখ্যকেই পাশ্চাত্য 'বেলাড' (Ballad) শ্ৰেণীৰ লগত তুল্য। এই সকলোবোৰ গীত সংগ্ৰহ হলেহে ৰাভাজাতিৰ প্ৰাচীন ঐতিহ্যপূৰ্ণ এখনি ইতিহাস সংকলন হ'ব, লগতে—অসমীয়া সাহিত্যৰ ভঁৰালো চহকী হ'ব।

তদ্ৰূপ—এই জাতিৰ প্ৰাচীন লোক-সাধু হিচাবে—ম'ৰাচৰাইৰ কাহিনী, কু'স্বাইচুঙৰ কাহিনী, সতী দুম'কৃচিৰ কাহিনী, দোদান-মাৰুক্ষেত্ৰীৰ কাহিনী, থোপে-নেচেৰ কাহিনী, বিচ্‌কৰম-আলিকৰমৰ কাহিনী, খোক্‌চি বা বায়খো পূজাৰ উৎপত্তিৰ কাহিনী, হান্দাৰচি জিমাৰিৰ কাহিনী, নিৰিমনি-নিছিমনিৰ কাহিনী ইত্যাদি বহুতো কাহিনী পৰম্পৰাগত মৌখিক জন-সাধু হিচাবে চলি আহিছে। এইবোৰৰো সম্যক গৱেষণা আৰু সংৰক্ষণৰ ব্যৱস্থা হলে অসমীয়া জাতীয় সাহিত্যই যথেষ্ট অৱদান পাব।

তদুপৰি তুৰাকুণ্ড, তুৰা হকৰ্, দোদানবিল, বাল্‌ফাক্ৰাম, হাতীশিলা, ডবাক্‌খোল, চিপনশিলা, চিলিংগতক পাহাৰ, চিতমাং বা বাইমুং পাহাৰ, দয়নং পাহাৰ, দাৰমাং পাহাৰ, সৰ্প-সুৰঙ্গ, পাৰা-হাচু, বাবাজী পাহাৰ, কন্যাকুচি পাহাৰ, গড়ক্ষ বা গড়-ৰক্ষক পাহাৰ, গ্ৰিংগ্ৰাং পাহাৰ, চিতলমাৰী পাহাৰ, আমজোঙা পাহাৰ, কুম্‌ৰা-কাটা শিল, ছামফাং হাচু, নোকৰনং গাঁৱ, পোৰক্ কোৰা পোতককোৰা পাহাৰ, ৰংদান অঞ্চল, বাৰীগাওঁ পাহাৰ, গোৰ্বৰ্দ্ধন পাহাৰ, দুধনাথ পাহাৰ, আদি ৰাভা জাতিৰ প্ৰাচীন কীৰ্তিচিহ্নবোৰৰ তথ্য উদ্‌ঘাটন কৰিব পাৰিলেহে এই জাতিৰ প্ৰাচীন বীৰত্বব্যঞ্জক ইতিহাস এখন আবিস্কাৰ হব।

তেনেকৈ, দেউৰী পাৰাৰ আইথান, বকোৰ শিৱথান, থেকাচুৰ খেলাৰাম ঠাকুৰ থান, ৰংচাইৰ বুঢ়াবুঢ়ী থান, দামৰাৰ কালীথান ; বগুলামাৰীৰ মাৰাই থান, ৰংজুলী আৰু পাহাৰ তুলীৰ ৰামচন্দ্ৰ থান, টুক্ৰেশ্বৰী পাহাৰৰ দেৱী থান, ধুপধাৰা-শাখাতিৰ মাৰাই থান প্ৰতিষ্ঠা সম্পৰ্কে সম্যক্ গৱেষণা হলে—প্ৰাচীন ৰাভা জাতিৰ ধৰ্মীয় ধাৰাৰ এটি ৰূপ-ৰেখা অঙ্কণ কৰা সম্ভৱপৰ হব।

সাম্প্ৰতিক জন-জীৱনৰ পঁয়া লগা অৱস্থাই ৰাভা জনজাতিৰ জীৱনবোধক পঙ্গু কৰাৰ লগতে এই জাতিৰ লোক-সংস্কৃতিবোৰকো পঙ্গু কৰি তুলিছে। এই নৃত্য-গীতবোৰৰো সমাদৰ ক্ৰমে হ্ৰাস পাই আহিছে। এইবোৰৰ সম্যক গৱেষণা আৰু আশু সংৰক্ষণৰ অত্যাৱশ্যক। অসমৰ জনজাতিবোৰৰ লগতে ৰাভা জনজাতিৰ জনকৃষ্টি আৰু সংস্কৃতিবোৰক আকোঁৱালি লৈ যথোচিত সন্মান দিলেহে বৃহৎ অসমীয়া সংস্কৃতিয়ে পূৰ্ণাঙ্গ ৰূপ পাব। এই বিষয়ৰ উৎকৰ্ষ সাধনত চৰকাৰ, সাহিত্য সভা তথা জাতীয় পৃষ্ঠপোষকসকলৰ পাৰস্পৰিক সহযোগত গভীৰ গৱেষণাৰ ক্ষেত্ৰ আছে।

* * * * *

# গ্রন্থপঞ্জী

## (ক) English Books, papers etc.

**Dalton, E.T.** : Descriptive Ethnology of Bengal, 1872.

**Porter, A.E.** : Census of India, Bengal & Assam, Vol. V, 1933.

**Endle, Rev. S.** : The Kacharis, 1911.

**Allen, B.C.** : Assam District Gazetteer, Goalpara & Garo-Hills, Vol. III, 1903

**Playfar, A.** : The Garos, 1909.

**Barua, K.L.**: Early History of Kamarupa, 1966.

**Gait, E.A.** : Reports on the Census of Assam, Vol. I, pt.II, 1892

**Friend Periera, J.E.**: The Rabhas in Census of Assam, 1911 (Vol. III, pt. I, 1912).

**Martin, M** : Eastern India, Vol. III, 1838

**Kapadia, K.M.** : Marriage and Family in India, Oxford University Press, 1966.

**Ghurye, G.S.** : Caste class and Occupation?

**Iyer, L.K. Ananta Krishna:** The Cochin Tribes and Caste, Vol. II, 1912.

**Enthoven, R.E.** : The Tribes and Castes of Bombay, Vol. III, 1922.

**Thurston, E.** : Castes and Tribes of Southern India, 1909.

**Crooke, W.** : The tribes and Castes of the North-Western Provinces of Oudh, 1896.

**Russel, R.V. and Hiralal** : The Tribes and Castes of the Central Provinces of India, 1916.

**Risely, H.H.** : The Tribes and Castes of Bengal, Vol I, 1892.

**Rivers, W.H.R.**: The Todas, 1906.

**Grierson, G.A.** : Linguistic Survey of India, Vol. III, pt. II, 1903.

**Waddel, L.A.** : The Tribes of Brahmaputra Valley, Vol. LXIX, pt. III, 1900.

**Hamilton, F.** : An Account of Assam, 1940.

**Lyall, C.I., & Stack. E.**: The Mikirs (Edited, arranged and supplemented) 1908.

**Srivastava, L.R.N.** : The Gallongs, 1962.

**Neog, D.** : The Origin and Growth of the Asamiya Language, New Light on the Development of the Asamiya Script, Pre-historic and Historic Assam, 1964.

**Neog, D.** : New light on History of Asamiya Literature, 1962.

**Neog M.** : Presidential Address to the Forty-first Annual Conference, Asam Sahitya Sabha, Mangaldai, published by Asam Sahitya Sabha, 1974.

**Barua, K.L.** : Studies in the Early History of Assam, Compiled and Edited by Maheswar Neog, published by Asam Sahitya Sabha, 1973.

**Das, B.M.** : The Ethnic Affinities of the Rabhas, published by the Gauhati University, 1960.

**Majumdar, D.N.** : The affairs of a Tribe, Lucknow, 1950

**Das, T.C:** The Purums, Calcutta, 1945

**Basu, N.N.** : The Social History of Kamrup, Vol II (?)

**Barkataki, S.** : Tribes of Assam, 1969

**Hodgson, B.H.** : Miscellanous Essays relating to the Indian Subjects, 1880

**Mitra, A.** : District Hand Book, Jalpaiguri Census, 1953

**Das, A.K. and Raha, M.K.** : The Rabhas of West Bengal, Published by Scheduled Castes and Scheduled Tribes Welfare Deptt. Govt. of West Bengal, 1967

**Das, A.K. And Raha M.K.** : West Bengal Tribes through Photograph, published by Scheduled Castes and Scheduled Tribes Welfare Deptt Govt of West Bengal, 1965

**Das, A.K., Roy Chowdhury, B.K., and Raha, M.K.** : Hand Book on Scheduled Castes and Scheduled Tribes of West Bengal, published by the Welfare Deptt Govt of West Bengal, 1966

**Barah, M.I., (tr.):** Baharistan-I-Ghaybi, Vol II, published by The Historical & Antiquarian Studies, Gauhati 1936

**Roy, S.:** Aspect of Padam Minyong Culture, published by The North-East Frontier Agency Administration, Shillong, 1966

**Pegu, N.C.** : The Miris, published by Dasiram Pegu, 1956

**Chaudhury, B.N.:** Some Cultural and Linguistic Aspects of the Garos, published by Lawyer's Book Stall, Gauhati, 1969

**Sinha, K.** : Meghalaya, published by the Indian School Supply Depot, Delhi, 1970

**Jr. Allen & Unwin:** Vaidik Jug (An Assamese Translation of Vedic Age), published by the Assam Academy for Cultural Relations, 1968

**Gait, Edward A.:** A History of Assam, 1926

**Rabha, D.** : Bodo Tribes and Ethnic Affinities of the Rabhas, published in Musuk-Dammai, No 1, quarterly ed B Koch, 1973

**Brahma, M.M.:** The Rabhas and Their Culture in brief, Published in Musuk--Dammai, No 1, quarterly, ed B Koch, 1973

**Bulletins, Vol. VII:** No 1, 2, 3, 4 1968 and

**Vol. VIII** : No 1, 2, 3, 4, 1969, published by the Scheduled Castes and Scheduled Tribes Welfare Deptt Govt of West Bengal

**Souvenir,** All India Tribal Conference and National Seminar on Tribal Welfare, published by the Tribal Council of Assam, 1978.

## (খ) অসমীয়া গ্ৰন্থাদি

**কাকতি, বাণীকান্ত ঃ পুৰণি কামৰূপৰ ধৰ্মৰ ধাৰা, ১৯৫৫**

**চলিহা, পি (সম্পা.) ঃ সীমান্তৰ সন্ধেদ, অসম সাহিত্য সভা, ১৯৫৮**

**টেৰন, লংকাম ঃ মিকিৰ জনগোষ্ঠী (কাৰবি জনজাতি), অসম সাহিত্য সভা, ১৯৬১/১৯৭৪**

তিৱা যুবছাত্ৰ সন্মিলন (সম্পা.) : তিৱা সম্প্ৰদায়ৰ পৰিচয়, অসম সাহিত্য সভা, ১৯৭৫

দত্ত, বীৰেন্দ্ৰনাথ (সম্পা.) : গোৱালপৰীয়া লোক-গীত সংগ্ৰহ, অসম সাহিত্য সভা, ১৯৭৪

দাস, ভুবনমোহন : 'ৰাভাসকলৰ বিষয়ে দুষাৰমান' উদয়ন, প্ৰথম সংখ্যা, ১৯৫৬ (সম্পা. ৰাজেন ৰাভা),

—: 'ৰাভা গাঁৱৰ মাজে মাজে' উদয়ন, তৃতীয় সংখ্যা, ১৯৫৭

দেব গোস্বামী, কে, এইচ : প্ৰাচীন কোচৰ ইতিহাস, ১৯৫৪

নাৰ্জী, ভবেন : বড়ো-কছাৰীৰ সমাজ আৰু সংস্কৃতি, ১৯৬৬

নেওগ, মহেশ্বৰ (সম্পা.) : পবিত্ৰ অসম, অসম সাহিত্য সভা, বড়ো ভাষাৰ লিপিৰ সম্পৰ্কত অসম সাহিত্য সভা, ১৯৭৪

পাম, ৰাজেন : কাঢ়া নলৰ মৌ-সৰা সুৰ, ১৯৬২

পাল, এছ-কে : 'বৰ্তমান ৰাভা উপজাতি সমীক্ষাৰ উদ্দেশ্য', শগ-দীম্মাই, দ্বিতীয় সংখ্যা (সম্পা. জগত কামা), ১৯৭৮

ফুকন, হেমন্তকুমাৰ (সম্পা.) : ৰাজেন ৰাভাৰ প্ৰবন্ধ কুঞ্জ, ১৯৮৬

বৰা, মহেন্দ্ৰ (সম্পা.) : অসমৰ জনজাতীয় ভাষাৰ লিপি, ১৯৭৪

বৰুৱা, জি : অসম-বুৰঞ্জী, অসম প্ৰকাশন পৰিষদ, ১৯৭২

বৰুৱা, বিৰিঞ্চি কুমাৰ : অসমৰ লোক-সংস্কৃতি, ১৯৬১

বাণ্ঠো, যোগেন্দ্ৰনাথ : ৰাভা জাতিৰ ইতিবৃত্ত, ১৯৭৪

ভট্টাচাৰ্য্য, প্ৰমোদচন্দ্ৰ (সম্পা.) : অসমৰ জনজাতি, অসম সাহিত্য সভা, ১৯৬১

ভট্টাচাৰ্য্য, বীৰেন্দ্ৰ কুমাৰ (অনু.) : ভাৰতৰ ইতিহাস, অসম প্ৰকাশন পৰিষদ, ১৯৭৩

মজুমদাৰ, ধীৰেন্দ্ৰ নাৰায়ন : 'অসমৰ জনজাতী ভাষাৰ ইতিবৃত্ত', উদয়ন, প্ৰথম সংখ্যা, ১৯৫৬ (সম্পা. ৰাজেন ৰাভা)

শইকীয়া, নগেন (সম্পা.) : আধুনিক অসমীয়া সাহিত্যৰ অভিলেখ, অসম সাহিত্য সভা, ১৯৭৭

শৰ্মা, জি. (সম্পা) : অসমীয়া জাতিৰ ইতিবৃত্ত, অসম সাহিত্য সভা, ১৯৭৪,

শৰ্মা, বেণুধৰ : দুনৰি,

—: ৰাভা বুৰঞ্জী, ১৯৬০

সৰকাৰ, হৰিমোহন : তুকুৰীয়া গীত, ১৯৭০

ৰংখ, ৰাজেন : 'ৰাভা জাতি আৰু সামাজিক পৰিবৰ্তন', ৰাদুং-দু'প্পা, দ্বিতীয় সংখ্যা (সম্পা. সমৰসিং ৰাভা), ১৯৬২

ৰাভা, অধৰচন্দ্ৰ : সংক্ষিপ্ত ৰাভা ভাষা, ১৯৫১

ৰাভা, দেবেন : 'দদান ৰাজাৰ কাহিনী', উদয়ন, প্ৰথম সংখ্যা, (সম্পা. ৰাজেন ৰাভা), ১৯৫৬

ৰাভা , মনি : হাথাৰ, ১৯৬৩

—ঃ ৰাভা ভাষা শিকাৰ প্ৰণালী, ১৯৭০

—ঃ ৰাভা বুৰঞ্জীৰ প্ৰতিধ্বনি, ১৯৭২

—ঃ ৰাভা সংস্কৃতিৰ ধাৰা, ১৯৭৫

—ঃ ৰাভা-ভাষাৰ ফকৰা আৰু জতুৱা ঠাচ, ১৯৯৪

**ৰাভা ৰাজেন ঃ** 'দাহৰি ৰাভাৰ সামাজিক আচাৰ', অসম সাহিত্য সভাৰ ৪৪ তম অভয়াপুৰী অধিবেশনৰ স্মৃতিগ্ৰন্থ (সম্পা. অম্বিকা সৰকাৰ), ১৯৭৭

**ৰাভা ৰাজেন ঃ** 'ৰাভা জাতিৰ প্ৰাচীন অস্ত্ৰ-শস্ত্ৰ', **অসম সাহিত্য সভা পত্ৰিকা**, ত্ৰিংশৎ বছৰ, তৃতীয় সংখ্যা (সম্পা হেমন্ত শৰ্মা), ১৯৭৩

—ঃ ৰাভা সাধু, অসম সাহিত্য সভা, ১৯৭৭

—ঃ ৰাভা শব্দ সম্ভাৰ, অসম সাহিত্য সভা, ১৯৮২

—ঃ ৰাভাৰ সাধুকথা, ১৯৯২

**ৰাভা, এল, এন ঃ** কোচ ৰাভাৰ ৰিসি যোগ, ১৯৬৮

**ৰাভা, লিপ্তি ঃ** 'ছাথাৰ-চায়', **অসমৰ জনজাতি**, দ্বিতীয় বছৰ, দ্বিতীয় সংখ্যা, ১৯৭৬

**ৰাভা অধ্যয়ন চক্ৰ (সম্পা.) ঃ** ৰাভা অধ্যয়ন (১ম খণ্ড) ১৯৯১,

—ঃ প্ৰনয়গন্ধী ৰাভাগীত, ১৯৯২

**ৰাভা ভাষা পৰিষদ ঃ** ৰাভা শব্দ পুথি,

—ঃ ১৯৮২ ৰাভা ব্যাকৰণ (প্ৰথমভাগ), ১৯৮২

—ঃ ৰাভা ব্যাকৰণ (দ্বিতীয় ভাগ), ১৯৮৩

**ৰাভা সাহিত্য গোষ্ঠী (সম্পা.) ঃ** দেৱ-দেৱী আৰু ৰাভা সমাজ, ১৯৮১

**হাগজেৰ, নিৰুপমা ঃ** ডিমাছা, অসম সাহিত্য সভা, ১৯৭৪

**হাটো, অমিয় ঃ** হৈমাৰুনি চায়ে আৰু ধৰমনি কাথা, ১৯৭৫

## (গ) বাংলা গ্ৰন্থাদি

**মৈত্ৰ, এ. ঃ** 'ৰাভা উপজাতিঃ ধৰ্ম ও সংস্কৃতি', **নেপথ্য**, প্ৰথম বছৰ, তৃতীয় সংখ্যা (সম্পা. এম ৰয় আৰু পি. বণিক), ১৯৭৪

**সাহা, ৰেৱতীমোহন ঃ** 'কোচ ৰাভা একটি জনজাতি', **কৰতোয়া**, শাৰদ সংখ্যা (সম্পা. বি ৰয়), ১৯৭৭

—ঃ 'ৰাভা নে কোচ'. **ইনসানি আওৱাজ**, পঞ্চদশ সংখ্যা (সম্পা. এছ. হক), ১৯৭৮

## (ঘ) ৰাভা গ্ৰন্থাদি

**কোচ, বাণেশ্বৰ ঃ** 'কোচা মীন্ত্ৰীৰ', **অসমৰ জনজাতি**, তৃতীয় বছৰ, তৃতীয় সংখ্যা (সম্পা. মনোৰঞ্জন লাহাৰী), ১৯৭৭

**কোচ, পূৰ্ণচন্দ্ৰ ঃ** পেনেম লামোন দাম, ১৯২৬

**চেন্ট মাইকেলচ্ চাৰ্চ (অনু.) ঃ** সেবাইকাই বাৰাইকাই, ১৯৯৩

—ঃ যীচুনি বাদাং মার্কণ্ডি জেপছুকায়,
—ঃ ১৯৯৩ যীছুনি বাদাং লুকর্ণ্ডি জেপছুকায়, ১৯৯৩
**দামৰা কেথলিক মিচন (অনূ.)** ঃ ছিগিনি ৰাম, ১৯৮৪ অৰিহং, ১৯৯৬
**দেবীতোলা ৰাভা বেপ্তিষ্ট চার্চ ইউনিয়ন (অনূ.)** ঃ পেনেম লাম, ১৯৬০
—ঃ ইনি লাউগৌ,১৯৭০
—ঃ খুছি মাননি চায়, ১৯৭০
—ঃ যীশুনি গল্প, ১৯৭০
—ঃ ডানিযেলনি গল্প, ১৯৭০
—ঃ ফাই নাং পৰাঙা, ১৯৭১
**দেবীতোলা মিচন (অনূ.)** ঃ ৰাভা মন্ত্র
**ফেনান, লক্ষী** ঃ ৰন্দনা-চন্দনা, ১৯৬৩
**ব্রিটিশ এণ্ড ফৰেণ বাইবেল ছচাইটি (অনূ)** ঃ যীশুনি নিমকাই মাকর্নি সাইকাই কাথা, ১৯০৯
**মেডৰে, ডি** ঃ চকৎ কীম্বাই, ১৯৭১
**স্কিন্ডাৰ গিফট মিনিষ্ট্রি অব ইণ্ডিয়া (অনূ.)** ঃ দেপ্রেং লাওণ্ডি ক্রৌকিন, ১৯৫৮
**বর্ড কাউন্সিল অব খ্রিষ্টিয়ান এডুকেচন (অনূ.)** ঃ যেচ্চুরা-স্বা-জংদনি, ১৯৭১
**ৰম্ভাগ, মুগাচৰন** ঃ ক্রৌ-নিং-তাম, ১৯৭০
**ৰংখ, ৰাজেন্দ্র** ঃ ৰাভা জিব্রাও অৰগি ৰাভা কাথা (প্রথম/দ্বিতীয় খণ্ড), ১৯৪৫/৪৮
**ৰাভা, পি. চি** ঃ সীং মীং দাসমাননি, ১৯৭৩
**ৰাভা, প্রকাশ (সম্পা.)** ঃ জাতিনি খুৰাং, ১৯৭৩
**ৰাভা, সমৰ সিং (সম্পা.)** ঃ বাদুংডু' প্লা (প্রথম আৰু দ্বিতীয় সংখ্যা), ১৯৬১/৬২
**ৰাভা ৰংখ, লিষ্টি** ঃ চায়-ছাব্রা আছাম, ১৯৬৪
—ঃ হুৰচায় হুৰচায়, ১৯৭১
—ঃ (সম্পা.) ঃ চাম্পায়, পীইলা চাক, ১৯৭৮
—ঃ নিংচাক, ১৯৭৮
—ঃ থামচাক
—ঃ ব্রিংচাক ১৯৮২
**ৰাভা হাকাচাম, উপেন** ঃ সতী দ্যমকচি, ১৯৮৭
**ৰাভা-ভাষা পৰিষদ** ঃ ছক দ্যমবায় (পিংইলা ছাও), ১৯৮২
—ঃ ছক দ্যমবায় (আনিং ছাও), ১৯৮৩
—ঃ পাব ঝাম্পুৰ (পিংইলা ছাও), ১৯৮৩
—ঃ পাব ঝাম্পুৰ (আনিং ছাও) ১৯৮৯
—ঃ ছক দ্যমবায় (আনথাম ছাও), ১৯৮৯
**হাটো, খগেন** ঃ হাচুইনি খুৰা, ১৯৬৬

****